ITIHAS CHINTA—A Collection of Articles and Essays on History and Society of Assam, written by Dr. Dhrubajyoti Borah and Published by Jyoty Prakashan, Panbazar, Guwahati. 
Price : Rs Twenty Five Only.

---

# ।। ইতিহাস চিন্তা ।।

।। লেখক—ড° ধ্ৰুৱজ্যোতি বৰা ।।

।। প্ৰকাশক—শ্ৰীমতী ইলা শৰ্মা ।।
জ্যোতি প্ৰকাশন ।।
।। পানবজাৰ ।।
।। গুৱাহাটী—৭৮১০০১ ।।

।। প্ৰথম সংস্কৰণ—মে' ১৯৮৮ ।।

।। ছপাওঁতা—শ্ৰীসুনীলকুমাৰ নন্দী ।।
।। পূৰ্ণিমা প্ৰিণ্টিং ৱাৰ্কছ ।।
।। ২৮কে, অবিনাশ ঘোষ লেন ।।
।। কলিকতা—৬ ।।

।। বন্ধা—শ্ৰীপ্ৰেম বেনাৰ্জী ।।
।। কামাখ্যা বাইণ্ডিং ৱাৰ্কছ ।।
।। কলিকতা-৬ ।।

---

।। মূল্য : পঁচিশ টকা মাথোন ।।

# ॥ আগকথা ॥

অসমত আধুনিক অৰ্থত ইতিহাস চৰ্চাৰ কাম-কাজ বৰ দুখলগাকৈ কম। স্বাধীনতাৰ পাছত নৱন্যাস যুগৰ জাতীয়তাবাদী ইতিহাস চৰ্চাৰ কাম-কাজ কমি আহিবলৈ ধৰে, ড° সূৰ্য্যকুমাৰ ভূঞা আৰু বেণুধৰ শৰ্মাৰ পাছত কষ্টসাধ্য অনুসন্ধানেৰে বুৰঞ্জীৰ লেছেৰি বোটলাৰ কাম কৰিবলৈ কোনো লেখক আগবাঢ়ি অহা নাই। ইতিমধ্যে ইতিহাস চৰ্চাৰ যি প্ৰগতিশীল বৈজ্ঞানিক ধাৰাটো গঢ় লৈ উঠিছে তাৰ অৱস্থাও বৰ সবল নহয়। এই ধাৰাৰ কাম-কাজবোৰ বিক্ষিপ্ত হৈ আছে। ইতিহাস অধ্যয়নৰ ক্ষেত্ৰত যিখিনি গুৰুত্বপূৰ্ণ কাম হৈছে, তাৰে বেছিভাগেই অসমীয়া ভাষাত হোৱা নাই। অসম চৰকাৰৰ পৃষ্ঠপোষকতাত ৰচিত অসমৰ ৰাজনৈতিক ইতিহাসখনৰো ভাষা হ'ল ইংৰাজী। মাতৃভাষাত ইতিহাস চৰ্চা নকৰিলে সি মানুহৰ মন আৰু চিন্তাক চুবগৈ নোৱাৰে। আজিৰ অসমত এইটোৱেই আটাইতকৈ অভাব হৈছে; গতিকে বৈজ্ঞানিক যুক্তিনিষ্ঠ বিশ্লেষণৰ ঠাইত প্ৰচলিত অৰ্থহীনতা বা ৰূপকথাবোৰেই ইতিহাসৰ মৰ্যাদা লাভ কৰিছে। সাধাৰণ মানুহকো ইতিহাসৰ দোহাই দি স্বাৰ্থান্ধ মহলে বিপথগামী কৰাৰ সম্ভাৱনা বাঢ়ি আহিছে। অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠীসমূহৰ ইতিহাস আৰু অসমীয়া জাতিগঠনৰ প্ৰক্ৰিয়াটোৰ বৈজ্ঞানিক বিশ্লেষণ আৰু ইয়াৰ সীমাবদ্ধতা নজনাৰ বাবে বিভিন্ন জনসমাজৰ মাজত অবিশ্বাস আৰু সন্দেহ বাঢ়ি অহাৰো ক্ষেত্ৰ প্ৰস্তুত হৈছে। এই সংকলনটোত সন্নিবিষ্ট প্ৰবন্ধ কেইটাত এই আটাইবোৰ দিশৰ অভাৱ পূৰণ কৰিবলৈ চেষ্টা কৰা হৈছে বুলি কোৱাৰ ধৃষ্টতা লেখকৰ নাই। ইয়াত মাত্ৰ অসমৰ ইতিহাসৰ গুৰুত্বপূৰ্ণ কেটামান দিশ তুলি ধৰি সাধাৰণভাৱে আলোচনা কৰিবলৈ যত্ন কৰা হৈছে। শেষৰ বিষ্ণুৰাভাৰ কামৰ ওপৰত লেখা প্ৰবন্ধটোও ইতিহাস অধ্যয়ন আৰু গঠনত ব্যক্তিৰ ভূমিকা দেখুৱাবলৈকে সন্নিবিষ্ট কৰা হৈছে। এই প্ৰবন্ধ কেইটা ঐতিহাসিক গৱেষণাৰ ফচল নহয়; এই বিষয়বোৰৰ ওপৰত অধিক অধ্যয়ন, গভীৰ আৰু বৈজ্ঞানিক অনুসন্ধানৰ বাবে আকৰ্ষিহে মাথোন। সেয়ে তথ্যনিৰ্দেশ আদিও ইয়াত বাদ দি যিমান পাৰি লিখনি সহজ কৰাৰ চেষ্টা কৰা হৈছে।

অসমৰ সমাজ আৰু ইতিহাসৰ ওপৰত লেখা মোৰ ভালেখিনি সৰু-ডাঙৰ প্ৰবন্ধ বিভিন্ন কাকত-আলোচনীত বিক্ষিপ্তভাৱে সিঁচৰতি হৈ আছিল। ১৯৭৭ চনৰ পৰা

১৯৮৮ চনৰ ভিতৰত লেখা এই প্ৰবন্ধবোৰ বন্ধু-বান্ধৱসকলে জুকিয়াই কিতাপ আকাৰে প্ৰকাশ কৰিবৰ বাবে সঁকিয়াই আছিল। তেওঁলোকৰ উৎসাহতে কেটামান প্ৰকাশিত আৰু অপ্ৰকাশিত প্ৰবন্ধ গোটাই এই সংকলনটো প্ৰস্তুত কৰা হ'ল। প্ৰথম প্ৰবন্ধটো প্ৰকাশ পাইছিল 'প্ৰকাশ' আলোচনীত। দ্বিতীয় প্ৰবন্ধটোৰ অংশবিশেষ সৰল ৰূপত 'সাম্প্ৰতিক সাময়িকী' নামৰ আলোচনীখনত প্ৰকাশিত হৈছিল। সেই মূল জুমুঠিটোৰ ইয়াত বহুখিনি সংযোজন তথা সংবৰ্দ্ধন কৰা হৈছে। তৃতীয় প্ৰবন্ধটো মোৰ 'মোৱামৰীয়া গণ অভ্যুত্থান' নামৰ কিতাপখনৰ ওপৰত গুৱাহাটীত অনুষ্ঠিত আলোচনাচক্ৰ এখনত পঠিত হৈছিল। চতুৰ্থ প্ৰবন্ধটোৰো অংশবিশেষ 'সাময়িকী', 'প্ৰতীতি', 'আজিৰ সময়' আদিত টুকুৰা-টুকুৰিকৈ ওলাইছিল। সংকলনটোত এই সিঁচৰিত হৈ থকা লেখাবোৰ গোটাই এটা সংগঠিত ৰূপ দিয়া হৈছে। পঞ্চম প্ৰবন্ধটোৰ কিছু অংশ 'আজিৰ সময়ত' আৰু ষষ্ঠ প্ৰবন্ধটো 'জনসংস্কৃতি'ত প্ৰকাশ হৈছিল। লেখকৰ চিন্তাধাৰা প্ৰবন্ধকেইটাত প্ৰথমে লেখাৰ সময়তকৈ নতুন নতুন তথ্য আৰু চিন্তাৰ ফলত সলনি হৈছে। সেয়ে সংকলনত অন্তৰ্ভুক্ত কৰোতে আটাই কেইটা লেখাতে প্ৰয়োজনীয় সালসলনি আৰু সংবৰ্দ্ধন ঘটোৱা হৈছে।

কিতাপখন প্ৰকাশৰ দায়িত্ব হাতত লোৱাৰ বাবে গুৱাহাটীৰ পানবজাৰৰ 'জ্যোতি প্ৰকাশনৰ' ওচৰত মই কৃতজ্ঞ। এতিয়া বিচাৰৰ ভাৰ পাঠকৰ ওপৰত। অসমৰ ইতিহাসৰ বিভিন্ন পৰ্যায়ৰ ওপৰত লেখা এই ৰচনাকেখনে পাঠকৰ মনত সামান্য চিন্তা আৰু বিতৰ্কৰ সূত্ৰপাত কৰিলেই লেখকৰ শ্ৰম সফল হ'ব।

—[illegible]জ্যোতি বৰা।

# সূচীপত্ৰ


বিষয় — পৃষ্ঠা

১। ইতিহাস প্ৰসঙ্গ : অসমত ইতিহাস চিন্তা-চেতনাৰ পৰম্পৰা ... ... ১—২৭

—প্ৰাক্‌কথন : ইতিহাস প্ৰসঙ্গ।

—ভাৰতত ইতিহাস চৰ্চা।

—অসমত ইতিহাস চৰ্চাৰ ধাৰা।

২। অসমত সামন্ততন্ত্ৰ আৰু সামন্তীয় অৰ্থনীতি বিকাশৰ ঐতিহাসিক প্ৰক্ৰিয়া—এটা আলোচনা ... ২৮—৭৩

—পাতনি।

—জনজাতীয় বুনিয়াদ।

—পশ্চিমৰ পৰা হোৱা প্ৰব্ৰজনৰ প্ৰভাৱ।

—টাই আহোমসকলৰ আগমন।

—পাইক প্ৰথাৰ অধীনত সামন্ততন্ত্ৰৰ বিকাশ।

—সামন্ততন্ত্ৰৰ বিকাশত বৈষ্ণৱ সত্ৰসমূহৰ ভূমিকা।

—সামন্ততন্ত্ৰ আৰু শংকৰদেৱ।

—ঔপনিবেশিক যুগ : মান আৰু বৃটিছৰ ভূমিকা।

—ঔপনিবেশিক শাসন-শোষণৰ বিৰুদ্ধে প্ৰথম জাতীয় প্ৰতিৰোধ।

—বৃটিছ যুগৰ প্ৰাৰম্ভণি : ঔপনিবেশিক সামন্ত সমাজৰ গঠন।

—সূত্ৰৰ।

৩। অসমত শ্ৰেণীসমাজৰ বিকাশ, ইয়াৰ মাজৰ দ্বন্দ্ব আৰু পৰিণতি – মোৱামৰীয়া গণ-অভ্যুত্থান ... ৭৪—৯০

—আৰম্ভণি।

—উজনি অসমত খাটী কৃষিকাৰ্যৰ সূচনা।

—অসমৰ মধ্যযুগৰ সমাজৰ শ্ৰেণীবিভাগ।

—অভ্যুত্থানৰ দাবানল।

বিষয় পৃষ্ঠা

৪। অসমৰ জনজাতি প্ৰসঙ্গ ... ৯৪—১৪০

—আমাৰ জনজাতীয় ঐতিহ্য।

—অসমৰ জনজাতীয় সমাজত জাতীয় চেতনাৰ বিকাশ।

—সমস্যাৰ উৎসৰ ইতিহাস বিচাৰি।

—নাগালেণ্ড আৰু মিজোৰাম : আত্মনিয়ন্ত্ৰণৰ সংগ্ৰামৰ আন এটা দিশ।

—কাৰবি আংলং আৰু উত্তৰ কাছাৰ প্ৰসঙ্গ।

—উদয়াচল আৰু ভৈয়ামৰ জনজাতীয় লোকসকলৰ আকাংক্ষা।

—জনজাতীয় ভাষাৰ বিকাশ আৰু লিপিৰ সমস্যা।

—অসমৰ জনজাতি সকলৰ সাংস্কৃতিক বিকাশৰ সমস্যা।

—সমন্বয় আৰু সম্প্ৰীতি, কোন পথেদি ?

৫। অসম সাহিত্য সভা আৰু অসমীয়া মধ্যবিত্ত সমাজ ... ... ১৪১—১৪৮

৬। প্ৰসঙ্গ বিষ্ণুৰাভা ... ... ১৪৯—১৬৬

—প্ৰসঙ্গক্ৰমে।

—বিষ্ণুৰাভাৰ ইতিহাস চেতনা।

—সংস্কৃতিৰ ওজা বিষ্ণুৰাভাৰ ৰাজনৈতিক চেতনা।

—উপসংহাৰ।

# ইতিহাস প্ৰসঙ্গ

## অসমৰ ইতিহাস চিন্তা-চেতনাৰ পৰম্পৰা

### প্ৰাক্‌কথন : ইতিহাস প্ৰসঙ্গ

আমাৰ অতীতে আমাৰ বৰ্তমান আৰু বহু পৰিমাণে ভৱিষ্যতকো ৰূপ দিয়ে। এই কথাখিনি প্ৰায় সকলোৱেই জানে, মানিও লয়। কিন্তু কেনেদৰে অতীতে আমাৰ আজিৰ আৰু অহা কাইলৈৰ দিনবোৰ গঢ় দিয়াত ভূমিকা লয় সেই কথা বুজিবৰ বাবে কিছু চিন্তা কৰাৰ প্ৰয়োজন হয়। খুব সহজভাৱে এই প্ৰক্ৰিয়াটোৰ বিষয়ে হয়তো এনেদৰে ক'ব পৰা যায় : মানৱ সমাজৰ বিকাশ এটা নিৰৱচ্ছিন্ন প্ৰক্ৰিয়া আৰু ই নিৰ্ভৰ কৰে সমাজৰ অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক ব্যৱস্থা আৰু ইয়াৰ পৰিৱৰ্তনবোৰৰ ওপৰত। আদিম মানৱসমাজ আছিল অঘৰী মানুহৰ সমাজ ; পশুপালন, চিকাৰ আৰু খাদ্যসংগ্ৰহ আছিল এই সমাজৰ জীৱন ধাৰণৰ উপায়। এটা সময়ত মানুহে খেতি-বাতি কৰিবলৈ শিকিলে আৰু লাহে লাহে আদিম কৃষিজীৱী সমাজৰ আৰম্ভ হ'ল। তাৰ পৰাই বিকাশৰ বিভিন্ন পৰ্যায়ৰ মাজেদি আহি বৰ্তমানৰ সমস্যাবহুল বহল ভাৰতীয় কৃষক সমাজখনৰ সৃষ্টি হৈছেহি। ঔপনিবেশিক শাসনকালত ৰচিহ বনাই যোৱা ভূমি আৰু ৰাজহ নীতিৰ যিবোৰ পৰিৱৰ্তন স্বাধীনতাৰ পাছত কৰা হ'ল, তাৰেই ফলশ্ৰুতি হিচাপে আজিৰ সমস্যাবোৰে গা কৰি উঠিছে। উদাহৰণস্বৰূপে মাটি, খেতিয়ক, ব্যৱসায়ী আৰু ৰাষ্ট্ৰৰ মাজৰ সম্পৰ্কবোৰৰ আমূল পৰিৱৰ্তন সাধন নকৰাকৈ কিছু সংস্কাৰৰ লগতে প্ৰচুৰ অৰ্থ আৰু বৈজ্ঞানিক কাৰিকৰী কৌশলৰ জাপি দিয়া প্ৰয়োগৰ ফলত পাঞ্জাবকে মুখ্য কৰি ভাৰতৰ কিছুমান অংশত সেউজ বিপ্লৱৰ জৰিয়তে খাদ্যশস্যৰ উৎপাদনৰ পৰিমাণ বঢ়াৰ লগে লগে এটা ধনী খেতিয়ক শ্ৰেণীৰ জন্ম হ'ল। নিজৰ স্বাৰ্থৰক্ষাৰ বাবেই ৰাজনৈতিক ক্ষমতা বিচাৰি তেওঁলোকৰ একাংশই সৰ্বভাৰতীয় দলত অৱস্থান কৰিছে আৰু আন একাংশই আঞ্চলিক দলৰ পৃষ্ঠপোষকতা কৰি সৰু ভিন্নতাবোধলৈ আৰু বিচ্ছিন্নতাবাদৰ পোষকতা কৰিছে। আজিৰ ভাৰতীয় সমাজৰ সমস্যাবোৰ কেনেদৰে আৰু কিয় সৃষ্টি হৈছে, সেইটো ভালদৰে জানিবৰ বাবে আদি বিকাশৰ

সমগ্ৰ প্ৰক্ৰিয়াটোৰ বিষয়ে দূৰ আৰু অদূৰ অতীতৰ পৰা জনাটো প্ৰয়োজন। অতীতৰ ঘটনাই আজিৰ পৰিস্থিতি জন্ম দিয়াত ভূমিকা লৈছে—আৰু আজিৰ পৰিস্থিতিয়ে আমাৰ বৰ্তমানৰ জীৱনতেই যে ডাঙৰ প্ৰভাৱ পেলাইছে তেনে নহয়, ভৱিষ্যতৰ ক্ষেত্ৰতো ই এটা গুৰুত্বপূৰ্ণ ভূমিকা ল'ব। অতীতক নাজানিলে বৰ্তমানক বুজিব নোৱাৰি, বৰ্তমানক ভালদৰে বুজিব নোৱাৰিলে ভৱিষ্যতক নিয়ন্ত্ৰণ কৰিব নোৱাৰি, আৰু সেয়েই অতীতৰ জ্ঞান, ইতিহাসৰ জ্ঞান অতি প্ৰয়োজনীয় হৈ পৰে। বৰ্তমানৰ পৰিস্থিতিক বুজি পোৱা আৰু ভৱিষ্যতৰ বাবে নিৰ্ভুল পৰিকল্পনা প্ৰস্তুত কৰাৰ প্ৰয়োজনতেই অতীতৰ ইতিহাসৰ চৰ্চাৰ যথাৰ্থতা নিহিত থাকে।

সবাচলতে অতীত, বৰ্তমান আৰু ভৱিষ্যত তিনিটা স্বকীয় আৰু বিচ্ছিন্ন পৰ্যায় নহয়, ইহঁত এক চলন্ত আৰু সামগ্ৰিক সমাজ-জীৱনৰ আপেক্ষিক ৰূপহে—ই এক জীৱন্ত সম্পূৰ্ণতা—ইয়াৰ এটা পৰ্যায় মৃত হবই নোৱাৰে। ইতিহাস বিজ্ঞান মূলতে এবি অহা দিনবোৰৰ শিক্ষামূলক বিশ্লেষণ যদিও ইয়াৰ গুৰুত্ব আৰু ব্যাপ্ত বৰ্তমানক চেৰাই ভৱিষ্যতলৈকে সম্প্ৰসাৰিত।

ইতিহাস চৰ্চাৰ ক্ষেত্ৰত দুটা প্ৰধান ধাৰাৰ ইতিহাস দেখিবলৈ পোৱা যায়। এটা ধাৰাৰ ইতিহাস হ'ল 'ব্যক্তি ইতিহাস'। এই ধাৰাত ব্যক্তিৰ ওপৰত আটাইতকৈ বেছি গুৰুত্ব দিয়া হয়। একো একোটা ঐতিহাসিক পৰ্যায়ত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা এজন ব্যক্তিক কেন্দ্ৰ কৰি সেই যুগটো চিনাক্ত কৰা হয়, যেনে নাপোলেঁৱৰ শাসন কালক য়ুৰোপৰ 'নাপোলেঁৱ যুগ' বুলি অভিহিত কৰা হয়। উইল ডুৰাণ্ট, কাৰ্লাইল আদি এই ধাৰাৰ আধুনিক ঐতিহাসিক। এই ঐতিহাসিকসকলে সমগ্ৰ সামাজিক কৰ্মকাণ্ড এনে এজন বিখ্যাত ব্যক্তিক কেন্দ্ৰ কৰি, তেওঁৰ প্ৰতিভা, নিয়ন্ত্ৰণ, কাম আৰু চিন্তাচৰ্চাৰ পৰিণতিত হোৱা বুলি ব্যাখ্যা কৰে। ইয়াৰ ফল হয় মূলতে দুটা: প্ৰথমে, একোজন ঐতিহাসিক ব্যক্তিক তেওঁৰ যুগৰ পৰিপ্ৰেক্ষিতৰপৰা বিচ্ছিন্ন কৰি খুব ডাঙৰকৈ প্ৰতিষ্ঠা কৰি পেলোৱা হয়, আৰু, দ্বিতীয়তে, এনে কৰাৰ ফলত তেওঁৰ ব্যক্তিত্ব আৰু কামৰ বৰ্ণনাৰ আঁৰত সেই যুগৰ সমাজ-জীৱন, সামাজিক শক্তিসমূহ আৰু বাইজৰ ভূমিকাৰ কথা ইতিহাসৰ আলোচনাত একেবাৰেই গৌণ হৈ পৰে। স্বাভাৱিকতেই এনে ইতিহাসে সম্পূৰ্ণতা লাভ কৰিব নোৱাৰে। ৰজা-মহাৰজা, শাসক ব্যক্তিসকলক কেন্দ্ৰ কৰি লিখা নেতাপ্ৰধান ইতিহাস সচৰাচৰ আমাৰ চকুত পৰে, প্ৰায়বোৰেই এই ধৰণে লেখা ইতিহাস। এনে ইতিহাসে আমাক

অতীত সম্পৰ্কে শুদ্ধ শিক্ষা দিব নোৱাৰে আৰু সেয়ে বৰ্তমানক বুজি ভৱিষ্যতৰ বাবে সাজু হোৱাতো আমাক সহায় নকৰে।

দ্বিতীয় ধাৰাৰ ইতিহাস হ'ল সমাজৰ 'শ্ৰমৰ ইতিহাস'। এখন সমাজৰ মানুহবোৰে কেনেদৰে, কি পৰিস্থিতিত, কিবোৰ সম্পৰ্কৰ অধীনত শ্ৰম কৰিছে তাৰ ওপৰতেই সেই সমাজখনত কিমান আৰু কেনেকুৱা উৎপাদন হয় সেইটো নিৰ্ভৰ কৰে। অকল সেয়ে নহয়, এই সম্পৰ্কবোৰে উৎপাদিত সামগ্ৰী কেনেধৰণে আৰু কাৰ স্বাৰ্থত ব্যৱহাৰ হ'ব সেইটোও নিৰ্ণয় কৰে। শ্ৰম আৰু উৎপাদনৰ ওপৰতেই যিহেতু সমাজৰ বিকাশ নিৰ্ভৰশীল, সেয়ে এই দ্বিতীয় ধাৰাৰ ইতিহাস-চৰ্চাই আমাৰ আগত সমাজ বিকাশৰ প্ৰকৃত ছবিখন তুলি ধৰে।

কিছু নিৰ্দিষ্ট ঐতিহাসিক উদাহৰণেৰে আলোচনা কৰিলে এই কথাখিনি বুজাত সহায় হ'ব। নাপোলিয়ঁ বনাপাৰ্টৰ উত্থানৰ কাহিনীটোকে লোৱা যাওক। ফৰাচী বিপ্লৱৰ আগতে ফ্ৰান্সত সম্ৰাট, অভিজাত জমিদাৰ আৰু ওপৰ থাপৰ ধৰ্মযাজকসকলৰ এটা গোটে দেশ শাসন কৰিছিল আৰু দেশৰ খেতিৰ মাটি আৰু আন আন প্ৰাকৃতিক সম্পদ একচেটিয়াকৈ নিয়ন্ত্ৰণ কৰিছিল। ফ্ৰান্সৰ গৰিষ্ঠ সংখ্যক খেতিয়ক প্ৰজা তেওঁলোকৰ দাসত্ব আছিল আৰু এক সামন্তীয় উৎপাদন সম্পৰ্কৰ অধীনত তেওঁলোক কাম কৰিছিল। খেতিয়কে হাড়ক মাটি, তেজক পানী কৰি কৰা উৎপাদন এই শ্ৰেণীটোৱে নানান সামন্তীয় ব্যৱস্থা আৰু কৰ-কাটলেৰে শোষণ কৰি ভোগ-বিলাহত ব্যয় কৰিছিল। নিজৰ হাতত মাটি নথকা সাধাৰণ খেতিয়ক-সকলে চৰম দৰিদ্ৰতাৰ মাজত জীৱন-যাপন কৰিছিল। যেতিয়া সমাজত গঢ়ি উঠা বুৰ্জোৱা আৰু বণিক শ্ৰেণীটোৱে এই খেতিয়কসকলৰ সহায়ত অভিজাত আৰু যাজকসকলৰ সামন্ত তন্ত্ৰক ফৰাচী বিপ্লৱত ধ্বংস কৰিলে, তেতিয়া খেতিয়কে মাটি পালে আৰু বুৰ্জোৱাসকলে ব্যৱসায়-বাণিজ্যৰ মুক্ত সুবিধা, সামাজিক প্ৰতিপত্তি আৰু শাসনক্ষমতাৰ ভাগ পালে। সমাজত সামন্তীয় সম্পৰ্কৰ অৱসান হৈ নতুন বুৰ্জোৱা উৎপাদন সম্পৰ্কৰ প্ৰতিষ্ঠা হ'ল আৰু লগে লগে প্ৰাচীন বাধা-নিষেধৰ পৰা মুক্তি লাভ কৰা ফৰাচী সমাজত কৃষি আৰু শিল্প-উদ্যোগৰ ক্ষেত্ৰত প্ৰচুৰ উৎপাদন হ'বলৈ ধৰিলে। বিপ্লৱোত্তৰ সামাজিক স্বাধীনতাৰ মুক্ত পৰিৱেশত বিভিন্ন ভাবাদৰ্শ, ৰাজনৈতিক মতবাদ আৰু স্বাৰ্থৰ মুকলি প্ৰতিদ্বন্দ্বিতা ধৰিলে। স্বাভাৱিকতেই চাৰিওফালে বিশৃংখলতাৰ সৃষ্টি হ'ল আৰু বিপ্লৱৰ মাজেৰে জন্ম লোৱা বুৰ্জোৱা ৰাষ্ট্ৰ-ব্যৱস্থাই বহিঃশত্ৰু আৰু আভ্যন্তৰীণ বিশৃংখলতাত নিজকে বচাই ৰাখি-

বৰ বাবে প্ৰচণ্ড ৰাষ্ট্ৰীয় সন্ত্ৰাসৰ আশ্ৰয় ল'বলৈ বাধ্য হ'ল। এনে পৰিস্থিতিত এই নতুন শ্ৰেণীটোক নেতৃত্ব দিবৰ বাবে এজন শক্তিশালী নেতাৰ প্ৰয়োজনীয়তা আহি পৰিল। বৃটিছ বুৰ্জোৱাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি ফৰাচী অৰ্থনীতিৰ বাবে কেঁচামালৰ উৎস আৰু বজাৰ দখল কৰিবৰ বাবে এজন দিগ্বিজয়ী বীৰ লাগে। ফ্ৰান্সৰ বুৰ্জোৱা বিপ্লৱৰ পাছত সামাজিক সম্পৰ্কৰ পৰিবৰ্তনে যি নতুন উৎপাদিকা শক্তিৰ বিকাশৰ বাট মুকলি কৰি দিলে, সেই শক্তিয়ে নিজৰ স্বাৰ্থতে নাপোলেয়ঁ বনাপাৰ্টক সৃষ্টি কৰিলে। এনে এক পৰিস্থিতিয়ে নাপোলয়ঁ নামৰ কৰ্চিকাৰ যুৱকজনৰ পৃথিৱীত যদি জন্মও নহ'লহেঁতেন, তেতিয়া আন এজন তেনে ধৰণৰ নেতাক সৃষ্টি কৰি ল'লেহেঁতেন। এনেদৰেই যুগে যুগে সমাজত উঠি অহা শ্ৰেণীটোৱে নিজৰ নেতা সৃষ্টি কৰি লয়, যি নেতাই আকৌ নিজৰ প্ৰতিভাৰে এই শ্ৰেণীটোক আগবঢ়াই লৈ যায়।

ইতিহাসক এনেদৰেই চাব লাগিব। তেতিয়াহে সামাজিক শক্তিবোৰৰ উত্থানৰ লগে লগে হোৱা পৰিবৰ্তন, বিশেষকৈ শ্ৰম আৰু উৎপাদনৰ সম্পৰ্ক আৰু অৰ্থনীতিৰ পৰিবৰ্তনে ইতিহাসৰ অগ্ৰগতিৰ মূল সূত্ৰসমূহ কেনেদৰে নিৰ্ণয় কৰে সেই কথা বুজিব পৰা যাব। লগতে সমাজ আৰু ইতিহাসত একোজন বিখ্যাত ব্যক্তিৰ স্থান আৰু ভূমিকাও বুজিব পৰা যাব।

ব্যক্তিৰ জীৱনকাল তেনেই চুটি—তেওঁৰ কাম-কাজৰ মূল্যও মূলতে এটা যুগৰ মাজত সীমাবদ্ধ। কিন্তু এখন সমাজৰ মানুহৰ যৌথ কামকাজৰ বা শ্ৰমৰ ফচল হয় যুগ যুগ বিয়পা। আৰু এটা উদাহৰণ চোৱা যাওক; ১৮৫৭ চনৰ আগৰপৰা ১৯৪৭ চনলৈকে এক শতিকাৰ ওপৰ কাল ভাৰতীয় ৰাইয়ে বৃটিছ ঔপনিবেশিক শাসনৰ বিৰুদ্ধে যুঁজি আহিছে; আৰু ভাৰতীয় ৰাইজৰ এই নিৰবচ্ছিন্ন সংগ্ৰামৰ ফলশ্ৰুতিয়েই হ'ল আমাৰ স্বাধীনতা। এই সংগ্ৰামকালত গঢ়ি উঠা সামাজিক শক্তিবোৰেই বিভিন্ন সময়ত, বিভিন্ন পৰিস্থিতিত বেলেগ বেলেগ নেতাক গঢ়ি তুলিছে। এই নেতাসকল সামাজিক সংগ্ৰামৰ প্ৰক্ৰিয়াটোৰ ফলশ্ৰুতিহে। ব্যক্তিৰ ইতিহাস নহয়, সামাজিক জনৰ ইতিহাসহে মানৱসমাজৰ প্ৰকৃত ইতিহাস।

এইখিনিতে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ প্ৰসঙ্গটো উত্থাপন কৰাৰ আৰু এটা কাৰণ আছে। সমাজ-বিকাশৰ ক্ষেত্ৰত—ইতিহাস গঢ়াৰ ক্ষেত্ৰত ভূমিকা লোৱা সংগ্ৰামবোৰৰ চৰিত্ৰ সম্পৰ্কে কিছু কথা আলোচনা কৰাটো প্ৰয়োজন।

ভাৰতৰ স্বাধীনতা সংগ্ৰাম কিন্তু ফৰাচী বা ৰুছ বিপ্লৱৰ দৰে স্পষ্ট শ্ৰেণীসংগ্ৰাম নহয়। আনকি চীনৰ জাতীয় মুক্তি সংগ্ৰামৰ মাজত যিমানখিনি শ্ৰেণীসংগ্ৰামৰ উপাদান আছিল, তেনে উপাদানো ইয়াত বহুত কম আছিল। অথচ এই সংগ্ৰামৰ ফলাফলে ভাৰতবৰ্ষৰ ইতিহাসকেই যে সলাই পেলালে তেনে নহয়, পৃথিৱীৰ বুকুৰ-পৰা ঔপনিবেশিক যুগৰ অৱসান ঘটাই এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ সৰু সৰু দেশবোৰৰ স্বাধীনতা লাভৰ ক্ষেত্ৰতো এটা বিৰাট ঐতিহাসিক ভূমিকা পালন কৰিলে। অথচ এই সংগ্ৰাম শ্ৰেণীসংগ্ৰাম প্ৰকৃতাৰ্থত নাছিল, ৰাজনৈতিক মুক্তিৰ লগতে অৰ্থনৈতিক উন্নয়নৰ প্ৰশ্নটো ইয়াত জড়িত হৈ থাকিলেও এই সংগ্ৰাম আচলতে আছিল ঔপনিবেশিক নিপীড়নৰ বিৰুদ্ধে ভাৰতীয় সমাজৰ প্ৰায় সকলো-বোৰ প্ৰধান শ্ৰেণীৰ সন্মিলিত জাতীয় সংগ্ৰাম। ইয়াৰ নেতৃত্বত যদিও সমাজৰ আগবঢ়া শ্ৰেণীবোৰেই স্বাভাৱিকতে আছিল, তথাপি ই আছিল জাতীয় মুক্তিৰ এক সন্মিলিত সংগ্ৰাম।

এই আলোচনাৰ দ্বাৰা এটা কথাকেই স্পষ্ট কৰিব বিচৰা হৈছে যে ইতিহাসক সকলো সময়তে অৰ্থনৈতিক বৈষম্যই জন্ম দিয়া শ্ৰেণীসংগ্ৰামেই গতি নিদিয়ে। কোনো কোনো সময়ত সাধাৰণতে পৰস্পৰবিৰোধী শ্ৰেণীবোৰো একেলগ হৈ কিছুমান সামাজিক আন্দোলনৰ সূত্ৰপাত কৰে যিবোৰে ইতিহাসক গতি দিয়ে। বিশেষকৈ বিদেশী শক্তিৰ বিৰুদ্ধে জাতীয় সংগ্ৰামৰ ক্ষেত্ৰত এই কথা বেছি সত্য। এনে সময়ত শ্ৰেণীবোৰৰ মাজৰ সংগ্ৰাম নাইকিয়া হৈ নাযায়, ই মাত্ৰ এক আত কাষচীত সকলো সন্মিলিত হোৱাৰ বাবে তাপ মাৰি থাকে। জাতীয় মুক্তি-সংগ্ৰামৰ সাফল্যৰ পিছত সেয়ে সমাজত কেতিয়াবা তীব্ৰ শ্ৰেণীসংগ্ৰামে গা কৰি উঠে; বিশেষকৈ যেতিয়া সন্মিলনলৈ অহা শ্ৰেণীবোৰ সচেতনভাৱে শ্ৰেণী ভিত্তিত সংগঠিত হৈ থাকে—যেনে চীন; নাইবা এনেধৰণে সংগঠিত অৱস্থাত নাথাকিলে শ্ৰেণীবোৰৰ মেৰু বিভাজন দ্ৰুততৰ হোৱা আৰু ভৱিষ্যত শ্ৰেণীসংগ্ৰামৰ ভেটি তৈয়াৰ হোৱা আৰম্ভ হয়—যেনে ভাৰতবৰ্ষ।

সাম্যবাদী ইস্তাহাৰত কোৱা কথাষাৰ—মানৱ সংগ্ৰামৰ বিকাশৰ কাহিনী নিৰন্তৰ শ্ৰেণীসংগ্ৰামৰ ফলশ্ৰুতি—ই এটা মূল সত্যৰ সৰলীকৰণ ৰূপহে। সাম্যবাদী ভাবধাৰা সাধাৰণ মানুহৰ মাজলৈ লৈ যাবলৈ এই কথা ইমান সৰলভাৱে ইয়াত কোৱা হৈছে। কিন্তু ইয়াৰ সমৰ্থক আৰু বিৰোধীসকলে যেতিয়া কেৱলমাত্ৰ এই কথাষাৰকে কেন্দ্ৰ কৰি তৰ্কত প্ৰবৃত্ত হয় আৰু মানৱসমাজৰ বিকাশৰ ঐতিহাসিক

প্ৰক্ৰিয়াটোৰ গভীৰলৈ গৈ সকলো দিশ খৰচি মাৰি আলোচনা নকৰে, তেতিয়াই ই ইতিহাস চৰ্চা সম্পৰ্কে সকলোফালে সহজ বিভ্ৰান্তিৰ সৃষ্টি কৰে।

সামাজিক শ্ৰমৰ ইতিহাসেই যিহেতু মানৱ সমাজৰ প্ৰকৃত ইতিহাস আৰু শ্ৰম বুলিলেই যিহেতু উৎপাদনৰ কাম কৰা আৰু নকৰা শ্ৰেণীবোৰ আৰু তেওঁলোকৰ কামৰ পৰ্যায়ভেদ তথা পাৰস্পৰিক সম্পৰ্কৰ কথা এবাৰ নোবাৰা ধৰণে আহি পৰে—গতিকেই শ্ৰমৰ ইতিহাস স্বাভাৱিকতেই সামাজিক শ্ৰেণীবোৰৰ ইতিহাস হ'বলৈ বাধ্য।

মানৱ সমাজৰ শ্ৰমৰ ইতিহাসে কেৱল মাত্ৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক সংগ্ৰামৰ কাহিনীকেই সামৰি নলয়—ই মানুহৰ জীৱন ধাৰণৰ ক্ষেত্ৰত শ্ৰমৰ পৰা উদ্ভৱ হোৱা সকলো দিশ যেনে সামাজিক আচাৰ-নীতি, কলা-কৃষ্টি, ধৰ্ম, বৌদ্ধিক চিন্তা-ভাৱনা—অৰ্থাৎ বহল অৰ্থত সাংস্কৃতিক দিশটোকো সমান গুৰুত্বেৰে সামৰি লয়। মানৱ-সমাজৰ সংস্কৃতি যুগ অনুযায়ী সলনি হৈ থাকে, কিয়নো সংস্কৃতি হ'ল এক বিশেষ সমাজ-ব্যৱস্থাত বাস কৰা মানুহখিনিৰ সামগ্ৰিক বৌদ্ধিক ফচলৰ প্ৰকাশ। এই বৌদ্ধিক ফচল কলা, সাহিত্য, গীত-মাত-নৃত্য, চিত্ৰশিল্প, ধৰ্ম, জীৱন ধাৰণৰ ৰীতি-নীতি সকলো দিশতেই সৃষ্টি হয়। যিহেতুকে এক নিৰ্দিষ্ট সমাজ-ব্যৱস্থাত মানুহে এক নিৰ্দিষ্ট অৰ্থনৈতিক সম্পৰ্কৰ অধীনতহে শ্ৰম আৰু উৎপাদন কৰে, গতিকে সেই সমাজৰ সংস্কৃতি স্বাভাৱিকতেই নিৰ্ভৰ কৰে সমাজৰ অৰ্থনৈতিক গঠন আৰু সম্পৰ্কৰ ওপৰত। গতিকে সংস্কৃতিও শেষ বিচাৰত শ্ৰেণী-নিৰ্ভৰশীল—প্ৰতি শ্ৰেণীৰ নিজস্ব সংস্কৃতিত সেই শ্ৰেণীৰ জীৱনৰ প্ৰতিফলন হয়। এখন নিৰ্দিষ্ট সমাজৰ শ্ৰমসম্পৰ্কই নিৰ্ণয় কৰে সেই সমাজৰ সাধাৰণ মানুহে কেনেদৰে বাস কৰিব, চিন্তা কৰিব, কিমানখিনি অৱসৰৰ সময় পাব—এই সম্পৰ্কৰ মাজত থকা দ্বন্দ্ববোৰে মানুহক নতুন নতুন দিশত চিন্তা কৰায়

শ্ৰেণী-বিভক্ত সমাজত বিভিন্ন শ্ৰেণীৰ নিজস্ব সাংস্কৃতিক ধাৰা থাকে যদিও, প্ৰচাৰ মাধ্যম আৰু আনবোৰ দিশতে সমাজত শাসন কৰা প্ৰতিপত্তিশালী শ্ৰেণীটোৰ সংস্কৃতিয়েহে প্ৰাধান্য লাভ কৰে। যেতিয়া সামাজিক দ্বন্দ্ববোৰ প্ৰকট হৈ পৰে আৰু আন এটা শ্ৰেণীয়ে সংগঠিত ৰূপত সংগ্ৰামৰ বাটত আগবাঢ়ে তেতিয়া সমাজত এই শ্ৰেণীটোৰ সংস্কৃতি আৰু চিন্তা-ভাৱনায়ো ভোলপাৰ লগায়। বহুতো সাংস্কৃতিক উপাদানৰ দেশৰ প্ৰতিপত্তিশালী শ্ৰেণীটোৰ পৃষ্ঠপোষকতাতে জন্ম হয়

যদিও এই উপাদানবোৰৰ কিছুমানে এনেদৰে উৎকৰ্ষ লাভ কৰে যে সেইবোৰ এটা শ্ৰেণীৰ সম্পত্তি হৈ নাথাকি শিল্পীৰ প্ৰতিভাৰ বলত জাতীয় সম্পদলৈ ৰূপান্তৰিত হয়। উদাহৰণস্বৰূপে ভাৰতৰ ৰাগপ্ৰধান উচ্চাঙ্গ সংগীতৰ জন্ম মোগল ৰাজশক্তি বা সামন্তীয় অভিজাতসকলৰ পৃষ্ঠপোষকতাত হ'লেও ই কালক্ৰমত ভাৰতৰ জাতীয় সম্পদ হৈ পৰিছে।

শেষ বিচাৰত দেখা যায় যে মানৱ সমাজৰ অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক সকলো দিশেই সমাজৰ শ্ৰেণীবিন্যাস আৰু শ্ৰমসম্পৰ্কৰ ওপৰত নিৰ্ভৰশীল। সেয়ে শ্ৰমৰ ইতিহাসেই হ'ল এখন সমাজৰ প্ৰকৃত তথা সাৰ্থক ইতিহাস। আৰু এই আটাইবোৰ দিশকে সামৰি ল'লেহে শ্ৰমৰ ইতিহাসে আকৌ ঐতিহাসিক সাৰ্থকতা লাভ কৰিব পাৰে।

এখন দেশৰ, এটা জাতিৰ ঐতিহাসিক পৰম্পৰাবো এটা ঐতিহ্য থাকে। এই ঐতিহ্য গঠিত হয় অতীতৰ সমাজবদ্ধ মানুহৰ কৃতিত্ব আৰু বীৰত্বৰ কাহিনী তথা শিক্ষাৰে। এনে ঐতিহাসিক ঐতিহ্যৰ উদাহৰণ হ'ল শোষণ নিৰ্যাতনৰ বিৰুদ্ধে মুক্তি আৰু স্বাধীনতাৰ বাবে মানুহৰ চিৰন্তন সংগ্ৰামৰ কাহিনী। ভাৰতৰ ক্ষেত্ৰতেই— ভাৰতীয় জনতাই যুগে যুগে অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰি আহিছে— কেতিয়াবা এনে সংগ্ৰামবোৰ সফল হৈছে, কেতিয়াবা বিফল হৈছে। এনে সংগ্ৰামবোৰ যেতিয়া উমৈহতীয়া শত্ৰুৰ বিৰুদ্ধে হৈছে, তেতিয়া জাতি, ধৰ্ম, ভাষাৰ ভেদাভেদেৰে ভাগ ভাগ হৈ থকা ভাৰতৰ মানুহ একগোট হৈ পৰিছে। বৃটিছ শাসনৰ বিৰুদ্ধে ভাৰতৰ বিভিন্ন প্ৰান্তত গঢ়ি উঠা বাইজৰ বিভিন্ন সংগ্ৰামবোৰো উপনিবেশ বিৰোধী সংগ্ৰাম হিচাপে এক সামগ্ৰিক ঐতিহাসিক সত্তাত একাত্ম হৈ পৰিছে আৰু আমাৰ বৰ্তমান কালত শিক্ষা আৰু ভৱিষ্যতৰ বাবে প্ৰেৰণা দিয়া এক মহান ঐতিহাসিক ঐতিহ্যলৈ পৰিণত হৈছে।

এনে ঐতিহ্য কেৱলমাত্ৰ অৰ্থনীতি আৰু ৰাজনৈতিক সংগ্ৰামৰ ক্ষেত্ৰতেই সীমাবদ্ধ নহয়। বৰঞ্চ ই সমাজ-জীৱনৰ সকলো দিশ যেনে কলা-শিল্প, সাহিত্য-সংস্কৃতি আৰু ধৰ্মবিশ্বাসকো সাঙুৰি লয়। অৰ্থনৈতিক ব্যৱস্থা হ'ল সমাজৰ ভেটি, ইয়াৰ ওপৰতে গঢ়ি উঠে ৰাজনীতি আৰু সাহিত্য-সংস্কৃতি আদি অন্যান্য দিশ যাক বোলা হয় উপৰিসৌধ। কলা-কৃষ্টি, সাহিত্য, দৰ্শন, ধৰ্ম এই আটাইবোৰ

উপবিসৌধৰ বস্তু। যেতিয়া মানৱ সমাজৰ অৰ্থনৈতিক ভেটিটোৰ পৰিবৰ্তন হৈ এটা নতুন আৰু উন্নত ভেটি তৈয়াৰ হয়, তেতিয়া সমাজৰ ইতিহাস খুব দ্ৰুত গতিত আগুৱাই—পৰিবৰ্তনবোৰ হয় খৰতকীয়া, আৰু এইবোৰ কেৱলমাত্ৰ অৰ্থনৈতিক ভেটিটোতেই সীমাবদ্ধ নাথাকি উপবিসৌধৰ সকলো দিশলৈ বিয়পি পৰে। অৰ্থ-নৈতিক ভেটিৰ পৰিবৰ্তনৰ কাহিনী হ'ল ইতিহাসৰ যুগ পৰিবৰ্তনৰ কাহিনী। উদাহৰণেৰে গভীৰ আলোচনালৈ নগৈ থোৱতে সামন্তবাদৰ পৰা পুঁজিবাদলৈ বাট কটা ফৰাচী বিপ্লৱ, পুঁজিবাদৰপৰা সমাজবাদলৈ বাট কটা ৰুছ বিপ্লৱৰ নাম লৈ থলেই যথেষ্ট। এনে ঘটনা ইতিহাসৰ অমোঘ নিয়ম—অৱধাৰিত প্ৰক্ৰিয়া, কিন্তু গুৰুত্ব-পূৰ্ণ কথা হ'ল এই কথাটো বুজি পোৱাটোহে যে এই প্ৰক্ৰিয়াৰ আৰম্ভণি হয় কন্তু পূৰ্ববৰ্তী সমাজৰ উপবিসৌধৰ মাজতহে। এই কথাটো অলপ ব্যাখ্যা কৰা প্ৰয়োজন।

সামন্তীয় সমাজৰ গৰ্ভতে ব্যৱসায়ী বণিক আৰু বুৰ্জোৱা শ্ৰেণী আৰু তেওঁলোকৰ পুঁজিৰ জন্ম হয়। এই পৰিবৰ্তনৰ লগে লগে প্ৰাচীন সামন্ত শাসক আৰু নতুন ধনী বুৰ্জোৱা শ্ৰেণীৰ মাজত শ্ৰেণী-দ্বন্দ্ব প্ৰকট হয় আৰু আধুনিক বিকাশৰ বাটত বাধা হিচাপে থিয় হোৱা সামন্ত শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰামে দানা বান্ধি উঠে। এই সংগ্ৰামৰ বহিঃপ্ৰকাশ প্ৰথমেই অৰ্থনৈতিক ভেটিটোত নঘটি উপবিসৌধৰ দাৰ্শনিক চিন্তা-চৰ্চা, সাহিত্য, কলা আদিৰ মাজত ঘটে। বুৰ্জোৱাই নিজৰ শ্ৰেণীটোৰ বাবে প্ৰয়োজনীয় দৰ্শন আৰু আদৰ্শৰ সৃষ্টি কৰি লয়। সকলো ধৰণৰ সামাজিক, ধৰ্মীয়, ৰাজনৈতিক, সাংস্কৃতিক বাধা-নিষেধৰপৰা মানুহৰ মন মুক্ত কৰি ব্যক্তি-স্বাতন্ত্ৰ্য আৰু সামাজিক স্বাধীনতা প্ৰতিষ্ঠা হ'ল এই দৰ্শন আৰু আদৰ্শৰ মূল। ব্যক্তি-স্বাধীনতা আৰু ব্যৱহাৰিক যুক্তিবাদ—এয়ে য়ুৰোপৰ উদাৰনৈতিক সমাজ-দৰ্শনৰ মূলকথা যি মানুহক পুৰণি সমাজব্যৱস্থাক বিপ্লৱৰ জৰিয়তে ওফৰাই দি নতুন সমাজ সৃষ্টিৰ বাটত প্ৰেৰণা যোগাইছিল। বিপ্লৱৰ বহু আগতেই ফ্ৰান্সৰ পুৰণি অভিজাত-সামন্তীয় সমাজৰ উপবিসৌধত এই দাৰ্শনিক আৰু আদৰ্শাত্মক সংগ্ৰামৰ সূচনা হৈছিল। ভলটেয়াৰ, ৰুচ' আদিয়ে প্ৰাচীন সমাজৰ ধৰ্ম, চিন্তা-চৰ্চা, শিক্ষা, অন্ধবিশ্বাস, লোকাচাৰ আৰু অৰ্থনীতিক অপ্ৰয়োজনীয় আৰু ক্ষতিকাৰক বুলি নস্যাৎ কৰি নতুন বুৰ্জোৱা সমাজৰ চিন্তাধাৰা, ভাবাদৰ্শ প্ৰতিষ্ঠা কৰা আৰু ইয়াৰ জৰিয়তে সমাজ পৰিবৰ্তনৰ বাট সুচল কৰাত আগভাগ লৈছিল। আধুনিক যুগতো য়ুৰোপৰ ঔদ্যোগিক সমাজৰ উপবিসৌধত হোৱা দাৰ্শনিক সংগ্ৰামেই সমাজবাদী সমাজৰ ধাৰণা প্ৰতিষ্ঠা কৰা আৰু শেষত ৰুছ বিপ্লৱৰ ক্ষেত্ৰত অৰিহণা যোগাইছিল। এই আলোচনাৰ পৰা

এটা কথা এতিয়ালৈ স্পষ্ট হৈ পৰিছে যে ইতিহাসৰ চৰ্চা আৰু আলোচনা ক্ষেত্ৰত অৰ্থনৈতিক ভিত্তি আৰু সম্পৰ্কৰ ক্ষেত্ৰত পৰিবৰ্তন আৰু ৰাজনৈতিক শ্ৰেণীসংগ্ৰামৰ আলোচনাই কেৱলমাত্ৰ যথেষ্ট নহয়—সমাজৰ উপৰিসৌধৰ সমগ্ৰ আদৰ্শাত্মক, দাৰ্শনিক, সাংস্কৃতিক আৰু ধৰ্মীয় চিন্তা-ভাৱনা তথা সংগ্ৰামবোৰকো গুৰুত্ব সহকাৰে ইয়াৰ প্ৰকৃত প্ৰেক্ষাপটত আলোচনা কৰাটো প্ৰয়োজন। নহ'লে ইতিহাস-চৰ্চা অসম্পূৰ্ণ হৈ থাকে।

ধৰ্ম আৰু ইতিহাসৰ মাজৰ সম্পৰ্কতো, বিশেষকৈ ধৰ্মৰ ঐতিহাসিক ভূমিকা আৰু গুৰুত্বৰ বিষয়ে এইখিনিতে কিছু কথা বোধ কৰো আলোচনা কৰাটো সমিচীন হ'ব। বহু মাৰ্ক্সবাদী ঐতিহাসিকে ধৰ্মক Opium of the masses বা জনসাধাৰণক নিচা লগাই ভুলাই থোৱা আফিং বুলি বৰ সহজভাৱে এটা প্ৰচলিত উক্তিৰ উদ্ধৃতি দি ধৰ্মৰ সামাজিক আৰু ঐতিহাসিক ভূমিকাক উলাই কৰিব খোজে; আনহাতে বিৰোধীসকলেও এই উক্তিটোক মাৰ্ক্সবাদী দৰ্শনৰ এটা আসোঁৱাহ বা ভুল হিচাপে দেখুৱাই ইয়াৰ বিৰোধিতা কৰিবৰ বাবে ব্যৱহাৰ কৰে। এই দুইটা কামেই ভৰাং আৰু ভুল কাম। এনে কৰাৰ ফলত ইতিহাসৰ আলোচনাত ধৰ্মৰ প্ৰকৃত ভূমিকাটো ধুঁৱলি-কুঁৱলি হৈ পৰে।

আদিম লোক-বিশ্বাসৰ ভিত্তিতেই আনুষ্ঠানিক ধৰ্মৰ জন্ম। আদিম লোক-বিশ্বাসবোৰ আকৌ প্ৰকৃতিৰ বুকুত জীৱন ধাৰণৰ ক্ষেত্ৰত মানুহে সন্মুখীন হোৱা অন্তহীন ৰহস্য আৰু খাদ্য তথা যৌনজ উৎপাদনৰ লগত—অৰ্থাৎ শ্ৰমৰ লগত জড়িত। সমাজ-বিকাশৰ ফলত লাহে লাহে যেতিয়া শ্ৰেণীবিভাজন হ'ল, তেতিয়া এটা স্বকীয়া পুৰোহিত শ্ৰেণী আৰু আনুষ্ঠানিক ধৰ্মৰো জন্ম হ'ল। ধৰ্ম-বিশ্বাসৰ পৰাই এটা সময়ত দৃশ্যমান আৰু অজান পৃথিৱীৰ ৰহস্যৰ ব্যাখ্যা হিচাপে জন্ম পালে বিভিন্ন দৰ্শনে। এনেদৰে গঢ়ি উঠা ধৰ্মদৰ্শনে একোটা যুগৰ মানুহৰ জীৱনধাৰা, নৈতিকতা, কলা-কৃষ্টি, সামাজিক চেতনা, উৎপাদন প্ৰক্ৰিয়া আৰু চিন্তা-ভাৱনাক প্ৰভাৱান্বিত কৰি গঢ় দিবলৈ ধৰিলে। ধৰ্ম, মানুহৰ সমাজ-জীৱনৰ অবিচ্ছেদ্য অংগ হৈ পৰাৰ ভবিষ্যতে ই মানুহৰ আধ্যাত্মিক সংস্কৃতিৰ ( Spiritual culture ) প্ৰকাশ হৈ পৰিল।

অৱশ্যে আনুষ্ঠানিক ধৰ্মক শাসকশ্ৰেণী আৰু এওঁলোকৰ সহযোগী পুৰোহিত-সকলে নতুন বৈজ্ঞানিক চিন্তাধাৰাৰ জন্ম আৰু সমাজ পৰিৱৰ্তনৰ বাটত বাধা

থিবলৈ অস্ত্ৰ হিচাপে সদায়েই ব্যৱহাৰ কৰি আহিছে। শাসকশ্ৰেণী আৰু সমাজত স্থিতাৱস্থাক বজাই ৰাখিবলৈ ৰজাক ঈশ্বৰৰ অংশ আৰু ৰাজকীয় বা চলিত শাসনক ঈশ্বৰৰ ইচ্ছাপ্ৰসূত বুলি মানুহক ধৰ্মীয় অনুশাসনেৰে ভুলাই ৰাখিবলৈ চেষ্টা কৰি আহিছে। ধৰ্মৰ নামত গণহত্যাকে আদি কৰি বহুতো ভয়াবহ অপৰাধ সংঘটিত হৈ আহিছে। কিন্তু সমাজত ধৰ্মৰ এইটোৱেই একমাত্ৰ ভূমিকা নহয়, ইয়াৰ বিপৰীত দিশ এটাও আছে। ধৰ্ম নিজেই কেতিয়াবা সমাজ পৰিৱৰ্তনৰ আহিলা আৰু আন্দোলন হৈ পাৰছে। সমাজত ধৰ্মৰ নামত চলা ভণ্ডামি, অন্ধবিশ্বাস আৰু ৰীতি-নীতিৰ বিৰুদ্ধে পৰিৱৰ্তিত সময়ৰ দাবীত এৰোটা নতুন ধৰ্মৰ জন্ম হৈছে নাইবা এটা ধৰ্মৰ নিজৰ মাজতেই সুদূৰপ্ৰসাৰী সংস্কাৰ হৈছে। এনে ঘটনাই, এনে সংস্কাৰে সমাজক, মানুহক নতুনকৈ আগুৱাই নিছে। উদাহৰণস্বৰূপে, মাৰ্টিন লুথাৰৰ নেতৃত্বত প্ৰটেষ্টাণ্ট খ্ৰীষ্টান ধৰ্মৰ আৱৰ্তাৱ, আৰবৰ মৰুভূমিত ইচলাম ধৰ্মৰ জন্ম আৰু অতি কম সময়ৰ ভিতৰতে পৃথিৱীৰ এক ব্যাপক অঞ্চলত ইয়াৰ দ্ৰুত বিস্তাৰ বা ভাৰতবৰ্ষত জন্ম লোৱা বৌদ্ধ, জৈনধৰ্ম বা হিন্দুধৰ্মৰ মাজত গঢ় উঠা ভক্তি-আন্দোলনসমূহলৈ আঙুলিয়াব পাৰি। এই ভক্তি-আন্দোলনবোৰ ভাৰতত ইচলাম ধৰ্মৰ প্ৰসাৰৰ প্ৰতিক্ৰিয়াৰূপে যেনেদৰে গঢ় উঠিছিল, তেনেদৰে ব্ৰাহ্মণ্য হিন্দুধৰ্মৰ ভেদাভেদ আৰু ছুৎৰ আচাৰ-নীতিৰ সংকীৰ্ণতা আঁতৰাই মানুহৰ মাজত সমতা-সৃষ্টিও এই আন্দোলনবোৰৰ অন্যতম লক্ষ্য আছিল। ইয়াৰ উপৰিও, ইতিহাসৰ কোনো কোনো পৰ্যায়ত ধৰ্ম নিজেই সমাজৰ নিপীড়িত শ্ৰেণীবোৰৰ সংগঠনৰ মঞ্চ হৈ পৰিছিল আৰু সমাজত শ্ৰেণীসংগ্ৰামক তীব্ৰতৰ কৰি তোলাতো সহায় কৰিছিল। আমাৰ অসমতে আহোম ৰাজশক্তিৰ ৰাষ্ট্ৰীয় শ্ৰমশোষণৰ বিৰুদ্ধে মোৱামৰীয়া প্ৰজাই বৈষ্ণৱধৰ্মক সংগঠনৰ মঞ্চ হিচাপে ব্যৱহাৰ কৰি আহোম ৰাজশক্তিক বাৰে বাৰে বিপৰ্যস্ত কৰাই নহয়, অসমৰ সমাজ-ইতিহাসৰ গতি-ধাৰাই সলনি কৰি দিছিল। ইতিহাসৰ কোনো কোনো পৰ্যায়ত আনুষ্ঠানিক ধৰ্মই এনেদৰে নিজেই সমাজ-পৰিৱৰ্তনৰ আহিলা হৈ পৰা দেখা যায়। ধৰ্মৰ এনে ভূমিকা ঐতিহাসিক কালসাপেক্ষে প্ৰগতিশীল ভূমিকা। ধৰ্মৰ গুৰুত্বপূৰ্ণ সামাজিক আৰু ঐতিহাসিক ভূমিকাৰ এইবোৰেই উদাহৰণ। আজিৰ আৰ্থ-সামাজিক অৱস্থাত ধৰ্মৰ কিবা সামাজিক ভূমিকা অৱশিষ্ট আছে নে নাই সেই বিষয়টো সম্পূৰ্ণ এটা সুকীয়া বিষয়, কিন্তু ধৰ্মৰ ঐতিহাসিক ভূমিকা আৰু গুৰুত্বৰ বিষয়ে গভীৰ আলোচনা অবিহনে কোনোধৰণৰ ইতিহাস চৰ্চায়েই সম্পূৰ্ণ হ'ব নোৱাৰে।

## প্ৰাচীন ভাৰতত ইতিহাস চৰ্চা

প্ৰাচীন ভাৰতবৰ্ষত ইতিহাস-চৰ্চাৰ কোনো নিৰ্দিষ্ট ধাৰা নাছিল। প্ৰাচীন ধৰ্মগ্ৰন্থসমূহত ৰূপকথাৰ আৱৰণত অৱশ্যে এনেকুৱা কিছু কথা পোৱা যায়, যিবোৰৰ পৰা আধুনিক পুৰাতাত্ত্বিক বিজ্ঞানৰ সহায়ত কিছুমান যুক্তিপূৰ্ণ অনুমানলৈ আহিব পৰা যায়। বেদৰ স্তোত্ৰবোৰৰ মাজত সেই সময়ৰ ৰীতি-নীতিৰ কিছু আভাস পোৱা যায়। ড° দামোদৰ ধৰ্মানন্দ কোশাম্বীয়ে তেওঁৰ The Cult And Civilisation of Ancient India নামৰ কিতাপখনত আৰু আন লিখনীতো এই-বিষয়ে গভীৰ আলোচনা কৰিছে। যুঁজাৰু, পশুপালক আৰ্যসকলে উত্তৰ-পশ্চিম ভাৰতৰ নগৰকেন্দ্ৰিক সভ্যতা ধ্বংস কৰাৰ মাজেদিয়েই এই অঞ্চলত বসবাস পত্তন কৰিছিল। তেওঁলোকৰ অভিযান কালৰে এজন নেতা আছিল ইন্দ্ৰ—যাৰ বীৰত্ব-কাহিনী কিংবদন্তীত পৰিণত হৈ সময়ত দেৱত্বগুণ লাভ কৰিছিল। ধৰ্মগ্ৰন্থসমূহৰ পিছৰ সংহিতা, উপনিষদ আৰু বেদতো ঋক্‌বেদত থকাৰ দৰে সামাজিক তথ্য খুব কমেই আছে, বৰঞ্চ এইবোৰত ইতিমধ্যে শক্তিশালীভাৱে গঢ়ি উঠা ব্ৰাহ্মণ পুৰোহিতশ্ৰেণীৰ জীৱন সম্পৰ্কীয় ব্যাখ্যা আৰু ধৰ্মতত্ত্ব সম্পৰ্কীয় কথাৰেহে পূৰ্ণ হৈ আছে। ইয়াত সেইসময়ত গঢ়ি উঠা জাতিভেদ প্ৰথাক ঈশ্বৰসৃষ্ট আৰু অভিপ্ৰেত দৃষ্টি দিয়া ব্যাখ্যাৰে সমাজত উচ্চ-নীচৰ ব্যৱধান জীয়াই ৰাখি সমাজত সুবিধা-ভোগী ক্ষত্ৰিয় শাসকগোষ্ঠী আৰু পুৰোহিত শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰাৰ প্ৰয়াস দেখা যায়। ব্ৰাহ্মণ পুৰোহিতসকলৰ স্বাৰ্থৰ দৃষ্টিকোণৰ পৰাহে এইবোৰ গ্ৰন্থত অতীতক ব্যাখ্যা কৰা হৈছে। ঐতিহাসিক ৰমিলা থাপাৰৰ মতে জাতিভেদ প্ৰথাক সমাজৰ দৃঢ় স্তৰবিন্যাস হিচাপে বৰ্ণনা কৰা কাৰ্যই ইয়াৰ স্পষ্ট উদাহৰণ।

এই প্ৰাচীন ধৰ্মগ্ৰন্থবোৰত সেয়ে ঐতিহাসিক তথ্য খুব কমেইহে পোৱা যায়। পাছত ৰচিত মহাকাব্যবোৰতো অতিপ্ৰাকৃত, ঐশ্বৰিক তথা অলৌকিক উপকথাৰ প্ৰাচুৰ্যই মানুহ আৰু সমাজৰ ছবিখন ধূঁৱলী-কুঁৱলী কৰি পেলাইছে। পৰৱৰ্তী কালত ভাৰতত গঢ়ি উঠা সৰু সৰু হিন্দুৰাজ্য আৰু আনকি গুপ্ত, মৌৰ্য, অশোক, চোল, চালুক্য আদি বৃহৎ সাম্ৰাজ্যবোৰতো ইতিহাস-চৰ্চাৰ বিশেষ নিদৰ্শন দেখা পোৱা নাযায়। সভাৰ ব্ৰাহ্মণ আৰু পণ্ডিতসকলে মাজে মাজে বংশৱলী আৰু শাসনাৱলী লিখিছিল যদিও সেইবোৰত সমাজ বাদেই, আনকি ৰাজকীয় শাসন-প্ৰণালীৰ বৰ্ণনাতকৈও ৰাজভক্তি আৰু শাসকবৰ্গত দৈৱত্ব আৰোপ কৰিব খোজাৰ প্ৰচেষ্টাহে বেছিকৈ দেখিবলৈ পোৱা যায়। স্বাভাৱিকভাৱে ইহঁতো এইবোৰে

অৱশ্যে ঐতিহাসিকসকলক ঘটনাক্ৰম সজোৱাৰ ভৱিষ্যতে সমাজসম্পৰ্কে কিছু অন্তৰ্দৃষ্টি লাভ কৰাত সহায় নকৰাও নহয়।

প্ৰাচীন ভাৰতত ইতিহাসৰ তথ্যৰে সমৃদ্ধ একমাত্ৰ গ্ৰন্থখন হ'ল বোধকৰো ধৰ্ম-নিৰপেক্ষ দৃষ্টিকোণৰপৰা লিখিত 'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'। ইতিহাস হিচাপে লিপিবদ্ধ নহ'লেও অৰ্থশাস্ত্ৰক সেইকালৰ আটাইতকৈ বিশ্বস্ত ঐতিহাসিক দলিল বুলি ক'লে হয়তো বঢ়াই কোৱা নহ'ব।

ইতিহাস চেতনাৰ পৰিৱৰ্তে প্ৰাচীন ভাৰতত একধৰণৰ ইতিহাস-বিমুখিতাৰ ভাৱহে স্পষ্টভাৱে দেখিবলৈ পোৱা যায়। সমসাময়িক পৃথিৱীৰ আন আন প্ৰাচীন সভ্যতাৰ মাজত বংশাৱলী আৰু শাসনাৱলী ৰচনাৰ যেনেদৰে প্ৰচলন আছিল, ভাৰতত তেনে নাছিল। এনে ইতিহাস-বিমুখিতাৰ অন্যতম কাৰণ হয়তো আছিল হিন্দুধৰ্ম-দৰ্শনত পাৰকালিক আৰু পাৰলৌকিক জগতৰ প্ৰতি অত্যাধিক গুৰুত্ব আৰোপ কৰাটো। এনে আদৰ্শই দৃশ্যমান বাস্তৱ বৰ্তমানৰপৰা মানুহৰ মন বিমুখ কৰি তোলে। প্ৰত্যেক যুগৰ মানুহে নিজস্ব 'বৰ্তমান কালত' অতীতৰ চৰ্চা কৰে নিজক বুজিবলৈ আৰু ভৱিষ্যতৰ বাবে প্ৰস্তুত হ'বলৈ। কিন্তু, এখন দেশৰ মানুহৰ আধ্যাত্মিক দৰ্শন যদি পাৰলৌকিক আদৰ্শেৰে সিক্ত হৈ মানুহক কালৰ নিষ্ক্ৰিয় ক্ৰীড়নক বুলি প্ৰতিষ্ঠা কৰি তোলে, তেনে সেই সমাজক অতীত বাস্তৱৰ ইতিহাস-চৰ্চাতকৈ অতিপ্ৰাকৃত উপকথাৰ আলমত 'বিমূৰ্ত দৰ্শনৰ চিন্তা-ভাৱনাই বেছিকৈ প্ৰাধান্য পোৱাটো স্বাভাৱিক।

মুছলমানসকল ভাৰতলৈ অহাৰ পাছৰপৰা ভাৰতত ইতিহাস-চৰ্চাৰ এটা ধাৰা গঢ় লৈ উঠা বুলি ক'ব পাৰি। মুছলমান ৰাজত্বত প্ৰশাসন ব্যৱস্থা, ৰাজসভাৰ কাৰ্যবিৱৰণী, বংশাৱলী, অৰ্থনৈতিক অনুশাসন আৰু খাজনা হিচাপ, ভ্ৰমণ-কাহিনী, আৰু যুদ্ধ-অভিযানবোৰৰ লিখিত বিৱৰণী ৰখাৰ এটা নিয়ম আছিল। বহুকেইজন সম্ৰাটৰ আত্মজীৱনী আৰু জীৱনী ( যেনে বাবৰনামা ) আদিয়েও এই ক্ষেত্ৰত বহুখিনি ঐতিহাসিক সমলৰ যোগান ধৰে। সেয়ে এই সময়ত ভাৰতৰ ইতিহাস সম্পৰ্কে প্ৰচুৰ তথ্য পোৱা যায়। অৱশ্যে, এই সকলো তথ্যৰ এতিয়াও শৃংখলাবদ্ধ অধ্যয়ন আৰু বিশ্লেষণ হোৱা নাই। ভাৰতীয় ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত ভাৰতৰ মুছলমান ৰজাসকলৰ শাসনকালক মুছলমান যুগ, ইয়াৰ পূৰ্বৱৰ্তী কালক হিন্দু আৰু পৰৱৰ্তী কালক বৃটিছ যুগ বুলি ঐতিহাসিক কালবিভাজন কৰাৰ এটা প্ৰৱণতা দেখা পোৱা যায়। এই বিশেষ ধৰণৰ কাল-বিভাজনতো যুক্তিসিদ্ধ নহয়েই বৰঞ্চ

অতিকাৰকো। বিশেষকৈ মুছলমানসকল হঠাৎ ভাৰতলৈ আহি থাকি যোৱা নাছিল, বৰঞ্চ শ শ বছৰ জুৰি সীমান্ত সংঘৰ্ষ আৰু যুঁজবাগৰৰ মাজেদি আৰৱ-ইৰাণ-আফগানিস্থান হৈ মুছলমানসকলে ভাৰতত বসতি স্থাপন কৰিছিলহি। এনে ধৰণৰ যুগ বিভাজনে যেয়ে ঐতিহাসিক বাস্তৱতাক উলাই কৰে আৰু ইতিহাস-চৰ্চাক সাম্প্ৰদায়িক বং চৰাই সাম্প্ৰদায়িক ৰাজনৈতিক উদ্দেশ্যৰে ব্যৱহাৰ কৰাত ইন্ধন যোগায়। বৃটিছসকল ভাৰতলৈ অহাৰ পাছৰপৰা ইয়াত ঔপনিবেশিক ইতিহাস-চৰ্চাৰ ধাৰা এটাৰ জন্ম হ'ল, স্বাধীনতা সংগ্ৰামকালীন আৰু স্বাধীনতাৰ পাছতো ইতিহাস-চৰ্চাৰ সুকীয়া সুকীয়া ধাৰা গঢ়লৈ উঠিল। এইবোৰৰ বিষয়ে অসমত ইতিহাস-চৰ্চাৰ ঐতিহ্যৰ আলোচনা প্ৰসংগত নিৰ্দিষ্টকৈ অসমৰ প্ৰেক্ষাপটৰ লগত যুক্ত কৰি আলোচনা কৰা হ'ব।

## অসমত ইতিহাস চৰ্চাৰ ধাৰা :

অসমত ইতিহাস-চৰ্চাৰ এটা প্ৰাচীন আৰু সমৃদ্ধ ধাৰা আছে। নানা ধৰণৰ দোষ-ত্ৰুটি থাকিলেও ইতিহাস-চৰ্চাৰ এই ঐতিহ্য আমাৰ সকলোৰে এক গৌৰৱৰ বস্তু। এই ইতিহাস-চৰ্চাৰ পৰম্পৰা এটা থকা বাবেই নানান প্ৰতিকূল সময়ৰ মাজতো অসমীয়া জাতিৰ গঠনৰ কাম আৰু অস্তিত্ব ৰক্ষাৰ সমস্যাত বহুখিনি সহায় হৈ আহিছে। ইতিহাস সাহিত্যও সেইবাবেই আমাৰ সাহিত্য-জগতত এখন সুকীয়া মৰ্যাদাৰ আসন দখল কৰিবলৈ সক্ষম হৈছে। অসমৰ ইতিহাস-চৰ্চাৰ এই পৰম্পৰাটোৰ বিষয়ে আলোচনা যথেষ্ট কম হৈছে আৰু তাৰ ফলতেই ইয়াৰ প্ৰকৃতি আৰু স্বৰূপ সম্পৰ্কে মানুহৰ মাজত অস্পষ্টতা আছে। অসমত ইতিহাস চৰ্চাৰ যি নিৰবচ্ছিন্ন পৰম্পৰা আছে সি কিন্তু সকলো সময়তে একে ঠাঁচৰ হৈ থকা নাই। সময় আৰু যুগ পৰিবৰ্তনৰ লগে লগে বেলেগ বেলেগ ধাৰাত ইতিহাসৰ চৰ্চা অসমত হৈছে। বেলেগ বেলেগ ঐতিহাসিকে সুকীয়া সুকীয়া সময় আৰু পৰিস্থিতিত নতুন নতুন ধৰণে ইতিহাস-চৰ্চাত প্ৰবৃত্ত হৈছে। এনেদৰে জন্ম লাভ কৰা ধাৰাবোৰৰ মাজত চাৰিটা প্ৰধান ধাৰা আমাৰ চকুত পৰিছে পৰে। এই চাৰিটা ধাৰা আকৌ অসমৰ সমাজ জীৱনৰ চাৰিটা পৰ্যায়ৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। নিবন্ধৰ এই অংশত মাধাৰণভাৱে এই ধাৰাকেইটাৰ বিষয়েই আলোচনা কৰিম।

অসমত নিয়মতান্ত্ৰিকভাৱে ইতিহাস ৰচনাৰ কাম আৰম্ভ হয় আহোমসকলে

ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰব্ৰজন কৰাৰ সময়ৰপৰা। তাৰ আগতে ইতিহাস ৰচনাৰ কোনো ঐতিহ্য ইয়াত নাছিল। সেয়ে প্ৰাক্-আহোম কালছোৱাৰ কোনো ধৰণৰ ইতিহাস আমি নাপাওঁ, যদিও এই কালৰ বহুত প্ৰাচীন কিংবদন্তি লোক-কথা, লোকাচাৰ আৰু বিশ্বাসৰ কথা আমি জানো। প্ৰত্নতাত্বিক, নৃতাত্বিক আৰু ভগ্নাৱশেষ তথা প্ৰাচীন কিছু শিলালিপি, তাম্ৰশাসন, কলি, মন্ত্ৰপুথি, তান্ত্ৰিক পুথি হিৱেন চাং আদিৰ বিবৰণ আৰু মহাকাব্য দুখনকে ধৰি নানান কাহিনীত থকা কাহিনী আৰু আন সূত্ৰৰপৰা এই কালছোৱাৰ ইতিহাস আমি উলিয়াব লাগে। এই সময়ৰ ইতিহাস ৰচনাৰ কাম-কাজ কিছু চলিছে যদিও বৈজ্ঞানিক প্ৰণালী, বিশ্লেষণ আৰু সংশ্লেষণৰ জৰিয়তে এই গুৰুত্বপূৰ্ণ কালটোৰ ইতিহাস ৰচনাৰ কাম এতিয়াইলৈকে আৰম্ভ হোৱা নাই। ৰাজমোহন নাথকে আৰম্ভ কৰি কেইবাজনো ঐতিহাসিকে বিভিন্ন সূত্ৰৰপৰা সমল গোটাই সংকলিত কৰিছে যদিও এই সমলবোৰৰ মাজত বহুত ৰূপকথা আৰু কিংবদন্তিয়ে আলোচনা আৰু বিশ্লেষণ নোহোৱাকৈয়েই ঠাই পাইছে। ফলত এইবোৰৰ ঐতিহাসিক মূল্য কমি গৈছে। প্ৰাচীন লোককথা আৰু কিংবদন্তিও ইতিহাসৰ সমল হব পাৰে যদিহে সেইবোৰক বৈজ্ঞানিক দৃষ্টিভংগী আৰু বৰ্তমান যুগৰ জ্ঞানেৰে বিশ্লেষণ কৰি সিদ্ধান্তমূলক আলোচনা কৰা হয়।

প্ৰাক্-আহোম যুগৰ অসমৰ ইতিহাস এতিয়াও ধুঁৱলি-কুঁৱলি। আহোমসকলৰ প্ৰব্ৰজনৰ সময়ৰপৰা শাসকসকলৰ আজ্ঞা আৰু পৃষ্ঠপোষকতাত 'বুৰঞ্জী ৰচনা' বা ইতিহাস-চৰ্চাৰ এই প্ৰথম ধাৰাটোৰ জন্ম হয়। এই ধাৰাক আমি প্ৰাচীন ধাৰা বুলি অভিহিত কৰিব পাৰোঁ। চুকাফাৰ দিনৰপৰাই ৰাজ আজ্ঞাত দেশৰ গুৰুত্বপূৰ্ণ ঘটনাৱলী—বিশেষকৈ দেশ বিজয়, যুদ্ধ-বিগ্ৰহ, নতুনকৈ দখল কৰা দেশ আৰু নৰকৈ লগ পোৱা মানুহৰ কথা, ৰজা তথা শাসক পৰিয়ালৰ ঘটনাবোৰ লিখি ৰখা হৈছিল। এইবোৰ আছিল প্ৰকৃত অৰ্থত ঘটনাৱলীৰ ৰেকৰ্ড বা ঘটনাপঞ্জী। এইবোৰেই পৰৱৰ্তী কালত বুৰঞ্জী বুলি বিখ্যাত হৈ পৰে। এনেদৰে বুৰঞ্জী লিখাৰ নিয়মতান্ত্ৰিক ব্যৱস্থাৰ প্ৰৱৰ্তনেই অসমত ইতিহাস ৰচনা আৰু চৰ্চাৰ গৌৰৱময় পৰম্পৰাৰ আৰম্ভণি।

শাসকশ্ৰেণীৰ পৃষ্ঠপোষকতাত লিখিত এই বুৰঞ্জীসমূহত স্বাভাৱিকতেই ৰজা-মন্ত্ৰীসকলৰ কাম-কাজেই প্ৰাধান্য পাইছিল। আহোম ৰাজ্যত কালক্ৰমত খেল্ আৰু পাইক ব্যৱস্থাৰ মাজেদি এটা সামন্ততান্ত্ৰিক শ্ৰেণী গঢ়ি উঠিছিল, তেতিয়া এই শ্ৰেণীৰ সামন্ত প্ৰভুসকলৰ পৃষ্ঠপোষকতা আৰু তত্বাৱধানতো এনেদৰে বুৰঞ্জী লেখাৰ

পৰম্পৰা এটা গঢ়ি উঠিবলৈ ধৰিলে। এনেদৰেই একো একোটা পৰিয়ালৰ কাম-কাজৰ বৰ্ণনাপঞ্জী হিচাপে কিছুমান বুৰঞ্জীৰ সৃষ্টি হ'ল। এনে পাৰিবাৰিক বুৰঞ্জীবোৰে মাজে মাজে কিছুমান নতুন কথাবো সন্ধান দিয়ে।

সামন্ততান্ত্রিক ৰাজতন্ত্ৰত সাধাৰণতেই সামন্ত-প্ৰভুসকলৰ মাজত বিভিন্ন জোটবন্ধন আৰু মিত্ৰতা গঢ়ি উঠে আৰু এনে গোটবোৰে দেশৰ ক্ষমতা দখলৰ বাবে একো একোজন ৰাজকুমাৰ বা সিংহাসনৰ দাবীদাৰক আগত লৈ ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতাত লিপ্ত হয়। ই সামন্তীয় ৰাজতন্ত্ৰৰ এটা সাধাৰণ আৰু সাৰ্বজনীন লক্ষণ। অসমৰ ইতিহাসতো এনে ঘটনা ঘটিছিল: আতন বুঢ়াগোহাঁই, দেবেৰা বৰবৰুৱা, লালুকসোলা বৰফুকন, কীৰ্তিচন্দ্ৰ বৰবৰুৱা আদি বিষয়াসকলে ৰজা ভঙা-পতা কৰা আৰু দেশৰ প্ৰকৃত ক্ষমতা নিয়ন্ত্ৰণৰ কাহিনী সকলো বুৰঞ্জীতেই আছে। এনে গোটবোৰৰ মাজৰ দ্বন্দ্বৰ প্ৰতিফলন কেতিয়াবা বুৰঞ্জীবোৰতো পৰে, আনকি কীৰ্তিচন্দ্ৰ বৰবৰুৱাক হেনস্থা কৰিবলৈ তেওঁৰ বিৰোধী বিষয়াসকলে 'চকৰিফেটি' নামৰ বুৰঞ্জী এখনো ৰচনা কৰে বুলি জনা যায়। ইয়াৰ ফলশ্ৰুতিতেই কীৰ্তিচন্দ্ৰই বুৰঞ্জী-দাহ কৰিছিল। এনে বুৰঞ্জীবোৰৰ মাজত কেতিয়াবা প্ৰতিদ্বন্দ্বীৰ বিৰোধী কথা লেখোতে সময়ত দেশৰ ঘটনাৰ সঁচা ছবিখনো ওলাই পৰে। ( বিতৰ্কমূলক 'চকৰিফেটি' বুৰঞ্জীখন সম্পূৰ্ণভাবে হেৰাই যোৱা বুলি ভবা হৈছিল, কিন্তু ড° লীলা গগৈয়ে তেখেতৰ 'বেলি মাৰ গ'ল' নামৰ কিতাপত সাঁচিপতীয়া চকৰিফেটি বুৰঞ্জী এখন পোৱা বুলি গ্ৰন্থপঞ্জীত উল্লেখ কৰিছে! )। বাহগড়ীয়া বুঢ়াগোহাঁইৰ বুৰঞ্জী, শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ তুংখুঙীয়া বুৰঞ্জী আদি পুথিবোৰ মূলতে এনে ধৰণৰ পাৰিবাৰিক বুৰঞ্জীহে।

এনেদৰে লেখা বুৰঞ্জীবোৰৰ উপৰিও সেই যুগটোৰ কথা আন কিছুমান সূত্ৰৰ পৰাও জনা যায়। বিশেষকৈ অসমত বৈষ্ণৱধৰ্ম প্ৰচাৰৰ সময়ৰপৰা লিপিবদ্ধ হোৱা গুৰুচৰিত পুথিবোৰৰ মাজতো বহু ঐতিহাসিক উপাদান আছে। বহু প্ৰাচীন সত্ৰসংগঠন আদিৰো নিজা বুৰঞ্জী আৰু বংশাৱলী আছে। ইয়াৰ উপৰিও কলাখনীয়া দলিল, লেখাকাকত, পিয়ল হিচাপ, নথিপত্ৰ আদিও এই প্ৰাচীন ধাৰাৰ ঐতিহাসিক সমলৰ ভিতৰতেই পৰে। সেই সময়ত আহোম ৰজাৰ পৰা কাষৰীয়া ৰাজ্যৰ ৰজাসকললৈ দিয়া শুভেচ্ছামূলক আৰু কূটনৈতিক চিঠি-পত্ৰ, চুক্তি বা সন্ধি-পত্ৰ এইবোৰেও বহু ঐতিহাসিক সমলৰ যোগান ধৰে আৰু সেই যুগটোৰ বিষয়ে এটা ঐতিহাসিক অন্তৰ্দৃষ্টি লাভ কৰাত সহায় কৰে।

অসমৰ এই প্ৰথম ইতিহাস-চৰ্চাৰ ধাৰাটোৰ কিছুমান দুৰ্বলতা আছে ; অৱশ্যে এই দুৰ্বলতা বা ঘাটিসমূহ থকাটো স্বাভাৱিক। শাসকগোষ্ঠী আৰু মুখিয়াল লোকসকলৰ তত্বাৱধানত, নাইবা ধৰ্মগুৰুসকলৰ বংশ বৰ্ণনা কৰি লেখা এই বুৰঞ্জীবোৰত সাধাৰণ মানুহৰ সমাজথনৰ কথা প্ৰায় নায়েই। মুখ্য লোকসকলৰ ঘটনা আৰু কথা বৰ্ণনা কৰোঁতেহে মাজে মাজে সাধাৰণ প্ৰজাৰ কথা তাত সোমাই পৰিছে। কোনো কোনো ক্ষেত্ৰত এনে কিছুমান ঘটনাৰ বৰ্ণনা আৰু এনে কিছুমান তথ্য ইয়াত পোৱা যায় যিবোৰে অৱশ্যে সমাজৰ ওপৰত এক গভীৰ অন্তৰ্দৃষ্টি দান কৰে।

আমাৰ অসমৰ যিসকল ঐতিহাসিকে অসমৰ মধ্যযুগটোৰ ওপৰত লেখামেলা, চৰ্চা কৰে, তেওঁলোকে সাধাৰণতে প্ৰাচীন বুৰঞ্জীৰ ঘটনা আৰু তথ্যবোৰকে নকৈ সজাই পৰাই বহুৎ সানি সংকলন আৰু উপস্থাপন কৰে। আজি মানৱ সমাজৰ জন্ম, বিকাশ, বিবৰ্তন সম্পৰ্কে আমি যি সমাজবিজ্ঞাৰ জ্ঞান লাভ কৰিছো, তাৰ সহায় লৈ অতীতৰ তথ্যবোৰক বৈজ্ঞানিকভাবে বিশ্লেষণ কৰিবলৈকো তেওঁলোক আগ্ৰহী নহয়। বৰ্তমানৰ বিজ্ঞান আৰু বৈজ্ঞানিক দৃষ্টিভংগী গ্ৰহণ কৰিবলৈকো কুণ্ঠিত আৰু অপাৰগ। ফলত তেওঁলোকৰ ইতিহাস-চৰ্চা 'নতুন বটলত পুৰণা মদ'ৰ লেখীয়া হয়: খোলাটো মাখোন নতুন, কথা সেই আওপুৰণি সিদ্ধান্তসোপাই। অৱশ্যে তেওঁলোকৰ দৃষ্টিভংগী বহুক্ষেত্ৰত ঐতিহাসিকভাবে সীমাবদ্ধ হ'বলৈ বাধ্য। ইয়াৰ কাৰণৰ উমান আমি পাছৰ দুটা ইতিহাস-চৰ্চাৰ ধাৰাৰ বিষয়ে আলোচনা কৰোঁতে পাই যাম।

১৮২৬ চনত য়াণ্ডাবু চুক্তিৰ পাছত অসম বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ তলতীয়া হয়। তেতিয়াৰ পৰাই লাহে লাহে সমগ্ৰ অসমত বৃটিছ ঔপনিবেশিক শাসন আৰম্ভ হয়। ১৮৫৭ চনৰ পাছত সমগ্ৰ ভাৰতৰ লগতে অসমো কোম্পানীৰ তলৰ পৰা প্ৰত্যক্ষভাবে বৃটিছ শাসনৰ অধীন হয়। তেতিয়াৰপৰাই সাম্ৰাজ্যবাদী প্ৰয়োজন আৰু পৃষ্ঠপোষকতাত অসমৰ বুকুত এটা ইতিহাস-চৰ্চাৰ দ্বিতীয় ধাৰাৰ জন্ম হয়। এই ধাৰাটোক আমি বহলভাবে ঔপনেবেশিক ধাৰা বুলি অভিহিত কৰিব পাৰোঁ। এই ধাৰাটোৰ জন্মৰ কাৰণ আৰু ইয়াৰ লক্ষণ বৰ বিচিত্ৰ আছিল।

আন বহুতৰ দৰে এই লেখকেও আগতে এটা সৰল মন্তব্য কৰিছিল যে ইংৰাজ

চাহাবসকলে উপনিবেশ গঢ়ি তোলা, শাসন আৰু শোষণ কৰাৰ স্বাৰ্থতেই ইতিহাস-চৰ্চা আৰু ৰচনা কৰিছিল। কথাটো মূলতে সঁচা। কিন্তু, ইয়েই এই বিষয়ে একমাত্ৰ কথা নহয়। ইংলেণ্ডৰ মধ্যবিত্ত শ্ৰেণীৰ যিসকল বিষয়াই উপনিবেশবোৰত চাকৰি কৰিবলৈ আহিছিল, তেওঁলোকে সেই সময়ৰ য়ুৰোপৰ উদাৰনৈতিক আৰু মানৱতাবাদী দৰ্শনৰ লগতে ইংৰাজ জাতিৰ অনুসন্ধিৎসা আৰু জ্ঞান-পিপাসাৰ বীজো কিছু পৰিমাণে কঢ়িয়াই আনিছিল। কেৱল অসমতেই নহয়, সমগ্ৰ ভাৰততে এনে বহুতো বিষয়াই ইতিহাস, প্ৰত্নতত্ত্ব আৰু পুৰাতত্ত্ব সম্পৰ্কীয় এনে বহুমূলীয়া কাম কৰি গ'ল, যি ভাৰতৰ বুকুত এই দিশত আধুনিক চিন্তা-চৰ্চাৰ সূচনা কৰিলে। চাকৰিৰ দায়ত কৰা কামতকৈ এই অৱদান বেলেগ: অৱশ্যে তেওঁলোকৰ গৱেষণা আৰু পৰিশ্ৰমৰ ফলাফল আকৌ ভাৰত তথা অসমত ঔপনিবেশিক শাসনক দৃঢ় কৰাৰ কামত খটুৱা হৈছিল। ঔপনিবেশিক প্ৰশাসনে নিজৰ স্বাৰ্থতেই এই ব্যক্তিসকলৰ ইতিহাস অনুসন্ধানক উৎসাহ দিছিল আৰু পৃষ্ঠপোষকতা কৰিছিল। এনেদৰেই তেওঁলোকৰ ব্যক্তিগত সত্তা ঔপনিবেশিক স্বাৰ্থৰ মাজত বিলীন হৈ গৈছিল।

বৃটিছ শাসন গঢ়ি তোলা আৰু তাক ৰক্ষা কৰা তথা লাভজনক কৰি তোলাৰ খাতিৰতেই অধিকৃত অঞ্চলবোৰৰ অতীত ইতিহাস, সমাজৰ গঠন, অৰ্থনীতি, ৰাজনীতি, সামাজিক আৰু অৰ্থনৈতিক সম্পৰ্ক তথা ধৰ্মবিশ্বাসৰ বিষয়ে শাসকসকলে জনাটো প্ৰয়োজন হৈ পৰিছিল। চিৰাচৰিত বৃটিছ নিয়মতান্ত্ৰিকভাৱে সেয়ে ঔপনিবেশিক বিষয়া আৰু সামৰিক নেতাসকলে এইবোৰ অঞ্চলৰ বিষয়ে সকলো ধৰণৰ তথ্যপাতি সংগ্ৰহ কৰা আৰু সেইবোৰ লিখি ৰখাৰ কাম হাতত লৈছিল। এই তথ্যবোৰৰ ওপৰত ভিত্তি কৰিয়েই ঔপনিবেশিক স্বাৰ্থৰ অনুকূলে ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক সিদ্ধান্তবোৰ গ্ৰহণ কৰা হৈছিল। বেছি গভীৰ উদাহৰণৰ মাজলৈ নগৈ অসমৰ প্ৰাথমিক ৰাজহ প্ৰশাসনৰ ব্যৱস্থালৈ চালেই এই কথাৰ সত্যতা ধৰিব পাৰি। বৃটিছে অসম দখল কৰাৰ পাছত প্ৰথমে মায়নি আৰু ভাকশাছত মধ্য আৰু উজনি অসমত দেশৰ কৃষি আৰু কৃষি-অৰ্থনীতি সম্পৰ্কে জৰীপ আৰু অধ্যয়ন কৰিছিল। বিভিন্ন সামাজিক সম্পৰ্কবোৰো পৰীক্ষা কৰিছিল। তেওঁলোকে দেখিবলৈ পাইছিল যে অসমৰ সামন্তীয় অৰ্থনীতি মূলতে ৰাজনা শোষণতকৈ ৰায়ত পাইকৰ শ্ৰম শোষণৰ ওপৰত নিৰ্ভৰশীল। নগদ পইচাৰ সলনি সামন্ত প্ৰভুসকলে তলতীয়া প্ৰজাৰপৰা শ্ৰম গ্ৰহণ কৰিছিল। স্বাভাৱিকতেই এনে অৰ্থনীতিৰ মাজত ৰাজহ সংগ্ৰহৰ বাট কম। বৃটিছে সেয়ে লাহে লাহে এনে

কিছুমান ব্যৱস্থা ল'লে যাৰ ফলত দেশত নৱ নৱ অথচ স্বতন্ত্ৰধৰ্মীয়া খেতিয়কৰ বহল সমাজ এখন গঢ়ি উঠে, কৃষিৰ উৎপাদন বাঢ়ে আৰু এওঁলোকৰ ওপৰত ৰাজহ লগাই ঔপনিবেশিক শোষণ চলোৱা সহজ হয়। প্ৰথমে তেওঁলোকে মোৱামৰীয়া গণ-অভ্যুত্থান আৰু মানৰ আক্ৰমণত ভাগি যোৱা পাইক আৰু খেল ব্যৱস্থা পুনৰ প্ৰচলন হ'বলৈ নিদিলে, ধনী মানুহৰ ঘৰত থকা বন্দী, গোলাম আদি ক্ৰীতদাসবোৰক মুকলি কৰি দিলে আৰু নৱ নৱ একোখণ্ড ৰূপিত মাটিত খেতিয়কসকলে চৰকাৰক কৰ দি খেতি কৰিব পৰা ব্যৱস্থা কৰিলে। তাৰ পাছতে এনে কৰ তুলিবলৈ একো একোটা মৌজা সৃষ্টি কৰি বন্দবস্তী আৰু নিযুক্তি ভিত্তিত একোজন এজেণ্ট বা মৌজাদাৰক নিয়োজিত কৰিলে। বৃটিছ শক্তিৰ ওপৰত জন্মৰপৰাই নিৰ্ভৰশীল এই লোকসকল ঔপনিবেশিক সামন্ত শোষণৰ স্থানীয় খুঁটি হৈ পৰিল। এয়ে ৰায়তৱাৰী ব্যৱস্থা। এই ব্যৱস্থা গঢ়ি তোলাৰ ফলত ক্ৰমাগতভাৱে খেতিয়ক প্ৰজাক খাজনা শোষণৰ বাট মুকলি হ'ল। ইয়াকে কৰিবলৈ যাওঁতে প্ৰায় পাঁচ দশক ধৰি যিবোৰ অনুসন্ধান, জৰীপ, পৰীক্ষা-নিৰীক্ষা চলোৱা হৈছিল, যিবোৰ ৰিপ'ৰ্ট প্ৰস্তুত কৰা হৈছিল—সেইবোৰ আজি গুৰুত্বপূৰ্ণ ঐতিহাসিক সমল হৈ পৰিছে।

এই ঔপনিবেশিক ধাৰাৰ ইতিহাস ৰচনাৰ আন এটা দিশ আছিল। ইংৰাজসকলে তথা য়ুৰোপে যিসময়ত ভাৰতবৰ্ষক আৱিষ্কাৰ কৰিলে সেই সময়ত ভাৰতৰ সমাজ ব্যৱস্থা অত্যন্ত পশ্চাৎপদ হৈ পৰিছিল; জাত-পাত আদি এশ-এটা ভাগ-বিভেদেৰে বিভক্ত আছিল ভাৰতীয় সমাজ। য়ুৰোপৰ সেই উত্থানৰ যুগত স্বাভাৱিকতেই ভাৰত সম্পৰ্কে এটা তাচ্ছিল্য আৰু অৱজ্ঞাৰ মনোভাৱ এফালে যেনেদৰে প্ৰকাশ পাইছিল, আনফালে তেনেদৰে প্ৰাচীন ভাৰতীয় দৰ্শন আৰু আধ্যাত্মিকতাক প্ৰশংসাৰ দৃষ্টিৰে চোৱা হৈছিল। ভাৰতীয় আধ্যাত্মিক দৰ্শনক তাৰ জাগতিক ভিত্তিৰপৰা বিচ্ছিন্ন কৰি বহুত ওখৰ কিবা এটা অতীন্দ্ৰিয় বস্তু হিচাপে প্ৰতিষ্ঠা কৰা হৈছিল। এনে কামৰ ফলত এফালে প্ৰাচীন দৰ্শনক ভাল বুলি কিছু লোকক, বিশেষকৈ বুদ্ধিজীৱীসকলক ফুচুলাই থোৱা হ'ল আৰু আনফালে বাকী সকলো ভাৰতীয় বস্তুকেই য়ুৰোপ আৰু বৃটিছৰ তুলনাত বেয়া আৰু হীন বুলি প্ৰতিপন্ন কৰিবলৈ বিচৰা হ'ল। ইয়াৰ ফলো হ'ল। ভাৰতীয় বহুতেই নিজৰ প্ৰাচীন ঐতিহ্যক সম্পূৰ্ণ বাদ দি ইংৰাজৰ বস্তুৰ দালাল হৈ পৰিল। ঔপনিবেশিক আৰু সাম্ৰাজ্যবাদী ইতিহাস ৰচনাৰ এই ধাৰা অসংখ্য চাহাব ঐতিহাসিকসকলৰ মাজত দেখা যায়। পদ্মনাথ গোহাঞিবৰুৱা, হলিৰাম ঢেকিয়াল ফুকন আদিয়েও ইয়াৰে

প্ৰতিধ্বনি তোলাৰ চেষ্টা কৰিছিল। তাহাৰ শাসকসকলে লেখা অসমৰ ইতিহাস-বোৰত প্ৰধানতে লেয়ে বজা, ৰাজ-পৰিয়াল আৰু শাসকসকলৰ কাম-কাজৰ বৰ্ণনাই মুখ্য ঠাই পালে আৰু এই বৰ্ণনাৰ মাজেৰে মহাৰাজ ৰুদ্ৰসিংহ আৰু দুই-এজন ৰজাৰ ব্যতিক্ৰমে আন সকলো শাসকক নিষ্ঠুৰ, অবিবেচক, পশ্চাৎপদ, অত্যাচাৰী, স্বৈৰাচাৰী ৰূপে প্ৰতিপন্ন কৰিবলৈ বিচৰা হ'ল। ইয়াৰ বিপৰীতে নকৈ প্ৰতিষ্ঠিত বৃটিছ ঔপনিবেশিক শাসন, শাসক আৰু ৰজাৰ গুণানুকীৰ্তন কৰি অসমৰ বাইজে যে এই ঔপনিবেশিক শোষণ প্ৰতিষ্ঠাৰ বাবে বৃটিছৰ ওচৰত চিৰকৃতজ্ঞ থকা উচিত,—এনে এক স্পৰ্ধাসূচক মনোভাব গঢ় দিয়াৰ চেষ্টা কৰা হ'ল।

ঔপনিবেশিক শাসকসকলৰ এনে শিক্ষাৰ বীজ আজিও আমাৰ অসমৰ বহু ঐতিহাসিকৰ লেখনীৰ মাজত স্পষ্টকৈ দেখিবলৈ পোৱা যায়। তাহাৰ গুৰুসকলে যিমান যিনি অতীত অসম সম্পৰ্কে অনুসন্ধান আৰু বিশ্লেষণ কৰি গ'ল, যিবোৰ সিদ্ধান্ত তেওঁলোকে দি গ'ল, সেইবোৰতকৈ অধিক বিশ্লেষণ কৰা আৰু নতুন সিদ্ধান্তলৈ অহাৰ সাহস তেওঁলোকৰ নাই। যদি ক'ৰবাত কোনোবা তাহাবে কোনো এজন অসমৰ ৰজাক অত্যাচাৰী বুলি বৰ্ণাই গৈছে, তেন্তে আজিও এই ঐতিহাসিক-সকলে তাকেই দোহাৰে। নিজৰ দেশৰে এসময়ৰ এজন শাসকৰ কাম-কাজৰ সেই সময়ৰ সমাজ বাস্তৱৰ অধ্যয়নৰ জৰিয়তে সততাৰে বিশ্লেষণ কৰিবলৈ তেওঁলোকে নিবিচাৰে।

তাহাৰ ঐতিহাসিকসকলৰ ব্যক্তিগত জ্ঞান-পিপাসা, উদাৰতা আৰু অনুসন্ধিৎসাৰ কথা বাদ দিলে ঔপনিবেশিক কালছোৱাত গঢ়ি উঠা ইতিহাস-চৰ্চাৰ সমগ্ৰ ধাৰা-টোৱেই ঔপনিবেশিক স্বাৰ্থৰক্ষাৰ কামতেই গঢ়ি উঠিছিল আৰু নিয়োজিত হৈছিল। অসমৰ ঔপনিবেশিক ইতিহাসো এনে। ঔপনিবেশিক শাসকৰ ছত্ৰছায়াত এই সময়ত অসমৰ সমাজত প্ৰতিষ্ঠা লাভ কৰা অসমীয়া বুৰঞ্জীবিদ সকলো স্বাভাৱিক কাৰণেই লেয়ে শাসকশ্ৰেণীৰ প্ৰশংসাত পঞ্চমুখ আছিল। মোৱামৰীয়া প্ৰজা-অভ্যুত্থান আৰু তাৰ পাছত মানৰ আক্ৰমণত খান-খান হোৱা অসমীয়া সমাজখনক উদ্ধাৰ কৰা বুলি বৃটিছৰ বিষয়ে তেওঁলোক প্ৰশংসাত পঞ্চমুখ হৈ পৰিছিল। ঔপনিবেশিক শাসনৰ বিৰুদ্ধে জাতীয় স্বাধীনতা বিচাৰি প্ৰতিৰোধৰ পতাকা উৰুৱা গদাধৰ কোঁৱৰ, গমধৰ কোঁৱৰ, পিয়লি ফুকন, উ তিৰৎ সিং আদিৰ সংগ্ৰামক তেওঁলোকে খোলা খুলিকৈ গৰিহণা দিছিল। ইয়াৰ বিপৰীতে অসমৰ ঘেতিয়ক সমাজক ক্ৰমবৰ্দ্ধমান খাজনা শোষণেৰে ভাঙি পেলোৱা আৰু অসমত কানিৰ বেপাৰ

যেনি অসমীয়া জাতিক কানীয়া, লোৰোপা, নিচাগ্ৰস্ত কৰি ঔপনিবেশিক ৰাজকোষ পূৰণ কৰাৰ প্ৰচেষ্টা তেওঁলোকে দেখা নাছিল। এই ক্ষেত্ৰত বহু সময়ত তেওঁলোকে বৃটিছক বিশেষকৈ খাজনা সংগ্ৰহত সহায়হে কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱা আৰু মণিৰাম দেৱানৰ কাম-কাজ আৰু লিখনীত এই দিশ দেখা পোৱা যায়। ১৮৫৭ চনৰ প্ৰথম ভাৰতীয় স্বাধীনতা যুঁজৰ সক্ৰিয় অংশীদাৰ হৈ পৰা মণিৰামৰ ঐতিহাসিক অৱস্থান শেষলৈ সলনি হৈছিল, কিন্তু সেয়া এটা সুকীয়া প্ৰসংগ।

ঔপনিবেশিক কালছোৱাতে খ্ৰীষ্টান মিছনেৰীসকলৰ উদ্যোগত উজনি অসমত অসমীয়া ভাষা ৰক্ষা, চৰ্চা, বিকাশ আৰু অসমৰ ইতিহাস-চৰ্চাৰ কাম-কাজ ভালদৰেই আৰম্ভ হৈছিল। কিন্তু ‘অৰুণোদই’ৰ মিছনেৰীসকলৰ ইতিহাস-চৰ্চা ঔপনিবেশিক শাসনৰ স্বাৰ্থ ৰক্ষাৰ কামতেই নিয়োজিত আছিল। নতুন কিছু তথ্য থাকিলেও নতুন অন্তদৃষ্টি এই চৰ্চাৰ মাজত নাছিল। খোলা খুলিকৈয়ে এওঁলোকে শাসক-শ্ৰেণীৰ গুণগান কৰিছে আৰু অসমৰ বাহিৰৰ ঔপনিবেশিক শোষণবিৰোধী সংগ্ৰাম-বোৰক গৰিহণা দিছে। বৃটিছৰ বিৰোধিতা নকৰি শাসকৰ ভকতীয়া হৈ থাকিবলৈ দিয়া উপদেশবো অভাৱ নাই। মৰ্মবস্তুৰ দিশৰপৰা ‘অৰুণোদই’ৰ ইতিহাস-চৰ্চাই ঔপনিবেশিক ধাৰাকেই সমৃদ্ধ কৰিছিল।

ঔপনিবেশিক যুগত অসমৰ ইতিহাস ৰচনা কৰা এজন ঐতিহাসিকৰ কাম-কাজৰ ওপৰত কিছু মন্তব্য কৰা এইখিনিতেই প্ৰয়োজন। এওঁ হ'ল ছাৰ এডৱাৰ্ড গেইট। অসমৰ আধুনিক ইতিহাস চৰ্চাৰ ক্ষেত্ৰত তেওঁ বাটকটীয়াৰ কাম কৰি গৈছে। তেওঁৰ অসম বুৰঞ্জী বোলা কিতাপখন মূলতে ঔপনিবেশিক স্বাৰ্থ আৰু পৰিবেশতেই ৰচনা কৰা; ৰজা-মহাৰাজৰ বৰ্ণনায়েই ইয়াত প্ৰাধান্য পাইছে, দৃষ্টিভংগীও একেই, তথাপি তথ্যৰ প্ৰাচুৰ্য, প্ৰায় সকলো দিশৰ ওপৰত আলোকপাত কৰিব পৰা গুণ আৰু কিছু পৰিমাণে ইংলণ্ডৰ বুৰ্জোৱা উদাৰনৈতিক চিন্তাধাৰাৰ চাপে এই ৰচনাক এক বিৰল ঐতিহাসিক গুৰুত্ব প্ৰদান কৰিছে। সেইটো লিখি থোৱাতকৈ সেই যুগৰ অসমৰ ইতিহাস ৰচনাৰ কামত ড° সূৰ্যকুমাৰ ভূঞাৰ বাদে আন কোনেও অধিক অধ্যয়নযুক্ত আৰু গভীৰ কাম কৰিবলৈ সক্ষম হোৱা নাই।

ঔপনিৱেশিক শাসনকালৰ শেষৰফালে অসমত (ভাৰততো) ইতিহাস-চৰ্চাৰ এটা নতুন ধাৰাৰ জন্ম হয়। সেই সময়লৈ সমগ্ৰ ভাৰতবৰ্ষ জুৰি ঔপনিৱেশিক শাসনৰ বিৰুদ্ধে জাতীয় স্বাধীনতাৰ সংগ্ৰামবোৰ গঢ় লৈ উঠিছে। এই সময়ত এই সংগ্ৰামৰ তাগিদাতেই অতীতক নতুনকৈ চোৱাৰ প্ৰয়োজন আহি পৰিল। বৃটিছসকলৰ বিৰুদ্ধে যুঁজ কৰিবলৈ প্ৰয়োজন হ'ল অতীতৰ অনুপ্ৰেৰণা। বৃটিছ ঔপনিৱেশিক ইতিহাস-চৰ্চাৰ ধাৰাই ভাৰতৰ অতীতক এক অন্ধকাৰাচ্ছন্ন যুগ বুলিয়েই চিহ্নিত কৰি গৈছে। অশোক, আকবৰ আদি কেইজনমান মুষ্টিমেয় ৰজাৰ শাসনকালৰ বাহিৰে ভাৰতৰ অতীতত কোনো গৌৰৱময় ঐতিহ্য নাইকিয়া বুলিয়েই প্ৰতিপন্ন কৰিব বিচাৰিছে। বৃটিছ শাসনেহে ভাৰতত আধুনিক সভ্যতাৰ পোহৰ পেলাই ভাৰতবাসীক উদ্ধাৰ কৰিলে বুলি কবলৈ প্ৰয়াস কৰিছে। ইয়াৰ বিপৰীতে ভাৰত-বাসীৰ মাজত আত্মগৌৰৱ আৰু সাহস যোগাবৰ বাবে অতীতৰ গৌৰৱোজ্জ্বল কাহিনী আৰু বীৰত্ব গাথাবোৰক তুলি ধৰি নকৈ ইতিহাসক চোৱাৰ প্ৰয়োজন আহি পৰিল। বহু ঐতিহাসিকে এই সময়ত নতুনকৈ ইতিহাস-চৰ্চা আৰম্ভ কৰিলে, ভাৰতৰ প্ৰাক্-বৃটিছ যুগটোক স্বৰ্ণ যুগ বুলি অভিহিত কৰি এওঁলোকে ঔপনিৱেশিক শাসন-বিৰোধী ইতিহাস লেখাৰ কামত ব্ৰতী হ'ল। এওঁলোকৰ লিখনীতো মূলতে ৰজা-মহাৰজাসকলৰ কাহিনীয়েই ঠাই পালে যদিও বৃটিছ বিৰোধী সংগ্ৰামবোৰেও ঠাই পালে। অসমতো ইতিহাস-চৰ্চাৰ এই ধাৰাটো আৰম্ভ হ'ল। ঔপনিৱেশিক যুগৰ মাজতেই ইতিহাস-চৰ্চা আৰম্ভ কৰা ড° সূৰ্য্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা আদিৰ লেখনী সৰসি হ'ল। ভাৰতীয় জনতাৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ আগৰণে তেওঁলোকৰ ইতিহাস-চৰ্চাক এটা নতুন ধাৰা দিলে। ঔপনিৱেশিক মানসিকতাৰ বহু অৱশেষ বৈ গ'লেও এই ধাৰাটোৱে অসমত অসমৰ জাতীয় গৌৰৱ প্ৰতিষ্ঠাৰ বাবে ইতিহাস চৰ্চাৰ কাম আৰম্ভ কৰিলে। ফলশ্ৰুতিত ইতিহাস-চৰ্চাৰ যি ধাৰাটোৰ জন্ম হ'ল, তাক আমি জাতীয়তাবাদী ধাৰা বুলি ক'ব পাৰোঁ। সমগ্ৰ ভাৰতৰ লগতে অসমতো ৰাইজৰ সাম্ৰাজ্যবাদ বিৰোধী জাতীয় সংগ্ৰামৰ ফলশ্ৰুতিত ইতিহাস-চৰ্চাৰ এই জাতীয়তাবাদী ধাৰাটোৰ সূচনা হ'ল।

জাতীয়তাবাদী ধাৰাত অসমত যি ইতিহাস চৰ্চা আৰম্ভ হ'ল, তাৰ মাজত জাতীয় গৌৰৱ উদ্ধাৰৰ লগতে পুনৰুত্থানবাদৰ প্ৰৱণতাবোৰ স্পষ্টকৈ প্ৰকাশ পাবলৈ ধৰিলে।

ইয়াত অতীত অসমক আখ্যা দিয়া হ'ল সোণালী যুগ হিচাপে। রুদ্রসিংহকণরা রাজেশ্বরসিংহৰ শাসন কালছোৱাই অসমৰ ইতিহাসৰ আটাইতকৈ গৌৰৱমণ্ডিত অধ্যায় বুলি অভিহিত কৰা হ'ল। বৃটিছ শাসনৰ সুফল কিছুক স্বীকাৰ কৰি ল'লেও অসমৰ এই অতীতৰ স্বৰ্ণ যুগৰ 'নষ্টালজিয়া'ত ঐতিহাসিকসকল আপ্লুত হৈ পৰিল। ফলস্বৰূপে সৰু সৰু বীৰক দিয়া হ'ল জাতীয় বীৰৰ আখ্যা, তাওৰ বীৰসকলক কৰি তোলা হ'ল বিৰাট কিবা এটা। বিশেষণ আৰু উপাধিৰ পৰোক্তবেৰে তেওঁ-লোকৰ প্ৰকৃত সামাজিক ঐতিহাসিক ভূমিকা ধূঁৱলি-কুঁৱলি কৰি পেলোৱা হ'ল। এনে কাম আজিও চলি আছে। অসমৰ ইতিহাসৰ এজন অন্যতম সেনানায়ক চিলাৰায়ক বিশ্ব মহাবীৰ, নৃপশ্ৰেষ্ঠ আদি বিশেষণ দিয়া আমি অলপতে দেখা পাইছোঁ। এনে বিশেষণ সৰ্বস্বতাই এনে ঐতিহাসিক ব্যক্তিসকলৰ ভূমিকাকেই যে কেৱলমাত্ৰ অস্পষ্ট কৰি তোলে তেনে নহয়, ই বাস্তৱিকতেই আমাৰ ইতিহাস-চেতনা আৰু চৰ্চাৰ ক্ষেত্ৰত চিন্তাৰ দৈন্যকো প্ৰকাশ কৰে।

ড° সূৰ্যকুমাৰ ভূঞা আৰু বেণুধৰ শৰ্মা এই দুজন ঐতিহাসিকৰো লেখনীত আমি এনে ধৰণৰ আসোঁৱাহ থকাটো দেখিবলৈ পাওঁ। ড° ভূঞাৰ লেখনীৰ মাজত প্ৰচুৰ তথ্য আৰু কিছু বৈজ্ঞানিক ব্যাখ্যাৰ প্ৰয়াস আৰু কষ্টসাধ্য গৱেষণাৰ মূল্যবান স্বাক্ষৰ থাকিলেও ঐতিহাসিক আৰু ব্যক্তি হিচাপে ড° ভূঞাৰ জনজীৱনৰ সৈতে প্ৰত্যক্ষ সম্বন্ধ নথকাৰ বাবে তেওঁৰ কামৰ মাজত অসমৰ সাধাৰণ মানুহৰ জীৱনৰ কোনো জীৱন্ত ছবি আমি দেখিবলৈ নাপাওঁ। ড° ভূঞাই সাধাৰণভাৱেই শাসক-পক্ষত অৱস্থান লৈয়েই ইতিহাস-চৰ্চা কৰিছিল, সেয়ে তেওঁৰ ইতিহাসত প্ৰজাসকলৰ উদ্যম আৰু কাম-কাজৰ কিছুমান ভুল আৰু একপক্ষীয় বৰ্ণনাহে ঠাই পাইছে। উদাহৰণ এটা চোৱা যাওক: মোৱামৰীয়া গণ-অভ্যুত্থানৰ প্ৰথম জাগৰণৰ পাছত চাৰিওফালে বিশৃংখলতাৰ সুবিধা লৈ জনসাধাৰণৰ ধন-সম্পত্তি লুট-পাট কৰি ফুৰা ডকাইত দলৰ সৃষ্টি হৈছিল। এই ডকাইত দলবোৰ গঠন কৰিছিল অভ্যুত্থানত ক্ষমতাচ্যুত হোৱা পুৰণা প্ৰশাসনৰ বেতৰবোৰ বিষয়াই। এই ডকাইত দলবোৰৰ অত্যাচাৰক মোৱামৰীয়া বুঢ়ীবোৰত বিদ্ৰোহী প্ৰজাসকলৰ দৌৰাত্ম্য বুলি বাৰে বাৰে বৰ্ণনা কৰি অহা হৈছে। ড° সূৰ্যকুমাৰ ভূঞা, লক্ষীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা আৰু মণিৰাম দেৱানৰ লিখনীতো এই কথাকেই কোৱা হৈছে। কিন্তু টাই ভাষাত লিখিত আহোম পুৰোহিত দেওধাইসকলে লিখা "আহোম বুৰঞ্জী'ত এই দৌৰাত্ম্য আৰু ডকাইতিবোৰ ভণ্ড বিষয়াসকলে কৰা বুলি নাবে দৈছে

দিয়া আছে আৰু অভ্যুত্থানৰ পাছৰ প্ৰজা প্ৰশাসনে এইবোৰ দমন কৰি দেশত শান্তি-শৃংখলা ৰক্ষা কৰাৰ চেষ্টা চলোৱাৰ কথা আছে। ( বিতং বিৱৰণৰ বাবে চাওক, লেখকৰ মোৱামৰীয়া গণ-অভ্যুত্থান, পৃঃ ১২০-২২ )। এই উদাহৰণে এনে ঐতিহাসিকসকলৰ, বিশেষকৈ জাতীয়তাবাদী ইতিহাস-চৰ্চাৰ ধাৰাৰ চৰিত্ৰ আৰু অৱস্থান স্পষ্ট কৰি দিয়ে।

অসমৰ জাতীয়তাবাদী ইতিহাস-চৰ্চাৰ ধাৰাৰ এজন অন্যতম প্ৰধান ঐতিহাসিক বেণুধৰ শৰ্মা এই ক্ষেত্ৰত কিছু ব্যতিক্ৰম। বৃটিছ সাম্ৰাজ্যবাদ বিৰোধী স্বাধীনতা সংগ্ৰামৰ এজন আগবঢ়ুৱা কৰ্মী বেণুধৰ শৰ্মাৰ লেখনীত জনসাধাৰণৰ লগত এক সহজ আত্মীয়তা আৰু গণতান্ত্ৰিক চিন্তাধাৰাৰ প্ৰভাৱ স্পষ্ট। মানুহৰ সংগ্ৰামৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা আৰু সহৃদয়তাই তেওঁৰ লেখনীলৈ প্ৰচুৰ সীমাবদ্ধতা থকা সত্বেও আনি দিছে এক নতুন বাস্তৱধৰ্মিতা।

জাতীয়তাবাদী ইতিহাস-চৰ্চাৰ ধাৰাৰ মাজত পুনৰুত্থানবাদী ভাবধাৰা নিহিত হৈ থকাৰ কথা আগতেই কৈ অহা হৈছে। এনে পুনৰুত্থানবাদী চিন্তাধাৰাই কেতিয়াবা ডাঙৰ বিপদৰো সূচনা কৰিব পাৰে, কাৰণ ই অতীত ইতিহাসক কেতিয়াবা একপাক্ষিক দৃষ্টিৰে পৰীক্ষা কৰে আৰু ঐতিহাসিক তথ্যক বিশেষ স্বাৰ্থত নিয়োজিত কৰিব খোজে। এটা সাম্প্ৰতিক উদাহৰণৰে আলোচনা কৰিলে এই কথা হয়তো অধিক স্পষ্ট হ'ব। অসম আন্দোলনৰ আৰম্ভণিতে এটা কথা সঘনাই উচ্চাৰিত হোৱা শুনা গৈছিল যে ১৮২৬ চনৰ আগত অসম স্বাধীন দেশ আছিল, তাৰ পাছত বৃটিছ ঔপনিবেশিকসকলে পৰাধীন কৰিলে, ১৯৪৭ চনতো অসমীয়া জাতিয়ে ভাৰতীয় ইউনিয়নত নিজৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ নাপালে। সেয়ে আজি অসমীয়া জাতিয়ে আত্মনিয়ন্ত্ৰণৰ বাবে সংগ্ৰাম কৰা প্ৰয়োজন। অৰ্থাৎ, আজি অসমীয়াই পুনৰ স্বাধীন হ'বলৈ চেষ্টা কৰা ভাল। ইতিহাসৰ এনে ব্যাখ্যাই এহাতে যেনেদৰে অতীতৰ অবাস্তৱ ব্যাখ্যা কৰে আনহাতে তেনেদৰে বিচ্ছিন্নতাবাদৰ ঐতিহাসিক ভিত্তিও প্ৰস্তুত কৰাত সহায় কৰে। ইতিহাসৰ এনে ব্যাখ্যাই পুনৰুত্থানবাদৰ লক্ষণ। এনে ধাৰাত, অতীতক এনেদৰে বিশ্লেষণ কৰি সোণালী যুগ বুলি দেখুওৱা হয় যেন ভৱিষ্যতেও আমি অতীতত থকাৰ দৰে এটা অৱস্থালৈ ঘূৰি যোৱা বাঞ্ছনীয়। এনে ব্যাখ্যাই ভাৰতবৰ্ষত গঢ় লৈ উঠাৰ ঐতিহাসিক

প্ৰক্ৰিয়াটোকে অস্বীকাৰ কৰে। পুনৰুত্থানবাদী ইতিহাস-চৰ্চাই প্ৰগতিভকৈ পশ্চাৎপদতাৰহে বাট উলিয়ায়। অতীতৰ গৌৰৱময় কথাবোৰৰ ভবিষ্যতৰ বাবে অনুপ্ৰেৰণা লোৱা স্বকীয়া কথা আৰু আকৌ অতীতলৈ ঘূৰি যোৱাৰ চেষ্টা চলোৱাটো সুকীয়া কথা।

পুনৰুত্থানবাদী ইতিহাস-চৰ্চাৰ আন এটা বিপদৰ কথাও উল্লেখিওৱা ভাল হ'ব। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ এটা পৰ্যায়ত সাম্ৰাজ্যবাদী প্ৰৰোচনাত ভাৰতত ধৰ্মীয় সাম্প্ৰদায়িকতাই গা কৰি উঠিছিল। হিন্দু আৰু মুছলমান দুটা সুকীয়া ৰাষ্ট্ৰসত্তা বুলি বৰ্ণনা কৰা হৈছিল। মুছলমানসকলক স্বকীয়া ৰাষ্ট্ৰ হিচাপে প্ৰতিষ্ঠা কৰিবলৈ বহু মুছলমান ঐতিহাসিকে ভাৰতত মুছলমান ৰজাসকলৰ শাসনক স্বৰ্ণ যুগ আখ্যা দি আকৌ ভাৰতৰ সকলোতে নহ'লেও কিছুমান সীমিত এলেকাত মুছলমান শাসন পুনৰ প্ৰবৰ্তনৰ সপোন দেখিছিল। হিন্দু সাম্প্ৰদায়িকতায়ো এই ক্ষেত্ৰত ইন্ধন নোযোগোৱা নহয়। ভাৰতত এই সময়তেই, আংশিকভাৱে মুছলমান ঐতিহাসিক-সকলৰ ইতিহাস ব্যাখ্যাৰ ফলতো, হিন্দু সাম্প্ৰদায়িক ইতিহাস-চৰ্চাও আৰম্ভ হৈছিল। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ আৰু ইয়াৰ প্ৰৱক্তাসকলে এনে হিন্দু পুনৰুত্থানৰ পোষকতা কৰিছিল। তেওঁলোকে ভাৰতৰ হিন্দু শাসনৰ যুগটোক স্বৰ্ণ যুগ আৰু মুছলমান-সকলক আক্ৰমণকাৰী বুলি অভিহিত কৰিছিল আৰু ছত্ৰপতি শিবাজী, ৰাণা প্ৰতাপ আদি আঞ্চলিক হিন্দু বীৰক ভাৰতৰ ৰাষ্ট্ৰীয় বীৰৰ মৰ্যাদা দিছিল। ইতিহাসৰ এনে ব্যাখ্যানে কেৱল যে হিন্দু-মুছলমানৰ যুগ্ম অৱদানেৰে আধুনিক ভাৰতীয় সমাজ গঢ়ি উঠাৰ প্ৰক্ৰিয়াটোক অস্বীকাৰ কৰিছিল, তেনে নহয়, ই ভাৰতত সাম্প্ৰদায়িক চিন্তাৰ বীজ স্বাধীনতাৰ পাছৰ কাললৈকো ৰোপণ কৰি গৈছিল। এই কথাখিনি উত্থাপন কৰাৰ উদ্দেশ্য হ'ল যে অসমৰ ইতিহাস-চৰ্চাৰ মাজতো সময়ে সময়ে এনে সাম্প্ৰদায়িক চিন্তাৰ প্ৰভাৱ নপৰা নহয়। প্ৰায়কেইজন লেখকৰে লেখনীত ইয়াৰ প্ৰভাৱ দেখা যায়। ইয়াৰ উপৰিও অসমত ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত ভাষিক সাম্প্ৰদায়িকতাৰ ইন্ধনো যোগ হয়। এই বিপদৰ প্ৰতি ভৱিষ্যতেও ইতিহাস অনুৰাগীসকল সচেতন হোৱা প্ৰয়োজন।

যাঠিৰ দশকৰ আৰম্ভণিৰ পৰা অসমতো বস্তুবাদী দৰ্শনৰ প্ৰভাৱত ইতিহাস চৰ্চাৰ এটা নতুন ধাৰাৰ জন্ম হয়। এই ধাৰাটোক আমি বৈজ্ঞানিক ধাৰা বুলি ক'ব

পাৰোঁ। অসমৰ ৰাইজৰ উৎপাদনমুখী কৰ্মকাণ্ডৰ জৰিয়তে হোৱা অৰ্থ নৈতিক বিকাশ আৰু ইয়াৰ ওপৰত ভিত্তি কৰি আগবঢ়া সামাজিক প্ৰগতি, অসমৰ সমাজৰ উৎপাদন পদ্ধতি আৰু উৎপাদন সম্পৰ্কৰ আলোচনা, ৰাইজৰ সংগ্ৰাম আৰু জনজীৱনৰ বিভিন্ন দিশ বস্তুনিষ্ঠ অধ্যয়ন কৰাৰ প্ৰয়াস এই ধাৰাটোৰ মাজত দেখিবলৈ পোৱা যায়। অন্ধ অতীত প্ৰেম, সংকীৰ্ণতা আৰু পুনৰুত্থানবাদী ভাবধাৰাৰ বিপৰীতে অতীতৰ অভিজ্ঞতাৰপৰা শিক্ষা আৰু প্ৰেৰণা সংগ্ৰহ কৰি ভৱিষ্যতে এখন নতুন সমাজ গঢ় দিবৰ বাবে বৰ্তমানত জাতিৰ ইতিহাস তথা জীৱনৰ নৱমূল্যায়নৰ ওপৰত এই ধাৰাই প্ৰাথমিক গুৰুত্ব আৰোপ কৰে। অসমত এই ধাৰাৰ ইতিহাস-চৰ্চাই এতিয়ালৈকে বহুখিনি বিকাশ লাভ কৰিবলৈ সক্ষম হৈছে। সমগ্ৰ পৃথিৱীতে, সকলো দেশতে সমাদৃত ইতিহাস-চৰ্চাৰ বস্তুমূলক আৰু ঐতিহাসিক বস্তুবাদৰ শিক্ষাৰ আধাৰত গঢ়ি উঠা এই ধাৰাই অসমৰ ইতিহাস-চৰ্চাৰ প্ৰধান আৰু বৈজ্ঞানিক ধাৰা হৈ পৰিব। বহু দোষ-ত্ৰুটি দুৰ্বলতা সত্বেও অসমত এই ইতিহাস-চৰ্চাৰ ধাৰাটোৱেই হ'ল বিকাশমান ধাৰা।

অসমৰ ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত কিছুমান ডাঙৰ অভাৱ কিন্তু ৰৈ গৈছে। এনে এটা অভাৱ হ'ল অসমত বসবাস কৰা বিভিন্ন জাতি আৰু জনগোষ্ঠীসকলৰ ইতিহাস সম্পৰ্কে আমাৰ অজ্ঞতা। এই অভাৱ পূৰণ নোহোৱালৈকে অসমৰ পূৰ্ণাঙ্গ ইতিহাস-চৰ্চাৰ আৰু ৰচনাৰ দিশত আগবাঢ়িব পৰা নাযায়। আগতে উল্লেখ কৰি অহা কোনো এটা ধাৰাতেই এই দিশটো সমৃদ্ধ নহয়। প্ৰাচীন বুৰঞ্জীবোৰত এনে জাতিবোৰৰ সৰল উল্লেখ থাকিলেও সি সাধাৰণতে যুঁজ বাগৰ, জয়-পৰাজয়, চিঠি-পত্ৰৰ আদান-প্ৰদানৰ ৰেকৰ্ড আৰু কিছু উপাখ্যানতেই সীমাবদ্ধ। ঔপনিবেশিক শাসকসকলে এই জাতিবোৰৰ বিষয়ে বিশদ অধ্যয়ন কৰিছিল যদিও ইয়াৰ লক্ষ্য আছিল ঔপনিবেশিক শাসন কাঠামোত তেওঁলোকক সুমুৱাই লোৱা বা ভৈয়ামৰ জনজীৱনৰপৰা তেওঁলোকক বিচ্ছিন্ন কৰি তেওঁলোকৰ জৰিয়তে সৈবান কৰি সীমাত নিৰাপদে ৰখা। জাতীয়তাবাদী ঐতিহাসিকসকলৰ লেখনীতো তেওঁলোকৰ কথা তেনেকৈ নাই, বৰঞ্চ কেতিয়াবা উন্নাসিকা মনোভাৱেৰে তেওঁলোকক হীন প্ৰতিপন্ন কৰাৰহে চেষ্টা দেখা যায়। ই এটা

বৰ লজ্জাজনক কথা। এই ক্ষেত্ৰত, প্ৰচলিত অৰ্থত ঐতিহাসিক নহ'লেও বিষ্ণুপ্ৰসাদ ৰাভাৰ ইতিহাস চেতনা আৰু চৰ্চাৰ কথা উল্লেখযোগ্য। তেৱেঁই প্ৰথমে অসমীয়া জাতি আৰু অসমৰ সমাজ গঢ়ি উঠাৰ ক্ষেত্ৰত জনজাতীয়সকলৰ ভূমিকা আৰু অৱদানৰ কথা সাব্যস্ত কৰি তেওঁলোকৰ সমাজ ইতিহাসৰ অনুসন্ধানৰ প্ৰাৰম্ভিক কাম-কাজ বৈজ্ঞানিকভাৱে আৰম্ভ কৰে। এয়ে ইতিহাসৰ ক্ষেত্ৰত বিষ্ণু ৰাভাৰ মৌলিক অৱদান।

ইতিহাস-চৰ্চাৰ বাবে জনসাধাৰণৰ জীৱন আৰু চিন্তাৰ লগত আত্মিক সম্পৰ্ক গঢ়ি তোলাটো প্ৰয়োজন আৰু ইয়েইহে প্ৰকৃত ঐতিহাসিক চেতনা গঢ় লোৱাত সহায় কৰে। পুথিগত জ্ঞানেই ইয়াৰ বাবে যথেষ্ট নহয়। পুনৰুত্থানবাদী আৰু সাম্প্ৰদায়িক ঐতিহাসিক আবৰ্জনাৰ বিৰুদ্ধে সংগ্ৰামৰ বাবে প্ৰয়োজনীয় অনুসন্ধান, গৱেষণা আৰু ঐতিহাসিক অন্তদৃ'ষ্টিৰ বাবে মানুহৰ লগত প্ৰত্যক্ষ আৰু নিবিড় যোগাযোগৰ বৰ প্ৰয়োজন। আজিও অসমৰ ভাষা-সংস্কৃতি আৰু ইতিহাসৰ বিষয়ে কাম কাজ কৰা বহু পণ্ডিতৰ জনজীৱনৰ লগত প্ৰত্যক্ষ সম্পৰ্ক নথকাৰ বাবে তেওঁলোকৰ লেখনীত তথ্যৰ প্ৰাচুৰ্য থাকিলেও বিশ্লেষণ আৰু সিদ্ধান্তত প্ৰচুৰ ভুল থকা দেখা যায়। আৰু, সময়ে সময়ে লেয়ে তেওঁলোকৰ ইতিহাস-চৰ্চা পুনৰুত্থানবাদী চিন্তা আৰু সাম্প্ৰদায়িক সংকীৰ্ণতাত আৱদ্ধ হৈ শাসকশ্ৰেণীৰ ৰাজনৈতিক ভেদ-নীতিৰো হাতিয়াৰ হৈ পৰে।

ঐতিহাসিকসকল নিৰপেক্ষ হ'ব লাগে বুলি এবাৰ কথা সঘনেই শুনা যায়। কিন্তু এই নিৰপেক্ষতা কি? শ্ৰেণী নিৰপেক্ষতা? শ্ৰেণীবিভক্ত সমাজত কোনো লোকেই শ্ৰেণী স্বাৰ্থৰ উৰ্দ্ধত সম্পূৰ্ণ নিৰপেক্ষ হৈ থাকিব নোৱাৰে। ই এটা অবাস্তৱ, অবৈজ্ঞানিক কথা। আন সকলোবে দৰে ইতিহাস ৰচনাৰ ক্ষেত্ৰতো ৰজাৰবীয়া আৰু প্ৰজাৰবীয়া এই দুটা অৱস্থাক স্পষ্টভাৱে দেখিবলৈ পোৱা যায়। বহু ঐতিহাসিকে খোলাখুলিকৈ ৰজাঘৰৰ পক্ষ লয় আৰু আন বহুতে নিৰপেক্ষতাৰ নামত প্ৰচলিত ধ্যান-ধাৰণাকে টিকাই ৰখাত সহায় কৰি ৰজা-ঘৰকেই স্বাৰ্থ ৰক্ষা কৰে। গতিকে, এনে নিৰপেক্ষতাৰ চৰিত্ৰ আমি স্পষ্টভাৱে বুজি পোৱাটো দৰকাৰ। এই কথা আমি উপলব্ধি কৰিব লাগিব যে ইতিহাস সৃষ্টি কৰে জনগণে। ৰজা, মহাৰজা আৰু শাসকসকলৰ কাহিনীয়েই ইতিহাস

নহয়, বীৰপুৰুষ আৰু সেনানায়কসকলৰ প্ৰশস্তি-গাথাও বুৰঞ্জী নহয়, কাৰণ এওঁলোকক আকৌ জনসাধাৰণৰ সংগ্ৰামেই জন্ম দিয়ে। অসমৰ ইতিহাসক গঢ় দিছে অসমৰ শ্ৰমজীৱী জনগণে, তেওঁলোকৰ উৎপাদনে সমাজক আগবঢ়াই নি ইতিহাসক গতি দিছে। এওঁলোকক বাদ দি অসমৰ সাৰ্থক ইতিহাস ৰচনাৰ কথা কল্পনাও কৰা নাযায়। ইতিহাস ৰচনাৰ ক্ষেত্ৰত ই এটা আদৰ্শগত আৰু মৌলিক প্ৰশ্ন। এই প্ৰশ্নত কোনো ঐতিহাসিকেই নিৰপেক্ষ হ'ব নোৱাৰে। অসমৰ সমাজৰ সাৰ্থক ইতিহাস ৰচনাৰ বাবে দ্বিধাহীনভাৱে তেওঁলোকৰ পক্ষত থিয় দিবই লাগিব যি ইতিহাসক জন্ম দিয়ে। থিয় হ'ব লাগিব অসমৰ শ্ৰমজীৱী আৰু খেতিয়ক ৰাইজৰ স্বাৰ্থৰ পক্ষত। আজিৰ দিনত বৈজ্ঞানিক ইতিহাস-চেতনা আৰু চৰ্চাৰ আন কোনো দ্বিতীয় বাট এটা আৰু নাই।

---

# অসমত সামন্ততন্ত্ৰ আৰু সামন্তীয় অৰ্থনীতি বিকাশৰ ঐতিহাসিক প্ৰক্ৰিয়া—এটা আলোচনা

## পাতনি :

অসমত সামন্ততন্ত্ৰৰ বিকাশৰ বেলিকা কেবাটাও প্ৰক্ৰিয়াই ভূমিকা লোৱা বুলি কব পাৰি। অসমৰ আদিম জনজাতীয় সমাজখনৰ মাজত, সমাজৰ স্বাভাৱিক বিকাশৰ প্ৰক্ৰিয়াতেই সামন্ত সমাজৰ বহুতো উপাদান গঢ়লৈ উঠিছিল ; পশ্চিমৰপৰা অহা তথাকথিত উচ্চবংশজাত ব্ৰাহ্মণ পণ্ডিত, দৈবজ্ঞ, কাকতি আৰু ভূঞাসকলৰ দৰে কায়স্থ যোদ্ধা খেতিয়কসকলেও এই অঞ্চললৈ উন্নত কৃষি কৌশলৰ আমদানী কৰাৰ লগতে ৰজাঘৰৰপৰা পোৱা বিত্তৰ ভূমি-সম্পত্তি আৰু প্ৰজাসকলক লৈ সামন্ত সম্পৰ্কবোৰৰ জন্ম দিছিল ; আনহাতে পূবৰপৰা অহা খেতিয়ক আহোমসকলেও নতুন মাটি ভাঙি পানীখেতিৰ প্ৰচলন কৰা আৰু জনজাতীয় সমাজখনক পাইক, খেল আদি প্ৰথাৰ অধীনত সংগঠিত কৰি একপ্ৰকাৰ জনজাতীয় অৱশেষপূৰ্ণ সামন্ততান্ত্ৰিক সম্পৰ্ক থকা সমাজৰ সূচনা ঘটাইছিলহি। পশ্চিম অসমত কোচ আৰু মোগলশাসক সকলে উত্তৰ ভাৰতৰ আৰ্হিত যি ভূমি আৰু ৰাজহ ব্যৱস্থাৰ জন্ম দিছিল সিও সামন্ততন্ত্ৰ গঢ়ি তোলা আৰু ইয়াক আগবঢ়াই নিয়াত সহায় কৰিছিল। মধ্যযুগত অসম চোৱাই পেলোৱা নৱবৈষ্ণৱ ধৰ্মমত আৰু ইয়াৰ সাংগঠনিক অনুষ্ঠানবোৰেও এই প্ৰক্ৰিয়াৰ গঠন আৰু বিকাশত গুৰুত্বপূৰ্ণ অৰিহণা যোগাইছিল। সৰ্বশেষত ১৮২৬ চনৰ পিছত অসম দখল কৰা বৃটিছে এই অঞ্চলত মূলতে ৰায়তৱাৰী ব্যৱস্থা প্ৰৱৰ্তনৰ আৰু ( গোৱালপাৰা, কোচবেহাৰত বংগৰ আৰ্হিত ঠায়ে ঠায়ে পুৰাতন ৰজা, জমিদাৰ আদিৰ লগত চিৰস্থায়ী বন্দোবস্ত কৰাৰ জৰিয়তে সুকীয়া এটা সামন্ত প্ৰক্ৰিয়া গঢ়ি তোলা হৈছিল ) মৌজাদাৰ বিষয়ৰ সৃষ্টিৰ জৰিয়তে অসমত আধুনিক অৰ্থত সামন্ততান্ত্ৰিক ব্যৱস্থাৰ গঠন ঘটালেহি। স্বাধীনতাৰ চাৰিটা দশকৰ পাছত আজিও সামান্য কিছু উপৰুৱা সাল-সলনি বা সংস্কাৰৰ বাহিৰে মূলতে বৃটিছে বনাই থোৱা ঔপনিবেশিক সামন্ততান্ত্ৰিক প্ৰক্ৰিয়াটোৱেই অসমত চলি আছে।

অসমত সামন্ততন্ত্ৰ গঢ়ি উঠাৰ ক্ষেত্ৰত ওপৰত উল্লিখিত যিটো প্ৰক্ৰিয়া কেইটা কিন্তু পৰস্পৰ সংযোগবিহীন প্ৰক্ৰিয়া নহয়। এটাৰ লগত আনটোৰ বিভিন্ন সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক সম্পৰ্কও দেখিবলৈ পোৱা যায়। বৰ্তমানৰ আলোচনাত ওপৰৰ প্ৰক্ৰিয়াকেইটাৰ গতি-প্ৰকৃতিৰ বিষয়ে সাধাৰণভাৱে আলোচনা কৰিবলৈ যত্ন কৰা হ'ব। অসমীয়া জাতিৰ বুনিয়াদ গঠনৰ ইতিহাস জানিবলৈ হ'লে যেতিয়াৰ প্ৰধান অসমীয়াৰ সমাজৰ ভূমি সম্পৰ্কৰ বিবৰ্তন আৰু সামন্ততন্ত্ৰৰ বিকাশৰ কথা জনাটো প্ৰয়োজনীয়।

## জনজাতীয় বুনিয়াদ

বৰ্তমান জনজাতি বুলি পৰিচিত লোকসকলেই অসমৰ প্ৰথম অধিবাসী। মানৱ জাতিৰ মঙ্গোলীয় ঠালৰ, বৃহৎ বড়োকছাৰী জনগোষ্ঠীৰ লোকসকলেই মহাবাহু ব্ৰহ্মপুত্ৰই ধুৱাই নিয়া সুৰম্য অসম উপত্যকাত প্ৰথম জনপদ গঢ়ি তুলিছিল। মঙ্গোলীয় ঠালৰে আন এটা শাখাৰ কাৰবিসকলো এওঁলোকৰ সমসাময়িক বুলি বৰ্তমান ঠাৱৰ কৰা হৈছে। সমাজ বিজ্ঞানী আৰু প্ৰত্নতাত্বিক-সকলে সংগতভাৱেই ঠিৰাং কৰিছে যে অসম উপত্যকাৰ মঙ্গোলীয় গোষ্ঠীৰ এই মানুহখিনি আদিতে সৰু সৰু খাদ্যসংগ্ৰহকাৰী গোট বা দৈল হিচাবে উপত্যকাৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিছিল। প্ৰাচুৰ্যপূৰ্ণ অৰণ্যৰ মাজতবাই এওঁলোকে জীৱন ধাৰণৰ আৱশ্যকীয় খাদ্য (উদ্ভিদ আৰু পশুজাত), বিভিন্ন উপকৰণ আৰু ঘৰ বনোৱাৰ সা-সৰঞ্জাম—কাঠ আৰু খেৰ সংগ্ৰহ কৰিছিল। লোককথাবোৰৰ মাজত এওঁলোকৰ আদিম সমাজৰ যি ছবি দেখা যায়, তাৰপৰা সেইসময়ৰ তেওঁলোকৰ সমাজখনক এখন আদিম সাম্যবাদী বা জনজাতীয় সমাজ আছিল সেই কথা অনুমান কৰিব পাৰি। পৃথিবীৰ সকলো ঠাইতে আদিম মানৱসমাজ এনেকুৱাই আছিল।

লাহে লাহে যেতিয়া খাদ্যসংগ্ৰহকাৰীসকলৰ এওঁলোকে কৃষিৰ প্ৰাথমিক কৌশলবোৰ আয়ত্ত কৰি কৃষিতে খাদ্য উৎপাদকত পৰিণত হ'লগৈ, তেতিয়াও বহু যুগলৈ সমাজখনৰ মূল সম্পৰ্কবোৰ অপৰিবৰ্তিত হৈয়েই আছিল। সমাজত

বস্তুগত উৎপাদনৰ বিকাশ অত্যন্ত সেহেমীয়া আছিল বাবে সমাজৰ সম্পর্ক-বোৰো বিকাশ আছিল বিলম্বিত। যৌথ শ্ৰমৰ দ্বাৰা উৎপাদন আৰু ইয়াৰ যৌথ তথা প্ৰয়োজনভিত্তিক ভোগ আছিল সমাজৰ অর্থনৈতিক সম্পর্কৰ মূল কথাঁ। খেতিবাতি আদিম জুমখেতিৰ কৌশলৰে অস্থায়ী ভাবে ঠাই সলাই সলাই কৰা হৈছিল বাবে মাটিৰ লগত মানুহৰ স্থায়ী আৰু নির্দিষ্ট সম্পর্ক সেইকালত গঢ়ি উঠা নাছিল। জনজাতিসকলৰ মৌখিক বুৰঞ্জী সন্নিবিষ্ট বহুতো লোক গাঁথাৰ মাজত খেতিৰ বাবে নতুন মাটি বিচৰা আৰু বিচাৰি বাসস্থান বা গাওঁ পৰিবর্তন কৰাৰ বহুতো ধুনীয়া কাহিনী দেখিবলৈ পোৱা যায়।

সমাজত উৎপাদন (কৃষিকাৰ্যৰ আৱৰ্তণি আৰু তাৰ সামান্য বিকাশৰ লগে লগে) ক্ৰমে বাঢ়ি আহিবলৈ ধৰাৰ লগে লগে ব্যক্তিগত সম্পত্তি, নেতা, পুৰুহিত আৰু এই সুবিধাভোগীসকলকলৈ শাসকগোষ্ঠীৰ উৎপত্তি অৱধাৰিতভাবেই হ'ল। জনসমষ্টিৰ স্বাভাৱিক নেতাজনে, যিজন বীৰত্ব, চিকাৰ নৈপুণ্য বা জ্ঞান-অভিজ্ঞতাৰ বাবে সমগ্ৰ গোষ্ঠীটোৰ উমৈহতীয়া সন্মতিসাপেক্ষে প্ৰথমে নির্বাচিত হৈছিল, সময়ত গৈ উৎপাদনৰ দৈনন্দিন কামকাজৰপৰা মূলতে আঁতৰি আছিল, কিন্তু, সমাজৰ উৎপাদনৰ এক বৃহৎ ভাগ তেওঁ নেতৃত্ব কৰাৰ বাবে ভোগ কৰিবলৈ ধৰিলে। প্ৰকৃতিৰ লগত সদা সংঘৰ্ষৰত মানুহৰ মনত জন্ম হোৱা প্ৰকৃতিকেন্দ্ৰিক প্ৰাচীন ধৰ্মবিশ্বাস (মজিক, টোটেমবাদ আদি লোকাচাৰ) আৰু দেৱ-দেৱীবোৰৰ লগত জড়িত হৈ পৰা প্ৰাচীন পুৰুহিতসকলো এই নেতাসকলৰ দৰে সময়ত গৈ সমাজৰ সুবিধাভোগী শ্ৰেণীত পৰিণত হ'ল। উৎপাদনৰ কৰ্মকাণ্ডৰ লগত তেওঁলোকৰ সংযোগ বহু পৰিমাণে হৈ পৰিল লোকাচাৰভিত্তিক আৰু আনুষ্ঠানিক। যি নহওক, সমাজত এনেদৰেই শ্ৰেণীৰ উৎপত্তি হ'ল, সৃষ্টি হ'ল শাসক আৰু প্ৰজাৰ।

সময়ৰ এই আদিম জনজাতীয় সমাজখনৰ বিভিন্ন ফৈদবোৰৰ মাজত সততেই যুঁজ-বাগৰ আদি লাগিছিল। আৰু, এইবোৰত পৰাজিত গোষ্ঠীৰ বহুলোক বন্দী হৈছিল। প্ৰথম অৱস্থাত এই বন্দীসকলক সাধাৰণতে হত্যা কৰা হৈছিল, কাৰণ, অত্যন্ত পশ্চাৎপদ সেই উৎপাদনৰ স্তৰত এজন মানুহে নিজৰ ভৰণপোষণ বা জীয়াই থকাৰ বাবে প্ৰয়োজন হোৱা খিনিতকৈ বিশেষ বেছি একো উৎপাদন কৰিবলৈ সক্ষম হোৱা নাছিল। গতিকে ক্ৰীতদাস ৰখাটো অৰ্থনৈতিকভাবেই লাভজনক নাছিল। কিন্তু, উৎপাদনৰ কৌশলৰ উন্নতি

হোৱাৰ লগে লগে এজন মানুহে যেতিয়া নিজৰ প্ৰয়োজনতকৈ বেছিকৈ (বাহীৰ) উৎপাদন কৰিব পৰা হ'ল, তেতিয়া বন্দীবোৰক হত্যা কৰাৰ পৰিবৰ্তে ভাত-কাপোৰৰ বিনিময়ত উৎপাদনৰ (খেতিৰ জৰিয়তে বা খাদ্য সংগ্ৰহৰ জৰিয়তে) কাম কাজত নিযুক্ত কৰা হ'ল। সমাজত প্ৰচলিত উৎপাদন কাৰ্যৰ সূত্ৰ অনুযায়ী এই বন্দীসকল আৰু বিজেতাসকলৰ মাজৰ সম্পৰ্কবোৰ গঢ় লৈ উঠিল।

প্ৰাথমিকভাৱে তেওঁলোক সমগ্ৰ বিজয়ীগোষ্ঠীটোৰেই সমূহীয়া সম্পত্তিৰ দৰে আছিল। পাছত গোষ্ঠীটোৰ মাজত যেতিয়া ব্যক্তিগত সম্পত্তিৰ ধাৰণা সৃষ্টি হ'ল সামূহীক উৎপাদন আৰু সমজুৱা বসবাসৰ ঠাইত লাহে লাহে সমাজ, পৰিয়াল-কেন্দ্ৰীক হৈ উঠিল, তেতিয়া এই দাসসকলো লাহে লাহে ব্যক্তিগত বা পৰিয়ালৰ সম্পত্তি হৈ পৰিল। সমাজ বিকাশৰ এইটো স্তৰত আদিম জনজাতীয় সমাজৰ সমূহীয়া ৰীতিৰ পৰিবৰ্তন হৈ আহিছিল, পাছলৈ এই সমূহীয়া উৎপাদন ক্ৰিয়াকাণ্ড আৰু বসবাসৰ অৱশেষ এনে সমাজৰ মাজত ভেকাচাং, গাভৰুচাং আদি অনুষ্ঠানৰ মাজতহে বাচি থাকিলগৈ। কাৰবিসকলৰ মাজত আজিলৈকে দেখিবলৈ পোৱা জিৰচং অনুষ্ঠানটো এনে আদিম জনজাতীয় সামূহিক জীৱনৰে অৱশেষ।

সমাজৰ এই দাসসকল নিজে একো-একোটা উৎপাদনৰ আহিলা স্বৰূপ হৈ পৰিছিল। দাসজনৰ উৎপাদন শক্তিয়ে উৎপাদনৰ আহিলা স্বৰূপ দাসজনৰ দামো নিৰ্ণয় কৰিছিল। অৰ্থাৎ সাধাৰণ খেতিবাতি কৰা দাস এজনতকৈ ইয়াৰ উপৰিও কিবা প্ৰয়োজনীয় হস্তশিল্পজাত বস্তু তৈয়াৰ কৰাৰ কৌশল জনা দাস এজনৰ মূল্য বেছি আছিল। আনকি বেছি ভালকৈ খেতিবাতি কৰি বেছি ফচল উপজাবপৰা দাস এজন বেছি মূল্যবান আছিল। এই উৎপাদনৰ আহিলা স্বৰূপ দাসসকলৰ জীৱন-মৰণ, ভৰণ-পোষণ সকলো নিয়ন্ত্ৰণ কৰিছিল মালিকসকলে। এই মানুহবোৰ সমাজত 'দাস-মালিক' সামাজিক সম্পৰ্কৰ অধীন হৈ পৰিছিল।

বহু জনগোষ্ঠীৰ, বিশেষকৈ যিবোৰৰ মাজত সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ প্ৰক্ৰিয়া লেহেমীয়া আছিল, সেইবোৰৰ মাজত শ্ৰেণীবিভাজন বিলম্বিত আছিল বাবে এনে বন্দীবোৰ বহুদিনলৈকে ব্যক্তিগত মালিকানাৰ অধীন নোহোৱাকৈ থাকি গৈছিল। লাহে লাহে উৎপাদনত জড়িত এই দাসসকল

উৎপাদন ব্যৱস্থাৰ বিকাশৰ লগে লগে সেই গোষ্ঠীটোৰ সাধাৰণ সদস্যত পৰিণত হৈছিলগৈ। দাসৰ পৰা তেওঁলোক হৈছিল—উৎপাদক—খেতিয়ক।

গোষ্ঠীগত যুঁজ-বাগৰবোৰৰ ফলত সেইসময়ৰ সমাজত আৰু কিছুমান ঘটনা ঘটিছিল। কেতিয়াবা বিজয়ী গোষ্ঠীটোৱে পৰাজিত গোষ্ঠীটোৰ কিছুমানক ধৰি অনাৰ পৰিবৰ্তে সমগ্ৰ গোষ্ঠীটোকে বশ্যতা স্বীকাৰ কৰাইছিল, আৰু তেওঁলোকক বিজয়ীসকলৰ বাবে উৎপাদনৰ কাম-কাজ কৰিবলৈ বা উৎপন্ন কৰা বা সংগ্ৰহ কৰা বস্তুৰ অংশ উপঢৌকন হিচাবে দিবলৈ বাধ্য কৰোৱা হৈছিল। এনেধৰণৰ গোষ্ঠীগত বশ্যতা স্বীকাৰৰ ফলত পৰাজিত গোষ্ঠীবোৰ নিজৰ মাজত বহুখিনি স্বাধীনতা বৈ গৈছিল। তেওঁলোকৰ নিজৰ আচাৰ-নীতি, উৎপাদনৰ স্বাধীনতা, মাটি, হাবি-জংঘল আদিৰ ব্যৱহাৰৰ স্বাধীনতা আদি প্ৰায়বোৰ অক্ষতভাৱেই বৈ গৈছিল। বিজয়ী গোষ্ঠীটোৰ লগত তেওঁলোকৰ যি সম্পৰ্কৰ সূত্ৰপাত হৈছিল—মৰ্মবস্তুৰ ফালৰ পৰা ই আছিল এক কৰদ সম্পৰ্ক। উপৰবাকে যদিও ইয়াক দাসত্বমূলক যেন লাগিলেও ই সামন্ততান্ত্ৰিক কৰদ সম্পৰ্কৰ হৰেহে। অসমত সামন্ত তন্ত্ৰৰ বিকাশ প্ৰক্ৰিয়াত এইটো এটা গুৰুত্বপূৰ্ণ দিশ।

উদাহৰণস্বৰূপে পাটকাই পাৰহৈ আহোমসকলে অসমলৈ অহাৰ সময়ত তেওঁলোকে ইয়াত এনেধৰণৰ সম্পৰ্কৰ সূত্ৰপাত ঘটাইছিলহি। ইয়ালৈ আহি তেওঁলোকে প্ৰথমে লগ পোৱা বড়ো-কছাৰী জনগোষ্ঠীৰ বৰাহী, মৰাণ আদি গোষ্ঠীবোৰক মূলতে কৌশলৰে বশ্যতা স্বীকাৰ কৰাইছিলহি। সেই সময়ত এই জন-গোষ্ঠীবোৰৰ সামাজিক অৰ্থনীতি আছিল আদিম, তেওঁলোক সেইসময়ত এহাতে খাদ্যসংগ্ৰহ কৰিছিল আৰু শুখ মাটিত বাম খেতি কৰিছিল। আনহাতে নতুনকৈ অহা আহোমসকল আছিল দ মাটিত শালি খেতি কৰা লোক। ইয়ালৈ অহাৰ পিছতেই তেওঁলোকে খেতিবাতি আৰম্ভ কৰিছিল। প্ৰথমে অস্থায়ীভাৱে, পাছলৈ স্থায়ীভাৱে পথাৰ আদি উলিয়াই তেওঁলোকে শালি খেতি আৰম্ভ কৰিছিল। খেতিয়ক আহোমসকলে ইয়ালৈ খেতিবাতি কৰি বসবাস কৰিবলৈকে আহিছিল—ৰাজ্য লুটপাট কৰিবলৈ নহয়। আৰু তেওঁলোকৰ কৃষি পদ্ধতি ইয়াৰ আদিম অধিবাসী-সকলৰ বাবে অসুবিধাজনক আছিল বাবে মাটিৰ বাবেও সংঘৰ্ষ হোৱাৰ থল নাছিল। মৰাণ-বৰাহীসকলে খেতি কৰিছিল শুখ মাটিত বাম খেতি, আনহাতে আহোমসকলে শালি খেতি কৰিবৰ বাবে দ' অঞ্চল মাটি ভাঙি পথাৰ উলিয়াইছিলহি। যি নহওক, আহোমৰ বশ্যতা স্বীকাৰ কৰা মৰাণ, বৰাহীসকলে তেওঁলোকৰ উৎপন্ন বস্তুৰ

একাংশ। কুকুৰা, গাহৰী, খৰি-খেৰ ইত্যাদি। আদি যোগাৰলৈ বা শাৰীৰিক পৰিশ্ৰম কৰি আহোমসকলক খৰি, খেৰ, কাঠ, পানী আদি আনি দিবলৈ বাধ্য হয়। এনেদৰে গঢ়ি উঠা সম্পৰ্কটো দেখাত গোষ্ঠীগত দাসত্বমূলক যেন হলেও ইয়াৰ মাজতে কিন্তু কৰদ-সামন্ত সম্পৰ্কৰ বীজ নিহিত আছিল। সামন্ততন্ত্ৰৰ ফালে সমাজে বিকাশ লাভ কৰাত এনে সম্পৰ্কই কোনো বাধাৰ সৃষ্টি কৰা নাছিল. বৰঞ্চ, এই প্ৰক্ৰিয়াৰ ই সহায়কহে আছিল। পাইক আৰু খেল-পথাৰ প্ৰৱৰ্তনৰ জৰিয়তে আহোমসকলে যথন জনজাতীয় সামন্তীয় সমাজৰ ভিত্তি স্থাপন উজনি অসমত কৰিছিলহি, সেই সমাজব্যৱস্থাৰ মাজত এই পুৰণা মানুহবোৰো সহজে সোমাই পৰাৰ বাট এনেদৰেই মুকলি হৈছিল।

এইখিনিতেই কেইটামান সামাজিক সেৱাতন্ত্ৰৰ কথা বোধকৰো সাধাৰণভাৱে আলোচনা কৰাটো ভাল হ'ব।

প্ৰাচীন অসমত মূলতে জনজাতীয় সমাজৰ মাজৰ পৰা কেইবাখনো শক্তিশালী ৰাজ্য আৰু ৰজা গঢ়ি উঠাৰ কথা জনা যায়। কুমাৰ ভাস্কৰ বৰ্মাৰ দৰে ৰজাই জ্ঞান-বিক্ৰম সকলো দিশৰপৰাই সৰ্বভাৰতীয় স্বীকৃতিও পাবলৈ সক্ষম হৈছিল। এনে ৰাজ্যবোৰৰ অৰ্থ নৈতিক ভিত্তি বাৰু কেনেকুৱা আছিল? এই বিষয়ে খুব বেছি তথ্য-পাতি পোৱা নাযায়, কিন্তু বিদেশী পৰিব্ৰাজক ( হিয়েন চাং, ফা-হিয়েন ) আদিৰ টোকা আৰু বিভিন্ন শিলালিপি, ভূমিদানৰ তাম্ৰ ফলি বা আন সূত্ৰবৰা পোৱা তথ্যবৰা অনুমান কৰিব পাৰি যে এই ৰাজ্যবোৰ নগৰকেন্দ্ৰিক নাছিল, বৰঞ্চ ব্যাপক খেতিবাতিৰে নদন-বদন এখন গ্ৰাম্যীণ সমাজ আৰু কৃষি-অৰ্থনীতিক ভিত্তি কৰিয়েই এই ৰাজ্যবোৰ গঢ়ি উঠিছিল। কৃষিকাৰ্যই যথেষ্ট উৎকৰ্ষতা লাভ কৰিছিল; পশ্চিম অসমত বড়ো-কছাৰী জনজাতিসকলৰ মাজত পথাৰত কৃত্ৰিম জলসিঞ্চন, বান্ধ নিৰ্মাণ আদিৰ জৰিয়তে খেতি কৰাৰ প্ৰমাণ আছে। এই উন্নত কৃষি-কৌশল তেওঁলোকৰ নিজৰ উদ্ভাৱন আছিল নে আমদানীকৃত আছিল জনা নাযায় যদিও, সমাজত কৃষিৰ উন্নতি আৰু উৎপাদনৰ উন্নতি ঘটাটো খাটাং আছিল। অৰণ্যজাত সা-সামগ্ৰী, খৰি, কাঠ, হাতীদাঁত আদিৰ সংগ্ৰহ আদিও গুৰুত্বপূৰ্ণ অৰ্থনৈতিক কাম আছিল। এই ব্যাপক কৃষিজীৱি সমাজখনক ভিত্তি কৰিয়েই শক্তিশালী ৰাজপৰিয়াল আৰু ৰাজ্যবোৰ গঢ়ি উঠিছিল। দেশত সামাজিক সম্পৰ্কৰ মাজত সামন্ততান্ত্ৰিক উপাদান কিমান আৰু কেনেধৰণৰ আছিল, কোৱাটো টান। কিন্তু ৰাজস্বশোষণৰ ব্যাপক আৰু কাৰ্যকৰী চৰকাৰী ব্যৱস্থা এটা থকাটো নিশ্চিত।

সাধাৰণ প্ৰজাৰ পৰা বাধ্যতামূলক গা-খাটনি আদায় কৰাৰ উপৰিও সমাজত প্ৰচুৰ পৰিমাণে দাসশ্ৰমৰ ব্যৱহাৰ হৈছিল। বিদেশী ভ্ৰমণকাৰীসকলে অৱশ্যে ইয়াৰ সমাজত আন ঠাইৰ দৰে দাস দেখা পোৱা নাছিল বুলি লেখিছে। কিন্তু, পৰবৰ্তী আলোচনাই প্ৰমাণ কৰে যে দাস-ব্যৱস্থা এই সমাজত ব্যাপক আছিল, কিন্তু ই আছিল এক অন্তঃসলিলা নদীৰ দৰে। জনজাতীয় সমাজৰ সামাজিক সৰলতাই দাসসকলক ঘৰৰ ভিতৰত ঠাই কৰি দিব পাৰিছিল বাবেই বাহিৰৰপৰা দাসসকলৰ স্বকীয়া সমাজ এখন দেখিবলৈ পোৱা নগৈছিল।

প্ৰাচীন ভাৰতৰ মৌৰ্য-সাম্ৰাজ্যত ৰাজকীয় বিষয়াসকলৰ তত্বাৱধানত সাধাৰণ প্ৰজা আৰু দাসসকলৰ হতুৱাই নতুন মাটি ভাঙি খেতিবাতি আৰু উৎপাদন কৰাৰ ব্যৱস্থাৰ কথা জনা যায়। এই উৎপাদন কেনেদৰে ভাগ হৈছিল, অৰ্থাৎ উৎপাদকে কিমান পাইছিল, ৰজাঘৰলৈ কিমান গৈছিল তাৰ ইঙ্গিত কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ ব্যৱস্থাৰ মাজত কিছু আছে। বেতনভূক ৰাজকৰ্মচাৰীৰ তত্বাৱধানত ৰাজকীয় উদ্যোগত কৰোৱা এই উৎপাদন আৰু ইয়াৰ উদ্বৃত্ত শোষণেই সেইসময়ৰ সাম্ৰাজ্যবোৰৰ অৰ্থনৈতিক বুনিয়াদৰ একোটাইত মূল খুটি আছিল। অসমৰ ( প্ৰাচীন কামৰূপৰ ) সমসাময়িক কালৰ বিখ্যাত ৰাজ্যবোৰৰ অৰ্থনৈতিক ভিত্তি এনেধৰণৰ আছিল নে নাই কোৱা টান। কিন্তু, ইয়াতকৈ খুব বেছি বেলেগ কিবা এটা হোৱাবো সম্ভাৱনা কম বৰক, জনজাতীয় সমাজ এখনৰ গৰ্ভৰ পৰা জন্ম হোৱা পশ্চাৎপদ কৃষিভিত্তিক সমাজ এখনত প্ৰজাসাধাৰণৰ শ্ৰম-শোষণৰ প্ৰক্ৰিয়াটো অধিক কটকটীয়া আৰু ব্যাপক হোৱাৰহে সম্ভাৱনা অধিক। কিন্তু, প্ৰজাশোষণৰ প্ৰক্ৰিয়াটো বেতনভূক ৰাজকৰ্মচাৰীৰ দ্বাৰা পৰিচালিত এক আমোলাতান্ত্ৰিক ব্যৱস্থাৰ পৰিৱৰ্তে, চিৰাচৰিত আৰু পৰম্পৰাগত জনজাতীয় মূখীয়ালসকলৰ লগত এক ৰাজনৈতিক তথা অৰ্থনৈতিক সম্বন্ধ স্থাপন কৰি ৰজাঘৰে এই কাম কৰিছিল বুলি ধাৰণা হয়। ৰাজঘৰ আৰু ৰাজবংশ যদিও হিন্দু আছিল, ( হিউৱেন চাঙৰ টোকা দ্ৰষ্টব্য ) প্ৰজাসকল কিন্তু হৰ্ষিণ চীনৰ দৰে ( মঙ্গোলীয় প্ৰজাতিৰ বা নিৰ্দিষ্টভাৱে বৃহৎ বড়ো-কছাৰী জনগোষ্ঠীৰ লোক ) আছিল। ৰজাবংশবোৰো এনে জনজাতীয় লোকৰ মাজৰপৰাই হিন্দুধৰ্মৰ প্ৰভাৱ আৰু পুৰোহিতসকলৰ ভূমিকাৰ বলত হিন্দু নাম লৈ স্বকীয়া হৈ পৰিছিল। যি সময়ত শাসকশ্ৰেণীৰ মাজত হিন্দুধৰ্মৰ প্ৰভাৱ আছিল সেইসময়ত ব্যাপক প্ৰজাসকল কিন্তু জড়বাদী আছিল। জনজাতীয় মূলৰ এই ৰাজবংশবোৰে সমাজৰ পৰিচালনা আৰু শোষণৰ বাবে প্ৰজাতীয় আত্মীয়তাৰ ( Racial Kinship ) সহায় লৈ

বেতনভুক ৰাজকৰ্মচাৰীৰ পৰিৱৰ্তে জনজাতীয় মুখিয়াল (Tribal chief) সকলৰ ওপৰত নিৰ্ভৰশীল আছিল। আহোমসকলৰ মাজতো প্ৰথমৰপৰাই এনে ব্যৱস্থা এটায়েই আছিল। সাতঘৰীয়া আহোমৰ মাজৰপৰা নিৰ্বাচিত স্বৰ্গদেৱে (ৰজাই) আহোম ফৈদৰে বিভিন্নজনক প্ৰধান বিষয়াববোৰ দি ৰাজ্য প্ৰশাসন, উৎপাদন আৰু ৰাজহ সংগ্ৰহৰ বাবে (উদ্বৃত্ত শোষণৰ জৰিয়তে) নিৰ্ভৰ কৰিছিল। পাছৰ কালত পাইক প্ৰথাৰ জৰিয়তে সামন্ততান্ত্ৰিক সম্পৰ্কবোৰ সমাজত বাঢ়ি অহাৰ ফলত, উৎপাদনৰ উন্নতি আৰু সামাজিক বিশেষায়নৰ যুগত, প্ৰধানমন্ত্ৰী আৰু বিষয়া-কেইজন আহোম ফৈদৰপৰা নিযুক্ত হোৱাৰ পৰম্পৰা চলি থাকিলেও ব্যাপক সমাজখনত প্ৰশাসনৰ বিভিন্ন দিশত আন আন জাতিৰ মানুহবোৰেও বিভিন্ন পদবী-আৰু খিতাপ পাই ব্যৱস্থাটোৰ অংশ হৈ পৰে। অৰ্থাৎ জনজাতীয় সম্পৰ্ক বা আহোম ফৈদৰ সম্পৰ্কবোৰ তলৰ ফালে স্খলকি আহি চিলাইহে এহাতে ৰজা আৰু সামন্তপ্ৰভু আৰু আনহাতে বিভিন্ন জাতৰ ব্যাপক প্ৰজাসকলৰ মাজত সামন্ততান্ত্ৰিক প্ৰভু-প্ৰজা সম্পৰ্কৰ সূত্ৰপাত হয়। (এই বিষয়ে কিছু আলোচনা পাছত কৰা হব।)

আগৰ প্ৰসংগলৈ ঘূৰি আহিলে: পশ্চাৎপদ উৎপাদন আৰু জনজাতীয় সামাজিক সম্পৰ্কৰ ওপৰত ভিত্তি কৰা প্ৰাচীন অসমৰ এনে ৰাজ্যবোৰ সময়ে সময়ে যশ আৰু সমৃদ্ধিৰ শিখৰলৈ উঠিলেও, গঠনগত (structurally) ভাৱেই দুৰ্বল আছিল। এহাতে হিন্দুকৃত শাসকশ্ৰেণীৰ অগ্ৰগামী সাংস্কৃতিক ধ্যান-ধাৰণা, লাহ-বিলাহৰ জীৱন যাত্ৰা, যুঁজ-বাগৰ আৰু এইবোৰৰ খৰচ যোগাৰ কৰিবলৈ পশ্চাৎপদ অৰ্থনৈতিক ভিত্তিৰ ওপৰত (সাধাৰণ কৃষক প্ৰজাৰ ওপৰত) উদ্বৃত্ত শোষণ আৰু শ্ৰমশোষণৰ অধিক চাপে সমাজত দ্বন্দ্ব জন্ম দিছিল। এই পশ্চাৎপদ ভিত্তিভূমি আৰু অগ্ৰগামী উপৰিসৌধেই আছিল এই ৰাজ্যবোৰৰ দুৰ্বলতাৰ কাৰণ। সেয়ে যুঁজ-বাগৰ বা অন্তৰ্কলহতেই হওক, বা ভূমিকম্প-বানপানী আদিৰ দৰে প্ৰাকৃতিক দুৰ্যোগতেই হওক, যেতিয়া এই ৰাজ্যবোৰ বিপৰ্যস্ত হৈছিল, তেতিয়া ইয়াৰ পুনৰুত্থান বা নিজেনিজে বচাৰ সামৰ্থ নাছিল। ঐশ্বৰ্য্যশালী প্ৰাচীন ৰাজ্য এখন কম সময়তে নিশ্চিহ্ন হৈ গৈছিল, লোপ পাইছিল ৰাজবংশ, ভাগি পৰিছিল সামাজিক বান্ধোন আৰু আন এখন ৰাজ্যৰ গঠন নোহোৱা পৰ্যন্ত প্ৰজাসকল তেওঁলোকৰ পৰম্পৰাগত জনজাতীয় মুখিয়ালসকলৰ অধীনত সৰল জনজাতীয় সমাজত বাস কৰিছিল।

সমাজৰ বিকাশৰ বাবে প্ৰয়োজনীয় সংগঠিত শক্তি বা অনুষ্ঠানৰ (এই ক্ষেত্ৰত

বজা-বাজ্যৰ, অবিহনে সমাজত নাইকীয়া হৈছিল সামাজিক উদ্যোগ আৰু ব্যাপক প্ৰজাসকল পৰম্পৰাগত জনজাতীয় সমাজ এখনতে সোমাই বৈ গৈছিল স্বৰিৰ হৈ।

সেইকালৰ শাসকশ্ৰেণীয়ে অধিক উৎপাদনৰ প্ৰয়োজন বুজি নোপোৱাকৈ থকা নাছিল। ইয়াৰ বাবে চেষ্টাও কৰিছিল। পশ্চিমৰপৰা অহা বামুন, পণ্ডিত আদি মানুহক, যি কৃষিকাৰ্যৰ উন্নত কলাকৌশল জানিছিল, তেওঁলোকে ভূমি দান কৰিছিল। তামৰ ফলি কৰি দান কৰা এই ভূমিত দান পাত্ৰসকলৰ উদ্যোগত উন্নত কৃষিকৌশলৰে অধিক উৎপাদন কৰাৰ কাম এহাতে যেনেদৰে আৰম্ভ হৈছিল, আনহাতে এই 'দ্বীপ' সদৃশ্য এলেকাবোৰত মাটিৰ নতুন মালিক আৰু বজাঘৰে মাটিৰ লগতে কাম কৰিবলৈ দান কৰা প্ৰজাসকলৰ মাজত জনজাতীয় প্ৰজাতীয় আত্মীয়তাৰ ( Kinship ) পৰিবৰ্তে প্ৰভু-প্ৰজা সামন্তীয় সম্পৰ্কৰ বীজ অংকুৰিত হৈছিল। সামন্তত্ত্বৰ বিকাশৰ ক্ষেত্ৰত এই প্ৰক্ৰিয়াৰো গুৰুত্বপূৰ্ণ অবদান আছে।

## পশ্চিমৰপৰা হোৱা প্ৰব্ৰজনৰ প্ৰভাৱ

অসমৰ ভূমি অৰ্থনীতি আৰু সামন্ততন্ত্ৰৰ বিকাশত উত্তৰ ভাৰতৰ পৰা এই অঞ্চললৈ অহা উচ্চজাতৰ মানুহখিনিৰো অৱদান কম নহয়। অসমত ৰাজত্ব কৰা বহু কেইজন ৰজাৰ ৰাজত্বকালতে উত্তৰ ভাৰতৰ পৰা বহু উচ্চ বংশজাত ব্ৰাহ্মণ আৰু কায়স্থ লোকক তেওঁলোকে নিজৰ ৰাজসভালৈ আনিছিল আৰু নিজৰ ৰাজ্যত মাটি-বাৰী আৰু খাটনিয়াৰ মানুহ দি সংস্থাপন কৰিছিল। মূলতে জনজাতীয় (বড়ো-কছাৰী-চুতিয়া) ৰজাসকলে এনে লোকসকলৰ প্ৰভাৱতে হিন্দুধৰ্ম গ্ৰহণ কৰিছিল আৰু নিজৰ ৰাজ্য প্ৰশাসনত মন্ত্ৰণাদাতা, পণ্ডিত আৰু পাৰিষদ হিচাবে এওঁলোকৰ সহায় লৈছিল। কুমাৰ ভাস্কৰবৰ্মা আদি প্ৰখ্যাত ৰজাসকলৰ ৰাজসভালৈ ভাৰতবৰ্ষৰ সকলো ঠাইৰে পণ্ডিত-সজ্জন সকলৰ সোঁত বৈছিল বুলি উল্লেখ আছে। ৰজাঘৰে অনোৱা পৰিয়ালবোৰৰ উপৰিও তাম্য অন্বেষণকাৰী বহু বামুন, কায়স্থ আৰু বৈষ্ণ-সাউদ আদিও ইয়ালৈ আহিছিল আৰু ৰজাঘৰৰ নহ'লেও স্থানীয় জনজাতীয় মুখিয়াল, ৰাজ অমাত্য সম্ভ্ৰান্তসকলৰ ৰক্ষণাবেক্ষণ আৰু পৃষ্ঠপোষকতা লাভ কৰিবলৈ সক্ষম হৈছিল। বহু যুগ ধৰি এনে এটা প্ৰক্ৰিয়া নিৰৱচ্ছিন্ন ভাৱে

চলি থকাৰ প্ৰমাণ পোৱা যায়। ৰাজঘৰত হিন্দুধৰ্মৰ প্ৰাধান্য বাঢ়ি অহাৰ লগে লগে এনে লোকসকলৰ সামাজিক ভূমিকা আৰু শক্তিও বাঢ়িছিল।

৬ষ্ঠ শতিকাৰ কামৰূপৰ ৰজা ভূতিবৰ্মনৰ পৰা এনে ৰজাসকলে বামুন-পণ্ডিতসকলক মাটি আৰু মানুহ দান কৰাৰ কিছুমান ফলি পোৱা যায়। বলপালৰ বৰগাওঁ, সুৱাল-কুচিৰ ফলি—১১ শতিকা, ইন্দ্ৰপালৰ গুৱাহাটীৰ ফলি, গোবিন্দ কেশৱদেৱৰ তাম্ৰৰ ভূমিদানৰ ফলি, বল্লভদেৱৰ ভূমিদানৰ ফলি আদি বহুতো ফলিত এনে দানৰ সম্ভেদ পোৱা যায়। এনে দানৰ বৈশিষ্ট্য আছিল যে ৰজাই বামুন-পণ্ডিতসকলক এটুকুৰা পতিত মাটিৰ লগতে কিছুসংখ্যক মানুহকো খেতিবাতি কৰোৱাৰ বাবে দান কৰিছিল। ব্যক্তিৰ বাহিৰেও নানা মঠ-মন্দিৰ ধৰ্মীয় অনুষ্ঠান আদিৰ নামতো এনেদৰে মাটি, মানুহ দান কৰা হৈছিল। মাটিৰ লগতে দান কৰা মানুহবোৰক দান পাওঁতাজনে খেতি কৰাৰ বাবে অৰ্থাৎ কৃষি-শ্ৰমিক হিচাবে ব্যৱহাৰ কৰিছিল। এই প্ৰক্ৰিয়াৰ ফলত জনজাতীয় অৰ্থনীতি আৰু সামাজিক সম্পৰ্ক অধ্যুষিত সমাজখনত একপ্ৰকাৰ মালিক-ভূমিদাস ( Lord and Serf ) সম্পৰ্কৰ প্ৰাথমিক বীজ অংকুৰিত হৈছিল। দান কৰা পাওঁ বা মানুহবোৰ দাস নাছিল ( যদিও, মাটিৰ মালিকৰ দাস শ্ৰমিক থকাটো অসম্ভৱ নাছিল, অৱশ্যে তেওঁলোক ঠিক কোনধৰণৰ সামাজিক সম্পৰ্কৰ অধীন আছিল, সঠিক জনা নাযায়। ) যুক্তিসংগতভাৱেই অনুমান কৰিব পাৰি যে তেওঁলোকে নিশ্চয় বিনা পাৰিশ্ৰমিকে নতুন মালিকৰ মাটিত কাম বন কৰি দিব লাগিছিল আৰু এনে কৰাৰ বাবে তেওঁলোকে হয়তো ৰজাঘৰৰ কাম কৰা বা কৰ-কাটল আদিৰ পৰা অব্যাহতি পাইছিল। পিছৰ কালত, আহোম যুগতো পাইকসকলক এনেদৰে দান কৰা হৈছিল আৰু তেওঁলোকে এনেদৰে বছৰেকত পালপাতি ৩.৪ মাহৰ বাবে কাম কৰি দিব লাগিছিল। যি নহওঁক, মাটি-মানুহ দান কৰাৰ ফলত জনজাতীয় সমাজখনৰ মাজত ঠায়ে ঠায়ে এনে মালিকসকলৰ অধীনত সামন্ততান্ত্ৰিক সম্পৰ্কৰ কিছুমান উপাদান আৰম্ভ হৈছিল বুলি কব পাৰি।

এনে মাটি গ্ৰাণ্টবোৰত মালিকসকলৰ তত্ত্বাৱধানত উন্নত কৃষিকাৰ্যৰ সূচনা হৈছিল। এনে পণ্ডিতসকলে তেওঁলোকৰ লগতে উত্তৰ ভাৰতৰ প্ৰতিষ্ঠিত কৃষি সমাজখনৰ পৰা উন্নত কৃষি সভ্যতাৰ কলাকৌশল কঢ়িয়াই লৈ আহিছিল। এই বিষয়ে বামোৰৰ ধৰ্মানন্দ কোশাম্বীৰ আলোচনাৰ উদ্ধৃতি দি ড° অমলেন্দু গুহই লিখিছে যে, "আহোমসকল অহাৰ আগতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন ঠাইত এনেকুৱা শ শ

মাটিৰ গ্ৰাণ্ট পি চৰতি হৈ আছিল। ব্ৰাহ্মণসকলৰ এই বসতি স্থলবোৰ জনজাতীয় ভূখণ্ডৰ মাজত আৰ্যসভ্যতা আৰু স্থায়ী জীৱনযাত্ৰাৰ একো একোটা ঘাটিৰ নিচিনা আছিল। বৰ্ষপঞ্জী, বীজ, খেতিবাতি আৰু গো-প্ৰজননৰ জ্ঞান—এই আটাইবোৰ নাঙলৰ ব্যৱহাৰৰ আগতে জানিবলগীয়া কথা। সমগ্ৰত বহু দূৰ-দূৰণিৰপৰা প্ৰব্ৰজন কৰা এই উদ্যোগী ব্ৰাহ্মণসকলৰ যে এই জ্ঞান আছিল এই কথাটো কৌশাম্বীয়ে উচিতভাৱে গুৰুত্ব দি কৈছে। এক আদিম ভূখণ্ডৰ মাজত অগ্ৰণী বাহিনী বা পায়নিয়াৰ হিচাবে, তেওঁলোক নাঙল-গাঁও-সভ্যতালৈ উত্তৰণৰ মূল আহিলা আছিল।" ( ড° অমলেন্দু গুহ **Land rights and Social classes in Medieval Assam.** )। অসমৰ জনজাতীয় সমাজখনৰ ৰূপান্তৰ আৰু উন্নত সামন্ততান্ত্ৰিক কৃষি ব্যৱস্থা গঢ়ি তোলাৰ ক্ষেত্ৰত এই ব্ৰাহ্মণ পণ্ডিতসকলে এক প্ৰগতিশীল ভূমিকা পালন কৰিছিল। পাছৰ কাললৈ তেওঁলোকৰ এই প্ৰগতিশীলতা লোপ পালেগৈ যদিও সমাজৰ বিকাশৰ এটা পৰ্যায়ত এওঁলোকৰ অৱদান উলাই কৰিব পৰা নাযায়।

এওঁলোকতকৈও গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল ভূঞা-কায়স্থসকলে। এওঁলোকেও ৰজাঘৰ আৰু শাসকগোষ্ঠীৰপৰা মাটিবাৰী, মানুহ আদি দানৰূপে পাইছিল। বহু কায়স্থ লোক প্ৰশাসনৰ কামত জড়িত আছিল, কিন্তু ভূঞাসকল মূলতে আছিল খেতিয়ক আৰু যোদ্ধা। ভূঞাসকলৰ বিষয়ে দীঘলীয়া আলোচনা মোৰামৰীয়া গণ-অভ্যুত্থান নামৰ কিতাপত ( পৃঃ ৬১-৭৫ ) কৰা হৈছে। এনে ভূঞাসকলে স্থানীয় শাসকসকলৰ পৃষ্ঠপোষকতাত নাইবা নিজেও স্বতন্ত্ৰীয়াভাৱে উন্নত পদ্ধতিৰ খেতিবাতিৰে জনজাতীয় সমাজৰ মাজত একো একোখন ৰাজ্যৰ সৃষ্টি কৰিছিলহি আৰু নিজৰ সংগঠিত অস্ত্ৰশক্তিৰে এই এলেকাবোৰ জনজাতীয় লোকসকলৰ আক্ৰমণৰপৰা ৰক্ষাও কৰিছিল। স্থানীয় শাসকসকলেও সামৰিক শক্তিৰ বাবে সময়ে সময়ে এওঁলোকৰ ওপৰত নিৰ্ভৰশীল আছিল। আকৌ, সুবিধা পালে ভূঞাসকলে স্থানীয় শাসনকৰ্তাক অপসাৰিত কৰি নিজেই দেশৰ শাসনকৰ্তা হৈ উঠিছিল। নিজৰ মাজত ভূঞাসকলে এক প্ৰকাৰ ঢিলা সংঘৰ দৰে ব্যৱস্থাৰে (**loose confederation**) কামকাজ চলাইছিল ( গুহ-ঐ )। খেতিবাতিৰ প্ৰতিষ্ঠা, যুঁজ-বাগৰৰ পাৰদৰ্শিতা আৰু সংগঠন, বিদ্যাচৰ্চা, আৰু সৰু সৰু ৰাজ্য পাতি প্ৰজাপালন কৰা ভূঞাসকল একেধাৰে যোদ্ধা আৰু সামন্ত ভূস্বামীৰ দৰে আছিল। ড° গুহৰ মতে অসমত, বিশেষকৈ দুৰ্বল ৰজাসকলৰ শাসনকালত, আৰু পূৰ্বাঞ্চ

আহোম ৰাজ্য গঢ় লৈ উঠাৰ আগতে কিছু কিছু ঠাইত, কিছু পৰিমাণে মাটিত সামন্ততান্ত্ৰিক ব্যৱস্থা ( feudalisation of land ) গঢ়ি উঠাতো ভূঞাসকলৰ আবিৰ্ভাৱেই সূচনা কৰা। (ঐ)

## টাই আহোমসকলৰ আগমন

পশ্চিমৰপৰা হোৱা প্ৰব্ৰজনৰ দৰে পূব দিশৰপৰাও ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰব্ৰজন ঘটিছিল। পাটকাই পাৰ হৈ এই দিশৰপৰা আহিছিল আহোমসকল। আহোমসকলে নাগা পাহাৰৰ বিভিন্ন নাগা ফৈদবোৰৰ লগত প্ৰচণ্ড যুঁজ-বাগৰ কৰি জিকি আহিবলগীয়া হৈছিল যদিও উপত্যকাৰ সমভূমিত সোমোৱাৰ লগে লগেই তেওঁলোকৰ যুঁজ-বাগৰৰ পৰ্ব অন্ত পৰিছিল। কেনেদৰে তেওঁলোকে এই অঞ্চলৰ আদিবাসী মৰাণ আৰু বৰাহীসকলৰ লগত বিনাযুদ্ধে সম্পৰ্ক স্থাপন কৰিছিলহি, কেনেকুৱা সম্পৰ্ক স্থাপন কৰিছিল, আৰু কিয় শালি খেতি কৰা আহোমসকলৰ লগত বামখেতিত অভ্যস্ত আদিবাসী সকলৰ সংঘাট হোৱা নাছিল সেই কথা ইতিমধ্যে উনুকিয়াই অহা হৈছে। আহোমসকলে ইয়াত থিতাপী লোৱাৰ পাছতহে চুতিয়া আৰু কছাৰী ৰাজ্যৰ লগত কিছু যুঁজ-বাগৰ লাগিছিল ; সেয়া কিছুদিন পিছৰ কথা, কিন্তু, মূলতে তেওঁলোকে বিনাযুদ্ধেই, সমিলমিলৰেই উপত্যকাত ন-সমাজৰ সূত্ৰপাত কৰিব পাৰিছিল।

টাই আহোমসকলৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট্যটো আছিল তেওঁলোকৰ কৃষিকৌশল। খেতিয়ক এই মানুহখিনিয়ে উপত্যকালৈ আহিছিল মূলতে খেতি-মাটিৰ সন্ধানত। ইয়াত আহিয়েই প্ৰথমৰপৰাই তেওঁলোকে নিজৰ ভৰণ-পোষণৰ বাবে খেতিবাতি কৰিবলৈ উদ্যমী হৈ পৰিছিল। দৰাচলতে, প্ৰথম ৩-৪ টা দশক আহোমসকলে আৰু প্ৰথম ৰজা চুকাফাই উপযুক্ত খেতিৰ মাটি বিচাৰি ঠাই সলাই ঘূৰি ফুৰাৰ কথাই পোৱা যায়।

টাই আহোমসকলে স্থাপন কৰা সমাজখন আছিল এখন খেতিয়কৰ সমাজ, আৰু তেওঁলোকৰ কৃষিকাৰ্য আছিল মূলতে শালিধানৰ খেতি। কলাহ-পিটনি ভাঙি মোকলাই প্ৰচণ্ড কষ্টৰে তেওঁলোকে খেতিৰ মাটি উলিয়াবলগীয়া হৈছিল। আৰু, তেওঁলোকৰ সমাজখনৰ মূল সাংগঠনিক ব্যৱস্থা আছিল পাইক আৰু খেল

প্ৰথা। এই পাইক আৰু খেল প্ৰথাই কেনেদৰে প্ৰথমে সমাজৰ জনজাতীয় উপাদানবোৰক সু-সংহত কৰি ৰাখি পেলাই সামন্তীয় সমাজৰ জন্মৰ পটভূমিকা তৈয়াৰ কৰিছিল, আৰু শেষত গৈ সামন্ততন্ত্ৰৰ পূৰ্ণ বিকাশৰ বাটত এই ব্যৱস্থাই কেনেদৰে বাধা হৈ পৰিছিল আৰু ইয়াৰ ঐতিহাসিক পৰিণতি কি হ'ল সেই কথাই এতিয়া আলোচনা কৰা হ'ব।

আহোমসকলে উজনি অসমত শালিখেতিৰ প্ৰৱৰ্তনৰ জৰিয়তে এই অঞ্চলত উন্নত কৃষিকাৰ্যৰ পাতনি মেলিলেহি যদিও, পশ্চাৎপদ সেই যুগত কৃষিৰ উৎপাদন বৰ বেছি নাছিল। গতিকে সমাজত উদ্বৃত্তও প্ৰয়োজনীয় পৰিমাণে উৎপন্ন নহৈছিল। বেহা-বেপাৰ আৰু পণ্য অৰ্থনীতিও ইমান বিকশিত হোৱা নাছিল যে ই ৰাষ্ট্ৰৰ অৰ্থনীতিক চলাই ৰাখিব পাৰে। গতিকে স্বাভাৱিকতেই শাসকসকলে যুদ্ধতো বাদেই, শান্তিৰ সময়তো প্ৰশাসন আৰু আন আন সকলো কামকাজৰ বাবে প্ৰত্যক্ষভাৱে নিৰ্ভৰ কৰিবলগা হৈছিল প্ৰজাসকলক পোনপটীয়াভাৱে বাধ্যতামূলক-ভাৱে বিনা বেতনে কাম কৰোৱাৰ ওপৰত—অৰ্থাৎ শ্ৰম-শোষণৰ ওপৰত। পাইক প্ৰথাই আছিল এই শ্ৰম-শোষণৰ হাতিয়াৰ।

পাইক প্ৰথা আৰু খেল বিভাগ আগৰ পৰাযে নাছিল, তেনে নহয়, উপাদানবোৰ সমাজত আছিলেই। ১৬১১-ৰপৰা আৰম্ভ কৰি ১৬৫৩ খৃঃ, এই ৪০ বছৰৰ ভিতৰত এই ব্যৱস্থা ব্যাপকভাৱে সংগঠিত কৰি পেলোৱা হৈছিল। পাইক প্ৰথাৰ বিষয়ে বেছি গভীৰ আলোচনালৈ নগৈ এই কথা কব পাৰি যে দেশৰ ১৬ বছৰৰ ওপৰৰ প্ৰতিজন কৰ্মঠ পুৰুষে পাল পাতি বছৰেকত ৩ ৪ মাহ বিনাবেতনে শাসক-শ্ৰেণীৰ—অৰ্থাৎ ৰজা, বিষয়াসকল, ধৰ্মগুৰুসকল বা প্ৰয়োজনীয় ৰাজহুৱা কাম-কাজৰ বাবে খাটি দিব লাগিছিল। কোনো সাধাৰণ প্ৰজায়েই ইয়াৰপৰা অব্যাহতি পোৱা নাছিল আৰু তেওঁলোকক এনেদৰে কাম কৰাবৰ বাবে তলৰ থাপৰ বৰা-শইকীয়াৰপৰা ওপৰৰ হাজৰিকা ফুকনলৈকে তৰপে তৰপে থকা বিষয়াৰে এটা কটকটীয়া আমোলাতান্ত্ৰিক ব্যৱস্থা গঢ়ি তোলা হৈছিল। (পাইক প্ৰথা সংগঠনৰ বিষয়ে বিস্তৃত আলোচনাৰ বাবে চাওঁক লেখকৰ মোৱামৰীয়া গণ-অভ্যুত্থান গ্ৰন্থৰ প্ৰথম ভাগ।)

এনে তিনি বা চাৰিজন পাইকৰ এটা গোট কৰা হৈছিল আৰু গোটটোৰপৰা পালপাতি একোজন কামলৈ যোৱাৰ সময়ত বাকীকেইজনে তেওঁৰ ঘৰুৱা কামবন, খেতিবাতি চাই দিছিল। এনেদৰে বিনাবেতনে খাটি দিয়াৰ পৰিবৰ্তে পাইকসকলে

প্ৰতিজনে ছপুৰাকৈ শালিখেতিৰ বোৱতী মাটি বিনাকৰে ভোগ কৰিবলৈ পাইছিল। ইয়াৰ ওপৰত্ৰি মাটি তেওঁলোকে খেতি কৰিবলৈ ল'ব পাৰিছিল যদিও তাৰ বাবে কৰ দিব লাগিছিল। মাটিৰ মালিকীস্বত্ব অৱশ্যে তেওঁলোকে পোৱা নাছিল। এই পাইকসকলক ৰজাঘৰে বা বিষয়াসকলে মৰ্জিমতে কাৰোবাক দান কৰিবও পাৰিছিল। এনেদৰে ব্যক্তিবিশেষ বা অনুষ্ঠানক (ধৰ্মীয় মঠ-মন্দিৰ, সত্ৰ আদি) দান কৰি দিয়া পাইকজনে তেতিয়া তেওঁৰ নতুন মালিকৰ বাবে বছৰেকত ৩।৪ মাহ বিনাবেতনে খাটি দিব লাগিছিল।

বিনাবেতনে ৩।৪ মাহ কাম কৰি দিব লগাৰ সময়খিনিত পাইকসকলে মালিক বা বিষয়াসকলৰ মৰ্জি মতে উৎপন্ন, সংগ্ৰহ বা আন কামত নিযুক্ত আছিল। মূলতে তেওঁলোকক খেতিবাতিৰ উৎপন্নৰ কামত, বা জলাহ-পিতনি ভাঙি নতুন মাটি উলিওৱাৰ ক্ষেত্ৰত বা অৰণ্যৰপৰা খৰি-খেৰ-হাতী-হাতীদাঁত আদি সম্পদ সংগ্ৰহত, বিষয়াসকলৰ আৰু ৰজাঘৰৰ ঘৰুৱা কামবন কৰাত বা ঘাৰী-ঘৰ চোৱাচিতা কৰাত লগোৱা হৈছিল। ইয়াৰ বাহিৰেও দেশৰ আৰু সমাজৰ বাবে কৰিবলগা ৰাজহুৱা কাম-কাজ যেনে আলি-মথাউৰি বন্ধা, খাল খন্দা, পুখুৰী খন্দা, দৌল-দেৱালয় নিৰ্মাণ আদি কামো এই পাইকসকলৰ শ্ৰমৰ দ্বাৰাই কৰোৱা হৈছিল। দেশৰ প্ৰতিৰক্ষাৰ বাবে গড় বন্ধা, খাৱৈ খন্দাৰপৰা আৰম্ভ কৰি যুদ্ধৰ সময়ত সেনাসংগ্ৰহো এওঁলোকৰ মাজৰপৰাই কৰা হৈছিল। মুঠতে দেশৰ সকলো কামকাজ এই পাইকসকলৰ শ্ৰমৰ দ্বাৰাই কৰোৱা হৈছিল। ৰাজহুৱা কাম কাজৰ বাহিৰে আন উৎপন্নৰ কামত নিয়োজিত পাইকসকলে উৎপন্ন কৰা বা সংগ্ৰহ কৰা কোনো বস্তুৰেই ভাগ নাপাইছিল বৰঞ্চ এই ৩।৪ মাহ কাম কৰা সময়ত নিজৰ খোৱা পিন্ধাৰ বচৰ পাতি নিজেহে আনিব লাগিছিল। সাধাৰণ শ্ৰম কৰা পাইকসকলৰ বাহিৰে বিশেষ বিশেষ কাৰিকৰী কৌশল জনা প্ৰজাসকলক বিভিন্ন বৃত্তিয়াল খেলৰ অধীনত সংগঠিত কৰা হৈছিল আৰু তেওঁলোকে নিজা নিজা বৃত্তি অনুসৰি দেশ আৰু ৰজাঘৰৰ বাবে কামবন কৰি দিছিল।

'গা খাটি' দিয়া এই ৩।৪ মাহ সময়ছোৱা প্ৰতিজন পাইক প্ৰজা নিজে উৎপাদনৰ চাহিদাৰ ধৰণ হৈ পৰিছিল। এই সম্পৰ্কটো মূলতে দাস-সমাজৰ সম্পৰ্ক। দাসসকল স্বতন্ত্ৰ নহয়, তেওঁলোক নিজেই মালিকৰ উৎপাদনৰ চাহিদাৰ ধৰণ। পণ্য আৰু মুদ্ৰা অৰ্থনীতি, বাণিজ্য-বাণিজ্য আনকি কৃষি উদ্বৃত্ত অতি কম পৰিমাণ উৎপন্ন হোৱা সেই কালছোৱাত দেশখন চলাবলৈ আৰু শাসকশ্ৰেণীৰ চাহিদা

পূৰণ কৰিবলৈ এনেদৰে প্ৰত্যক্ষ শ্ৰম শোষণৰ ব্যৱস্থা সংগঠিত কৰি তোলাটো প্ৰয়োজন হৈ পৰিছিল। অসমৰ সমাজৰ বিকাশৰ প্ৰক্ৰিয়াত সেয়ে জনজাতীয় সমাজৰ বুকুৰ পৰা সামন্ততন্ত্ৰলৈ উত্তৰণৰ প্ৰক্ৰিয়াটোত শাসকশ্ৰেণীয়ে সমাজত দাসশ্ৰম শোষণৰ সম্পৰ্কবোৰ ৰাষ্ট্ৰীয় পৰ্যায়ত সংগঠিত কৰি লোৱাবলৈ বাধ্য হৈছিল। ইয়ে আছিল পাইক প্ৰথাৰ মূল চৰিত্ৰ।

এই পাইক ব্যৱস্থা সংগঠিত কৰাৰ ফল হ'ল দুটা। এফালে এই ব্যৱস্থাই সমাজত দাসশ্ৰম শোষণ ব্যৱস্থা কটকটীয়া কৰি লোৱালে। আগতে বিভিন্ন জন-গোষ্ঠীবোৰে গোষ্ঠীগত বশ্যতা স্বীকাৰ কৰাৰ ফলত যি কম আপেক্ষিক স্বতন্ত্ৰতা লাভ কৰিছিল, এতিয়া সেইকণো হেৰুৱালে। জাতি-বৰ্ণ নিৰ্বিশেষে সকলো সাধাৰণ প্ৰজাই পাইক ব্যৱস্থাৰ অধীনত বাধ্যতামূলক দাসত্ব খাটিবলৈ বাধ্য হ'ল। যদিও চমুৱা আৰু আন উচ্চ-বংশজাত লোকসকল এই ব্যৱস্থাৰপৰা মুক্ত আছিল আৰু নগদ টকাৰে খাজনা শোধাইছিল, কিন্তু মুল প্ৰজাৰ সংখ্যাৰ তুলনাত এওঁলোক আছিল নগণ্য। সেয়ে পাইক প্ৰথা প্ৰবৰ্তনৰ লগে লগে দাসশ্ৰম শোষণ ব্যৱস্থা আনুষ্ঠানিক-ভাৱে সু-সংগঠিত হৈ পৰিল।

আনফালে পাইকপ্ৰথা সংগঠনে কিন্তু সমাজত গঢ়ি উঠা সামন্ততান্ত্ৰিক সম্পৰ্ক-বোৰকো শেষ বিচাৰত শক্তিশালী কৰাত সহায় কৰিলে। দুইটা পৰস্পৰ বিৰোধী কথা যেন লাগিলেও প্ৰকৃততে কিন্তু তেনে নহয়। সমাজৰ মাজত যি সামন্ততান্ত্ৰিক সম্পৰ্কবোৰৰ সৃষ্টি হৈছিল, পাইক প্ৰথাৰ সংগঠনৰ জৰিয়তে সেইবোৰ আৰু শক্তিশালী হ'ল কেনেকৈ?

প্ৰথমে: এতিয়া খেল ব্যৱস্থাৰ অধীনত মাটিৰ মালিকানা নিৰ্দিষ্ট কৰা হ'ল। প্ৰতিজন পাইক প্ৰজাই এতিয়া নিজৰ খেলৰ অধীনত মাটিৰ ওপৰত মালিকীস্বত্ব নাপালেও দখলীস্বত্ব লাভ কৰিলে। পাইক ব্যৱস্থা সংগঠনৰ আগতো প্ৰজাৰ হাতত মাটি আছিল, কিন্তু কৃষক প্ৰজাৰ মাটিৰ লগত থকা সম্পৰ্ক নিৰ্দিষ্ট নাছিল। এতিয়া আনুষ্ঠানিকভাৱে কৃষক প্ৰজাৰ মাটিৰ লগত এটা নিৰ্দিষ্ট সম্পৰ্ক গঢ়ি উঠিল। যদিও পাইকসকলে মাটি-বাৰী হস্তান্তৰ বা বিক্ৰী কৰিব নোৱাৰিছিল, অৰ্থাৎ মাটিৰ মালিকীস্বত্ব পোৱা নাছিল, তথাপি পাইক হৈ থকা অৱস্থাত বিনা কৰে দুপুৰা মাটি ভোগ কৰিবলৈ পোৱাটো নিৰ্দিষ্ট হৈ পৰিল। এই মাটি প্ৰকৃততে যদিও বংশানুক্ৰমিক নাছিল, তথাপি বাপেকৰ মাটি একে খেলৰ অধীনত থকা পুতেকে পোৱাত কোনো বাধা নাছিল। দখলীস্বত্ব পোৱাত নিজৰ মাটিত বেগাৰ খটা ৩/৪

মাহৰ বাহিৰে বাকী সময়খিনি খেতি কৰিবলৈ পোৱাত প্ৰজাসকলৰ মাটিৰ লগত সম্পৰ্ক আৰু দৃঢ় হৈছিল। সেয়ে এই কাৰণে সামন্ততান্ত্ৰিক উপাদানবোৰ শক্তিশালী কৰাত সহায় কৰিলে।

দ্বিতীয়তে, বিষয়াসকলক নগদ বেতনৰ পৰিবৰ্তে খাত, পাম আৰু নিৰ্দিষ্ট সংখ্যক পাইক দিয়া হৈছিল আৰু ইয়াৰ উপৰিও লগুৱা-লিকচৌ আছিল। লগুৱা-লিকচৌবোৰ চৰিত্ৰ আৰু সম্পৰ্কৰ দিশৰপৰা সম্পূৰ্ণ দাস আছিল। যি নহওক, নগদ ধনৰ পৰিবৰ্তে খাত, পাম, লগুৱা-লিকচৌ আৰু নিৰ্দিষ্ট সংখ্যক পাইক দিয়াৰ ফলত ডাঙৰ বিষয়াসকল ক্ৰমান্বয়ে একোজন সামন্তপ্ৰভু হৈ পৰিল। তেওঁলোকে তলতীয়া পাইকসকলৰ বিচাৰ সুধিছিল আৰু তিনি চাৰি মাহ শ্ৰম-শোষণৰ উপৰিও উৎপন্নৰ অংশবিশেষ ভাৰ-ভেটি হিচাপে আত্মসাৎ কৰিছিল। ইয়াৰ ফলত সামন্ততান্ত্ৰিক অৰ্থনীতি-বহিৰ্ভূত শোষণ-ব্যৱস্থা ভালকৈয়ে আৰম্ভ হৈছিল। এহাতে পাইক প্ৰথাৰ দাসশ্ৰম শোষণ আৰু আনহাতে গঢ় লৈ উঠা সামন্ততান্ত্ৰিক শোষণৰ ব্যৱস্থাই সাধাৰণ প্ৰজাৰ জীৱন দুৰ্বহ কৰি পেলাইছিল।

তৃতীয়তে, পাইকসকলক বিভিন্ন বিষয়াৰ তলত ভাগ কৰি দিয়াৰ বাবে ৰজাৰ কেন্দ্ৰীয় কৰ্তৃত্বৰ অনিবাৰ্যভাৱে খণ্ডীকৰণ ঘটিছিল। কাৰণ প্ৰশাসনৰ কাম কাজ, ৰাজহ তোলা, পণ্য সংগ্ৰহ, বিচাৰ, যুঁজৰ সময়ত সৈন্য যোগোৱা আদি বহুতো ক্ষমতা আৰু দায়িত্ব বিষয়াসকলৰ হাতলৈ গুচি গৈছিল। ইয়াৰ ফলত কেন্দ্ৰীয় কৰ্তৃত্ব কমি গৈছিল আৰু নতুন সামন্তপ্ৰভু শ্ৰেণীৰ শক্তি সংহত হৈছিল।

পাইকপ্ৰথা সংগঠনৰ ফলত অনিবাৰ্যভাৱে এই প্ৰক্ৰিয়াবোৰ আৰম্ভ হৈছিল, ফলত সামন্ততান্ত্ৰিক সম্পৰ্কবোৰ গঢ় উঠিছিল। ইয়াৰ এটা ডাঙৰ বৈশিষ্ট্য আছিল।

পাইকপ্ৰথা সংগঠনৰ জৰিয়তে যি দাসশ্ৰম শোষণ-ব্যৱস্থা ব্যাপক পৰ্যায়ত গঢ়ি উঠিছিল, ই বৰ নিৰ্দয় আৰু অত্যাচাৰী আছিল। বছৰেকত নিৰ্দিষ্ট সময় বিনা বেতনে খাটি দিয়া, খাদ্য উৎপন্ন, পণ্যসংগ্ৰহ আৰু অন্যান্য কামত নিযুক্ত পাইকসকল মালিক শাসকশ্ৰেণীৰ অধীন আছিল। তদুপৰি মধ্যযুগীয় বৰ্বৰ শাস্তি-ব্যৱস্থা, বিচাৰৰ নামত হোৱা চৰম দুৰ্নীতি, শাসকশ্ৰেণীৰ বাচ-বিচাৰ নোহোৱা অত্যাচাৰে পাইকসকলক জুৰুলা কৰি পেলাইছিল। গা খটা ৩ মাহ তেওঁলোক নিজে উৎপাদনৰ হাতিয়াৰ হৈ পৰিছিল। শাসকশ্ৰেণীৰ বাবে এই ব্যৱস্থা টিকাই ৰখাটো প্ৰয়োজন হৈছিল সমাজৰ পিছপৰা উৎপাদন ব্যৱস্থাৰ বাবে। প্ৰথমেই কৈ অহা হৈছে যে

এক বিশেষ সময়ৰ সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ ৰূপ সেই সমাজত থকা উৎপাদনৰ স্তৰৰ ওপৰত নিৰ্ভৰশীল। যিহেতু উৎপাদনৰ স্তৰ আছিল পিছপৰা, সেয়ে দাসশ্ৰম শোষণ ব্যৱস্থা বজায় ৰখাটো প্ৰয়োজন হৈছিল। সেয়ে পাইক ব্যৱস্থাৰ দ্বাৰা চলোৱা দাসশ্ৰম শোষণে সমাজৰ মূল সামন্ততান্ত্ৰিক সম্পৰ্কটো স্বৈৰাচাৰী কৰি পেলাইছিল।

পাইক প্ৰথা সংগঠনৰ জৰিয়তে সামন্ততান্ত্ৰিক উপাদানবোৰ সংহত হৈ নিৰ্দিষ্ট ৰূপ গ্ৰহণ কৰিছিল আৰু পশ্চাৎপদ উৎপাদন ব্যৱস্থাৰ বাবে চলাই ৰাখিবলগা দাসশ্ৰম শোষণে এই সম্পৰ্কক স্বৈৰাচাৰী ৰূপ দিছিল। ফলত শেষত সামন্ততন্ত্ৰত তীব্ৰ সংকটে গা কৰি উঠিছিল।

## পাইকপ্ৰথাৰ অধীনত সামন্ততন্ত্ৰৰ বিকাশ

পাইকপ্ৰথাৰ সমগ্ৰ ব্যৱস্থাটোৱেই আছিল ৰাষ্ট্ৰীয় পৰ্যায়ত ব্যাপকভাৱে সংগঠিত। এই সমগ্ৰ ব্যৱস্থাটোৰ চোৱাচিতা আৰু পৰিচালনাৰ বাবে বিভিন্ন পৰ্যায়ত নানান বিষয়া নিযুক্ত হৈছিল। এই মুখ্য বিষয়াসকল আৰু মন্ত্ৰী ভা-ভাঙৰীয়াসকলক ভৰণ-পোষণৰ বাবে খাত, পাম আৰু নিৰ্দিষ্ট সংখ্যক পাইক প্ৰজা দিয়া হৈছিল। পাইকসকলৰ শ্ৰমশোষণ আৰু কৰমুক্ত খাতপামৰ সম্পদ ভোগ কৰা এই বিষয়াসকল লাহে লাহে সম্পদশালী হৈ উঠিবলৈ আৰম্ভ কৰিছিল। খাত-পামবোৰ মূলতঃ পদেন আছিল যদিও মূল সম্পত্তিবোৰ সাধাৰণতে বংশানুক্ৰমিকভাৱেই একোটা পৰিয়ালৰ ভোগ দখলত আছিল। ৰাজবোৰত নপৰিলে এনে ভোগ দখলৰ পৰা বঞ্চিত খুব কমেইহে হৈছিল। সেয়ে বিষয়া ভাঙৰীয়াসকলৰ এই সামন্ততান্ত্ৰিক ভূস্বামী শ্ৰেণীটো দিন যোৱাৰ লগে লগে শক্তিশালী হৈ উঠিবলৈ আৰম্ভ কৰিছিল। পাইকসকলৰ প্ৰত্যক্ষ শ্ৰমশোষণ আৰু আন নানা ভৰহৰ অৰ্থনীতি বহিৰ্ভূত শোষণে এহাতে যেনেদৰে এই শ্ৰেণীটোৰ ভঁৰাল ভৰাইছিল, আনহাতে ই সাধাৰণ প্ৰজাক চেপি-খুন্দি জীৱন দুৰ্বহ কৰি তুলিছিল। প্ৰশাসনৰ লগত প্ৰত্যক্ষভাৱে যুক্ত এই শ্ৰেণীটোৱেই দেশৰ ৰাজনৈতিক ক্ষমতা নিয়ন্ত্ৰণ কৰিছিল।

যি কি নহওক, পাইক প্ৰথা সুসংগঠিত আৰু ব্যাপক হৈ পৰাৰ ফলত সমগ্ৰ দেশৰ উৎপাদিকা শক্তিও সংগঠিত আৰু শৃংখলাপূৰ্ণ হৈ পৰিল। বৃত্তি অনুসৰি আৰু অন্যান্য উপায়েৰে খেল প্ৰথাৰ সংগঠনৰ জৰিয়তে প্ৰজাসকলৰ ক্ষমতা সংগঠিত কৰি

তোলা হ'ল। ফলত উৎপাদনৰ কৰ্মকাণ্ডৰো প্ৰসাৰ ঘটিল। দেশৰ মুঠ উৎপাদন বাঢ়িল। তাৰোপৰি প্ৰশাসনিক বাধ্যবাধকতাৰ জৰিয়তেও দেশৰ উৎপাদন বঢ়োৱাৰ চেষ্টা চলোৱা হৈছিল। মোমাই তামুলী বৰবৰুৱাৰ দিনতেই ধৰমুৰি বা গাওঁমুৰি একোপদ পণ্য প্ৰস্তুত কৰি জমা দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছিল। প্ৰতিজনী মাইকী মানুহেই এক নিৰ্দ্ধাৰিত পৰিমাণৰ সূতা কাটিব আৰু কাপোৰ বব লগা হৈছিল আৰু প্ৰতিজন পুৰুষে পাচী, খৰাহী, কাড় আদি আদৰি সমস্ত প্ৰস্তুত কৰিব লাগিছিল। এই সকলোবোৰ কৰা হৈছিল সাধাৰণ মানুহৰ এলাহ দূৰ কৰি দেশৰ উৎপাদন বঢ়োৱাৰ অজুহাতত। কিন্তু এই উৎপাদিত সামগ্ৰী প্ৰজাসকলে চেৰেঙা-ৰবাৰ হাতত জমা কৰিবলগীয়া হৈছিল। উৎপাদন ব্যৱস্থা আওপুৰণি হোৱাৰ বাবে এইদৰে অৰ্থনীতি বহিৰ্ভূত শোষণ ব্যৱস্থা এটা চালু কৰাৰ প্ৰয়োজন হৈ পৰিছিল।

ইমান শোষণ নিপীড়নৰ মাজত থকা প্ৰজা সকলৰ জীৱনলৈকো কিন্তু পৰিবৰ্তন নহা নহয়। পাইক প্ৰথা প্ৰচলনৰ পাছত প্ৰজাসকলেও এতিয়া মাটিৰ লগত এক নিৰ্দিষ্ট সম্পৰ্ক গঢ়ি তুলিবলৈ সক্ষম হৈছিল। আমি আগেই কৈ আহিছো যে প্ৰতি পাইক প্ৰজাই দুপুৰা ৰূপিত মাটিৰ বিনা কৰে দখলিস্বত্ব লাভ কৰিছিল আৰু বাধ্যতা-মূলকভাৱে খাটিবলগা ৩/৪ মাহ সময়ৰ বাহিৰে বাকী সময়খিনি অপেক্ষাকৃত স্বাধীন-ভাৱেই নিজৰ বাবে উৎপাদন কৰিছিল। তাঁতী, সোণোৱাল আদি অন্যান্য বৃত্তিজীৱ-কাৰিকৰ লোকৰ ক্ষেত্ৰতো কম-বেছি পৰিমাণে এই কথাই সঁচা আছিল। যদিও এই স্বাধীন উৎপাদনৰ এক বৃহৎ অংশই তাৰ-তেটি, ৰাজকৰ, গুৰুকৰ আদি দিওঁতেই শেষ হৈছিল তথাপিও কম হলেও ই প্ৰজাৰ জীৱনলৈ আপেক্ষিক স্থায়িত্ব আৰু নিৰাপত্তা আনি দিব পাৰিছিল।

সেয়ে এই সকলো কাৰণৰ বাবে সমাজত পৰিমাণগতভাৱে মুঠ উৎপাদনৰ পৰিমাণ বাঢ়িছিল। ফলত প্ৰাথমিক ব্যৱসায়-বাণিজ্যৰ বিকাশ হবলৈ ধৰিছিল। কম্র-সিংহেশ্বৰ ৰাজত্বৰ দিনৰে দিনলৈকে দেশত বেহা-বেপাৰৰ কাম-কাজৰ প্ৰসাৰ ঘটা বুলি নানা বুৰঞ্জীত বিচ্ছিন্নভাৱে পোৱা যায়। লোণ, হস্তশিল্পজাত সামগ্ৰী, সোণ মা-সঁজুলি, কিছু চৌখিন বস্ত্ৰ, পাণ, ধপাত, কপাহ, আ-অলংকাৰ আদিৰ বজাৰবোৰ কিছু শক্তিশালী হৈছিল। হাট-বজাৰ বাঢ়িছিল, বেছি পৰিমাণে বস্তু সালসলনি হৈছিল আৰু কিনা-বেচা কৰাৰ পৰিমাণো বাঢ়িছিল। মুঠতে পণ্য অৰ্থনীতিৰ সূচনা আৰু বিকাশ হৈছিল। যদিও আনিজন সমাজ ব্যৱহাৰ বাবেই ইয়াৰ মুক্ত বিকাশ হোৱাতো সম্ভৱ হোৱা নাছিল। ই পৰ্যা লাগি পৰিছিল।

কিন্তু এই বিকাশমান পণ্য অৰ্থনীতিৰ এটা বৈশিষ্ট্য আছিল। ই আছিল মূলতে সালসলনিৰ বেহা—Barter trade. মুদ্ৰা অৰ্থনীতিৰ সূচনা হৈছিল যদিও ই খুব দুৰ্বল আছিল আৰু মুঠ বেহাবেপাৰৰ ই এটা সৰু অংশহে অধিকাৰ কৰিছিল। বিনিময়ৰ মাধ্যম হিচাবে মুদ্ৰা বহলভাৱে প্ৰচলিত হোৱা নাছিল।

পাইক ব্যৱস্থাৰ অধীনত যি সামন্ততান্ত্ৰিক অৰ্থনীতিৰ পত্তন ঘটিছিল, ই বিকাশৰ চূড়ান্ত সীমা পাইছিলগৈ মহাৰাজ ৰুদ্ৰসিংহৰ পৰা ৰাজেশ্বৰ সিংহৰ দিনত। এই কালছোৱাই এই অৰ্থনৈতিক ব্যৱস্থাৰ বিকাশৰ চূড়ান্ত পৰ্যায়। সেয়ে এই সময়-ছোৱাক অসমৰ বুৰঞ্জীবোৰত অসমৰ মধ্যযুগৰ সোণালী অধ্যায় বুলি অভিহিত কৰি আহিছে।

বাহিৰা শত্ৰুৰ আক্ৰমণ আৰু অন্তৰ্বৰ্তী কলহৰপৰা এই অধ্যায় মুক্ত। দেশত উৎপাদন আৰু ব্যৱসায়-বাণিজ্য বাঢ়িছে। প্ৰত্যক্ষ আৰু পৰোক্ষ শোষণৰ জৰিয়তে কৰ-কাটল, ভাৰ-ভেটি ভালদৰে উঠি ৰাজকোষবোৰো পূৰ্ণ হৈ উঠিছে। ৰজাঘৰে সেয়ে আলিপুখুৰী, দৌল-দেৱালয় বনাইছে। ধৰ্মীয় স্বাধীনতাৰো এক তুলনামূলক মুক্ত পৰিৱেশ এটা সৃষ্টি হৈছে। দেশ সুস্থিৰ হোৱাত স্বৰ্গদেউ ৰুদ্ৰসিংহই অন্যদেশ আক্ৰমণ কৰি নিজ ৰাজ্যৰ সীমা বহলাবলৈ চিন্তা আৰু যা-যোগাৰ কৰিব পাৰিছে। ৰাজেশ্বৰ সিংহই হাজাৰ টকা চিকাৰণ ভাঙি কাৰেঙত বিদেশী বাজিকৰৰ খেল-ভাঁৱৰা চাই স্ফুৰ্তি কৰিছে।

পাইক ব্যৱস্থাৰ অধীন অৰ্থনীতিয়ে সাধাৰণ প্ৰজাৰ জীৱনলৈকো কিছু পৰিবৰ্তন আনিছে। যুঁজ-বাগৰ আদি নোহোৱাৰ বাবে আৰু দেশৰ সুস্থিৰ পৰিৱেশত পাইক প্ৰথাৰ কটকটীয়া শ্ৰম-শোষণৰ অধীন হৈয়ো মোটামুটিভাৱে জীৱিকা নিৰ্বাহ কৰি গৈছে।

কিন্তু এই সময়ছোৱাতে আৰু কিছুমান ঘটনা ঘটিছে।

আগেয়েই কৈ অহা হৈছে যে সামন্ততন্ত্ৰৰ সাধাৰণ নিয়ম অনুসৰিয়েই শাসকশ্ৰেণী বিষয়া, মহাপ্ৰভুসকলৰ ভোগবিলাসৰ চাহিদা বাঢ়িছে। প্ৰথমে উৎপাদন বঢ়াৰ বাবে বৰ্ধিত উৎপাদনৰ চান কঢ়া অংশৰেই এই চাহিদা পূৰণ হৈছে। কিন্তু দিন যোৱাৰ লগে লগে বিষয়া কৰ্মচাৰীসকলৰ সংখ্যাও বাঢ়িছে, ৰাজ্যৰ দ্বাৰা প্ৰতিপালিত আবোলাৰ সংখ্যাও বাঢ়িছে। সকল সংখ্যাৰেই নতুন ভোগৰ চাহিদাও বাঢ়ি আহিছে। আনহাতে ধৰ্মীয় অনুষ্ঠান, সত্ৰসমূহ, মঠ-মন্দিৰবোৰো বাঢ়ি আহিছে আৰু ৰজা ঘৰৰপৰা অধিক পৰিমাণে দান-দক্ষিণা, মাটি-সম্পত্তি, মাটি, পাইকৰ অংশ লাভ

কৰি লৈছে। এই ধৰ্মীয় নেতাসকলে বজা আৰু অমত্যাসৰ বিষয়াসকলৰ পৃষ্ঠপোষকতাত বিৰাট বিৰাট কৰমুক্ত মাত-মাটি আৰু পাইক প্ৰথাৰ মালিক হৈ উঠাত কেন্দ্ৰীয় কোষাগাৰৰ বাবে ৰাজহ আৰু শ্ৰমশক্তিৰ উৎস কমি আহিবলৈ ধৰিছে। সামন্ততান্ত্ৰিক বঘূমলা শ্ৰেণীটোৰ বিকাশৰ লগে লগে এহাতে যেনেকৈ কেন্দ্ৰীয় কোষাগাৰৰ ৰাজহৰ উৎসমুখ শুকাই আহিছে, আনহাতে তেনেদৰে কেন্দ্ৰীয় কৰ্তৃত্ব টুকুৰা-টুকুৰ হৈ শক্তিহীন হৈ পৰিছে। অৱশেষত যি হাৰত দেশৰ উৎপাদন বাঢ়িছে সি ক্ৰমান্বয়ে দেশৰ বাঢ়ি অহা ভোগবিলাস আৰু প্ৰশাসনিক ব্যয়ৰ চাহিদা মিটাবলৈ অসমৰ্থ হৈ পৰিছে।

এই মুহূৰ্তত 'দেশ বচাবলৈ' শাসক-শোষকশ্ৰেণীৰ হাতত দুটা বাট থাকিল। প্ৰথমতো হ'ল দেশৰ সমগ্ৰ অৰ্থনৈতিক উৎপাদন সম্পৰ্কৰ আমূল পৰিৱৰ্তন ঘটাই পাইক প্ৰথাৰ দাসশ্ৰম ব্যৱস্থাৰ বিলুপ্তি ঘটাই প্ৰয়োজনীয় ভূমি, কৰ আৰু প্ৰশাসন ব্যৱস্থাৰ সংস্কাৰৰ জৰিয়তে সামন্ততন্ত্ৰৰ পূৰ্ণ বিকাশৰ আৰু এক শক্তিশালী পণ্য অৰ্থনীতি বিকাশৰ বাট মুকলি কৰি দিয়া। ইয়াৰ লগতে আহোমশাসনতন্ত্ৰক বেতনভুক কৰা, সামন্ত আৰু ধৰ্মীয় প্ৰভুসকলৰ বিশাল মাল-সম্পত্তি বাৰীয় কৰ ব্যৱস্থাৰ আয়ত্তলৈ অনা কাম কৰাটো প্ৰয়োজনীয়। বেহা-বেপাৰ, মানুহৰ চলাচলনৰ প্ৰতিবন্ধকতা আঁতৰাই এক আপেক্ষিক মুক্ত পৰিৱেশ সৃষ্টি কৰাটো প্ৰয়োজন। যাতে অৰ্থনীতিয়ে মুক্ত স্বাভাৱিক নিয়মেৰে বিকাশ লাভ কৰিব পাৰে।

দ্বিতীয় পথটো হ'ল—পাইক প্ৰথা আৰু অন্যান্য ব্যৱস্থাৰ জৰিয়তে প্ৰচলিত অৰ্থনীতিৰ পৰাই বাধ্যতামূলকভাৱে অধিক সম্পদ আহৰণ কৰি প্ৰয়োজনীয় চাহিদা মিটোৱা আৰু ৰাজকোষ পূৰণ কৰা।

প্ৰথম ব্যৱস্থা লবলৈ তদানিন্তন অসমৰ শাসক-শোষকসকল ঐতিহাসিকভাৱে অসমৰ্থ। তাৰ উপৰিও এক উন্নত অৰ্থনৈতিক ব্যৱস্থাৰ পত্তন ঘটাবলৈ প্ৰয়োজন হোৱা ৰাজনৈতিক আৰু সামাজিক প্ৰক্ৰিয়াক পৰিচালনা কৰিবলৈ এটা নতুন শক্তিশালী শ্ৰেণী সমাজত উদয় হোৱা নাই। সাউদ মহাজনসকল দুৰ্বল, মূলধন আৰু পশ্চাৎপদ পণ্য অৰ্থনীতিৰ বাবে পঙ্গু লগা; বিভিন্ন বৃত্তিয়াল আৰু কাৰিকৰসকলৰ খেলসমূহ পাইক প্ৰথাৰ দাসশ্ৰম-শোষণৰ নাগপাশত বান্ধ খাই থকাত স্বাধীনভাৱে এক অৰ্থনৈতিক শক্তি হ'বলৈ অপাৰগ।

গতিকে দেশৰ সংকট সমাধানৰ বাবে শাসকসকলে দ্বিতীয় পথটোকে বাছি লবলৈ বাধ্য। আৰু বাস্তৱিকতে হলো সেয়ে। দেশৰ প্ৰধান শাসনকৰ্তা কীৰ্তিচন্দ্ৰ

ববৰকৰাই মোমাই তামুলীয়ে সংগঠন কৰি থৈ যোৱা অৰুক্ষীমান পাইক প্ৰথাৰ দাস-শ্ৰম-শোষণ ব্যৱস্থা বচাই ৰাখিবলৈ চেষ্টা চলালে। অত্যাচাৰ উৎপীড়নৰ দ্বাৰা, ভীতিপ্ৰদৰ্শন, বলপ্ৰয়োগ, ৰাজনৈতিক কূট-কৌশলৰ জৰিয়তে মুমূৰ্ষু সমাজ ব্যৱস্থাক জীয়াই ৰখাৰ প্ৰচেষ্টা আৰম্ভ হ'ল। ধৰ্মগুৰুসকলৰ ভিতৰতো আঢ্যৱন্ত মোৱামৰীয়া মহন্তৰ ৰাজনৈতিক আৰু সামাজিক কৰ্তৃত্ব কমাবলৈকো চেষ্টা চলিল। ৰাজেশ্বৰ সিংহৰ দিনতে দিহিং সত্ৰৰ অধিকাৰক ৰাজ বিষয় আৰু পৃষ্ঠপোষকতা প্ৰদান কৰি মোৱামৰীয়া মহন্তক অৰুলশৰীয়া আৰু দুৰ্বল কৰাৰ চেষ্টা চলিছিল। বুৰঞ্জীত পোৱা কীৰ্তিচন্দ্ৰৰ অত্যাচাৰ আৰু 'মেকিয়া ভেলিয়ান' কূটনীতিৰ প্ৰধান কাৰণ আছিল এয়ে। কীৰ্তিচন্দ্ৰ ববৰুৱা মানুহজন যে ব্যক্তিগতভাৱে অত্যাচাৰী প্ৰবৃত্তিৰ নাছিল তেনে নহয়, কিন্তু প্ৰশাসন যন্ত্ৰৰ সহায়েৰে চলোৱা ব্যাপক অত্যাচাৰ কেৱলমাত্ৰ ব্যক্তিগত স্বৈৰাচাৰী প্ৰবৃত্তিৰে ফল নহয়। ই আছিল পতনমুখী শাসকশ্ৰেণীটোৰ বাচি থকাৰ শেষ নিষ্ফল প্ৰয়াস। দাসশ্ৰম-শোষণ ব্যৱস্থাৰ বিৰুদ্ধে জনগণৰ বাঢ়ি অহা ক্ষোভক দমাই সমাজত স্থিতাৱস্থা বজায় ৰাখি নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈকে আৰম্ভ হৈছিল শাসকশ্ৰেণীৰ শোষণ-উৎপীড়ন।

শাসকশ্ৰেণীৰ সংকট জনসাধাৰণৰ ওপৰত জাপি দি 'দেশ ৰচোৱাৰ' এই প্ৰচেষ্টা সাধাৰণ মানুহে কিন্তু অকাতৰে গ্ৰহণ কৰিবলৈ প্ৰস্তুত নহয়। ইতিমধ্যেই বিভিন্ন উপায়েৰে বিশেষকৈ বৈষ্ণৱধৰ্মৰ অনুষ্ঠানবোৰৰ সহায়ত জনসাধাৰণে পাইক ব্যৱস্থাৰ বিৰুদ্ধে নীৰৱ বিদ্ৰোহ আৰম্ভ কৰিছেই। আৰু সহ্য কৰি যাবলৈ তেওঁলোক প্ৰস্তুত নহয়। পতিকে সামগ্ৰিক সংকট ঘনীভূত হৈ অহাৰ লগে লগে ৰজাঘৰ আৰু প্ৰজা-ঘৰৰ মাজত সংকট অবশ্যম্ভাৱী হৈ পৰিল।

কিন্তু তাৰ আগতে অসমত সামন্ততন্ত্ৰ গঢ়ি উঠাৰ প্ৰক্ৰিয়াত এক বিৰাট ভূমিকা পালন কৰা ধৰ্মীয় মতবাদ আৰু অনুষ্ঠানবোৰৰ বিষয়ে আমি চাব লাগিব। অন্ততঃ সামন্ততন্ত্ৰৰ বিকাশৰ এটা মূল ধাৰাই বাদ পৰি যাব।

## সামন্ততন্ত্ৰৰ বিকাশত বৈষ্ণৱ সত্ৰসমূহৰ ভূমিকা

অসমত সমগ্ৰ সামন্ততান্ত্ৰিক ব্যৱস্থাটো গঢ়ি উঠাত বৈষ্ণৱধৰ্মৰ অৱদানৰ বিষয়ে কিছু আলোচনা কৰা প্ৰয়োজন।

বৈষ্ণৱধৰ্মই অসমত বিকাশ লাভ কৰিছিল এক সামন্ততান্ত্ৰিক আদৰ্শৰ ধৰ্ম হিচাবে। সামন্ততন্ত্ৰৰ ওপৰত ভিত্তি কৰিয়েই যে এই ধৰ্ম গঢ়ি উঠিছিল আৰু ই আকৌ সামন্ততন্ত্ৰকে শক্তিশালী হোৱাত সহায় কৰিছিল সেই বিষয়ে আজি আৰু কোনো চিন্তাশীল লোকৰে দ্বিমত নাই। প্ৰকৃতপক্ষে পশ্চিম অসমৰ ভূঞা সামন্ত-প্ৰভুসকলেই এই আন্দোলনৰ নেতৃত্ব দিছিল। সমাজত যিহেতু সেই সময়ত সামন্ততান্ত্ৰিক উপাদানবোৰ শক্তিশালী হৈ উঠি এক সামন্ততান্ত্ৰিক ব্যৱস্থাৰ বুনিয়াদ সৃষ্টি কৰিছিল—সেয়ে এই সামন্ততান্ত্ৰিক ভিত্তিভূমিৰ ওপৰত গঢ়ি উঠিছিল ইয়াৰ উপৰিকাঠামোৰ বিভিন্ন উপাদান—সাহিত্য, সংস্কৃতি, আচাৰ-নীতি, অনুষ্ঠান আদি সমাজত গঢ়ি উঠিছিল বৈষ্ণৱধৰ্ম আৰু সাহিত্যৰ। সামন্ততান্ত্ৰিক উপাদানবোৰ শক্তিশালী হৈ অহাৰ লগে লগে ইয়াৰ উপৰিকাঠামো হিচাবে বিকাশলাভ কৰা নৱ-বৈষ্ণৱ মতাদৰ্শ সামন্ততন্ত্ৰৰ লগত identified হৈ পৰিছিল।

কিন্তু কিয়? কিয় নৱবৈষ্ণৱ মতাদৰ্শ সামন্ততন্ত্ৰৰ লগত চিহ্নিত হৈ পৰিছিল?

(a) বৈষ্ণৱধৰ্মৰ মূল আদৰ্শগত ভিত্তি হৈছে 'ভক্তিবাদ'। এই 'ভক্তিবাদ'ৰ আদৰ্শৰ লগত জড়িত হৈ আছে যুক্তিহীন বিশ্বাস আৰু অন্ধ অচৰ আনুগত্যৰ প্ৰশ্ন। ড° দামোদৰ ধৰ্মানন্দ কোশাম্বীয়ে লিখিছে, "The doctrine of Bhakti is unflinching loyality to a God……. This suited the feudal ideology perfectly. Loyality links together in a powerful chain the serf and retainer to feudal lord, baron to duke to king. It is the ideological basis of feudal society. (The Culture and Civilisation of Ancient India. p-208. London '70). সামন্ততন্ত্ৰই সৃষ্টি কৰিছিল তাৰ প্ৰয়োজনীয় ভিত্তি আৰু আনুগত্যৰ আদৰ্শ আৰু অসমত এই ভক্তিবাদেই প্ৰকাশ পাইছিল নৱবৈষ্ণৱ মতাদৰ্শৰ মাজেদি আৰু ই ভিত্তিৰ সপক্ষে থিয় হৈ সামন্ততন্ত্ৰক শক্তিশালী আৰু বিকশিত কৰাত অবিহণা যোগাইছিল।

(b) এই বৈষ্ণৱধৰ্মৰ সত্ৰ নামঘৰ আৰু অন্যান্য মঠ-মন্দিৰ আদিক কেন্দ্ৰ কৰি লাহে লাহে এক বিস্তৃত সামন্ততান্ত্ৰিক ব্যৱস্থা গঢ়ি উঠিবলৈ আৰম্ভ কৰিলে। গদাধৰ সিংহৰ ৰাজত্বকালত এই মঠ-মন্দিৰৰ প্ৰভাৱ প্ৰতিপত্তি কিছু কমিলেও পুনৰ ৰুদ্ৰসিংহৰ দিনত এই অনুষ্ঠানবোৰে আকৌ গা দাঙি থিয় দি উঠাৰ সুবিধা পালে। এই ধৰ্মীয় অনুষ্ঠানবোৰত পূজা-অৰ্চনা আৰু অনুগামীৰ ভৰণ-পোষণৰ বাবে দান

আৰু বিষয়া-ভাণ্ডাৰীয়াসকলে খাত-পাম আৰু ভাত খাটিবলৈ পাইক-প্ৰজা দান কৰিছিল। এনে কিছুমান খাত, পাম ধৰ্মোত্তৰ, দেৱোত্তৰ দান, বিৰাট আকাৰৰ আছিল আৰু ভাত খাটিবৰ বাবে দিয়া পাইক প্ৰজাৰ সংখ্যাও আছিল যথেষ্ট। সমগ্ৰ দেশৰ মুঠ আবাদ মাটিৰ এটা বিৰাট অংশ এনেদৰে ধৰ্মীয় অনুষ্ঠানবোৰৰ তলতীয়া হৈ পৰিছিল। তাৰোপৰি এই মাটিৰ বাবে কোনোপ্ৰকাৰৰ কৰকাটল ৰজাঘৰত দিব লগা নহৈছিল।

তাৰোপৰি সত্ৰৰ হাতত থকা বিৰাট খাত-পামবোৰত নতুন নতুন মানুহ বহিবলৈ মহন্তসকলে অনুমতি দিছিল। এওঁলোকৰ পৰাও নগদ নাইবা উৎপন্নৰ অংশ কৰ হিচাবে লোৱাৰ ব্যৱস্থা আছিল। তাৰোপৰি খাতৰ বাহিৰৰ শিষ্য ভকতসকলে দিয়া গুৰুকৰ, ভাৰ-ভেটীটো আছেই। লাহে লাহে পাইক-প্ৰজা, লগুৱা-লিকচৌ, বন্দীবেটী, খাত-পাম, গৰু-ম'হৰে সত্ৰাধিকাৰ আৰু মহন্তসকল একো-একোজন বিৰাট বিত্তশালী লোকলৈ পৰিণত হৈছিল। ধৰ্মীয় প্ৰক্ৰিয়াৰ সহায়ত তেওঁলোকে নানাবিধ গোচৰ বিচাৰ কৰাৰো কৰ্তা হৈ পৰিছিল। তেওঁলোকৰ হাতত জমা হোৱা বিৰাট সম্পদ সাউদ মুদৈসকলক বেপাৰ বাণিজ্যৰ বাবে ধাৰলৈ দিয়াৰ কথাও জনা যায়। প্ৰজাৰ চোৱা-চিতা, ধৰ্ম-কৰ্ম, কৰ-কাটল, গোচৰ-বিচাৰ আৰু শাসকসকলৰ লগত সম্পৰ্ক বজায় ৰাখি এওঁলোক দেশৰ ভিতৰতে একো একো খণ্ডৰ একো একোজন ক্ষুদ্ৰ শাসনকৰ্তা স্বৰূপ হৈ পৰিছিল। চৰিত্ৰৰ দিশৰ পৰা এওঁলোক হৈ পৰিছিল একো একোজন সামন্তপ্ৰভু।

এনেদৰেই সত্ৰসমূহৰ জৰিয়তে সামন্ততান্ত্ৰিক ব্যৱস্থাই দেশত শক্তিশালী ৰূপত আত্মপ্ৰকাশ কৰিছিল। কলাকৃষ্টি, ধৰ্মকৰ্ম, বিদ্যা-চৰ্চাৰ কেন্দ্ৰ হৈ পৰা এই ধৰ্মীয় অনুষ্ঠানবোৰ কেৱল অৰ্থনৈতিক ভিত্তিকেই নহয়, উপৰিকাঠামোৰ সমগ্ৰ উপাদানেৰে পুষ্ট এক সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰে বিকাশ ঘটাইছিল।

c) এই সত্ৰ, মঠ-মন্দিৰ আদিত খাটনিয়াৰ হৈ যিবিলাক পাইক-প্ৰজা আছিল, তেওঁলোকে বাধ্যতামূলকভাৱে বছৰেকত তিনিমাহ ৰজাঘৰত খাটিব নালাগিছিল। পৰিৱৰ্তে সত্ৰাধিকাৰ, মহন্ত আৰু মঠ-মন্দিৰৰ কাম কৰিব লাগিছিল। এনেদৰে বহুতো প্ৰজা সত্ৰবোৰৰ অধীন হৈ পৰাত সময়ে সময়ে শাসকসকলে প্ৰয়োজনীয় শ্ৰমশক্তি পোৱাত অসুবিধা নোহোৱাও নহয়। সেয়েহে শিংহৰ দিনত সেয়ে এবাৰ মানুহবোৰে কাৰবন নকৰি ধছুৱা হৈ পৰিছে বুলি সত্ৰবোৰৰ পৰা বহুত পাইক আৰু সত্ৰবোৰৰ ধনসম্পত্তিও বাজেয়াপ্ত কৰা হৈছিল।

সত্ৰৰ অধীনত থকা পাইক প্ৰজাসকলে অন্য প্ৰজাতকৈ অলপ বেছি স্বাধীনতা উপভোগ কৰিছিল। শাসকসকলৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণৰ তলত তেওঁলোক নাছিল। সত্ৰাধিকাৰৰ ধৰ্মীয় প্ৰক্ৰিয়াৰে তেওঁলোকক চালৰ নিছিনাকৈ শাসকশ্ৰেণীৰ প্ৰত্যক্ষ শোষণৰপৰা ৰক্ষা কৰিছিল। কৰ্তৃত্বৰ খণ্ডীকৰণ ঘটাত কেন্দ্ৰীয় কৰ্তৃত্বৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণৰপৰা তেওঁলোক মুক্ত আছিল। এওঁলোকৰ এই আপেক্ষিক স্বাধীনতা অন্যান্য প্ৰজাৰ বাবে কাম্য আছিল বুলি ধৰিব পাৰি কিয়নো বহুত পাইকে খেলৰ-পৰা পলাই সত্ৰ আদিত ভকতৰ ৰূপ ধৰি পাইকপ্ৰথাৰ শোষণৰপৰা মুক্ত হবলৈ চেষ্টা কৰিছিল। ভকতীয়া বৰভীয়া সজা এনেবোৰ ভকতক ৰজাঘৰে বিচাৰি ধ'ৰ মাজে মাজে কাম-কাজত লগাইছিল। নতুন ঠাইত বহুৱাই খাত-পাম পাতিছিল। চোৰৰ আলি বন্ধ মানুহবোৰ ৰূপকথা বা কিংবদন্তিৰ চোৰ নাছিল— আছিল পাইক প্ৰথাৰ নিৰ্যাতনৰপৰা ৰক্ষা পাবলৈ খেলৰ পৰা পলাই গুহস্থিত লোমাই থকা সাধাৰণ পাইকপ্ৰজা।

ৰজাঘৰৰ দ্বাৰা বৈষ্ণৱ নিৰ্যাতনৰ কাৰণো আছিল মূলতে অৰ্থনৈতিক আৰু ৰাজনৈতিক; ধৰ্মীয় নহয়। সত্ৰ আদিৰ ভবিষ্যতে সামন্ততান্ত্ৰিক অনুষ্ঠানবোৰ শক্তিশালী হৈ পৰাত আৰু শ'হ শ'হ পাইক ইয়াৰ অধীন হোৱাৰ উপৰিও বহুসংখ্যকে ভকতসাজি গা খটাত ফাঁকি দিয়াত তদানীন্তন দাসশ্ৰম-শোষণৰ ওপৰত ভিত্তিকৰি গঢ়ি উঠা আৰ্থ-সামাজিক ব্যৱস্থা দুৰ্বল হৈ পৰিছিল। উন্নত সামন্ততন্ত্ৰৰ আদৰ্শ হৈ পৰিছিল দাসশ্ৰম শোষণ ব্যৱস্থাৰ বাবে এক প্ৰচণ্ড প্ৰত্যাহ্বানস্বৰূপ। সেয়ে শাসকশ্ৰেণী সাধাৰণভাৱে বৈষ্ণৱধৰ্মৰ ওপৰত খঙাহত আছিল।

বৈষ্ণৱধৰ্মই তদানীন্তন সমাজত সামন্ততান্ত্ৰিক আদৰ্শৰ প্ৰতিনিধিত্ব কৰাৰ বাবে আৰু ইয়াৰ অন্তৰ্নিহিত সমতা, উদাৰতা, ভেদাভেদহীন নীতিৰ বাবে এই ধৰ্ম একাষে যেনেদৰে জনসাধাৰণৰ মাজত জনপ্ৰিয় হৈ উঠিছিল, তেনেদৰে সমস্ত এই ধৰ্ম আৰু মূলতে ইয়াৰ মোৱামৰীয়া ঠালটো দৈৱতান্ত্ৰিক সমাজব্যৱস্থাৰ শোষণ-নিৰ্যাতনৰ বিৰুদ্ধে জনসাধাৰণৰ সংগঠনৰ প্ৰধান মঞ্চৰূপে পৰিগণিত হৈছিল।

এনে পৰিস্থিতিত সমাজ ব্যৱস্থাক টিকাই ৰাখিবলৈ শাসকশ্ৰেণীয়ে ক্ৰমাগতে বেছি-বেছিকৈ অত্যাচাৰ আৰু নিপীড়নৰ সহায় ল'ব লগা হৈছে। সমস্ত প্ৰজাসকলেও ইয়াৰ বিৰুদ্ধে স্বতঃস্ফূৰ্তভাৱে সংগঠিত হবলৈ আৰম্ভ কৰিছে। গাঁৱে গাঁৱে, ৰাজ্যৰ দিহিঙৰ ফিলনৈ, এই সমগ্ৰ সংগঠনবোৰৰ কেন্দ্ৰবিন্দু হৈ পৰিছে মোৱামৰীয়া সত্ৰাধিকাৰ। মোৱামৰীয়া সত্ৰৰ কেন্দ্ৰবোৰ বৈশিষ্ট্য যেনে উদাৰনৈতিক ভেদাভেদ-

হীন পৰিবেশ, স্থানীয় জনবিশ্বাস আৰু আচাৰ পৰম্পৰাক বৈষ্ণৱধৰ্মৰ মাজত আকোঁৱালি ল'ব পৰা গতিশীলতা, মোৱামৰীয়া মহন্তৰ বিশাল ব্যক্তিত্ব আৰু জনগণৰ লগত ঘনিষ্ঠতাৰ বাবে স্বাভাৱিকতে এই সত্ৰ সংগঠনৰ কেন্দ্ৰ হৈ পৰিছে।

"প্ৰথম অৱস্থাত প্ৰজাসকলে কোনো নিৰ্দিষ্ট আদৰ্শ বা লক্ষ্য আগত লৈ সংগঠনবোৰ গঢ়ি তোলা নাছিল—ৰজাঘৰীয়া বৈষ্ণৱ নিৰ্যাতনৰ ফলত এইবোৰ স্বতঃস্ফূৰ্ত আৰু গোপনে গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। কিন্তু এই গোপন অনুষ্ঠানবোৰ বেছিদিন ৰাজনীতিৰ বাহিৰ হৈ থাকিব নোৱাৰিলে। সমাজ আৰু পৰিবেশৰ চাপে এইবোৰক এটা ৰাজনৈতিক ৰূপ দিবলৈ ধৰিলে। এই ৰাজনীতিয়েই পৈ সময়ত শাসকশ্ৰেণীক উৎখাত কৰি অত্যাচাৰী ব্যৱস্থাৰ অন্তপেলোৱাৰ লক্ষ্য হিচাপে পৰিস্ফুট হৈ উঠিলগৈ।

অসমত বৈষ্ণৱধৰ্মই বিশেষকৈ মোৱামৰীয়া কাল সংহতি ধাৰাই দাসশ্ৰম-শোষণৰ বিৰুদ্ধে প্ৰজাৰ সংগঠনৰ মঞ্চ হৈ পৰিল। শেষত ইয়েই প্ৰচলিত স্বৈৰাচাৰী সমাজৰ বিৰুদ্ধে বিদ্ৰোহৰ নিচান বহন কৰিলেগৈ। আৰম্ভ হ'ল সংঘৰ্ষৰ সময়। সূচনা হ'ল মোৱামৰীয়া গণ-অভ্যুত্থানৰ। এই অভ্যুত্থানৰ ফলত প্ৰচলিত সমাজ-ব্যৱস্থাৰ জোৰা এনেকৈ লৰিল যে সি আৰু কেতিয়াও সবল হৈ উঠিব নোৱাৰিলে। পাইক প্ৰথাৰ জৰিয়তে ব্যাপকভাৱে দাসশ্ৰম শোষণৰ অধ্যায়ৰ অন্ত পৰিল। অসমত ৰজাৰ শক্তি সীমিত হৈ পৰিল—প্ৰজাসকলৰ বহু অংশ মুক্ত হৈ পৰিল। খেল-মেল আদি পুৰণা জৰাজীৰ্ণ ব্যৱস্থাবোৰ ভাঙি পৰিল। এইবাৰ দাসশ্ৰম-শোষণৰ স্বৈৰাচাৰ নথকা এক পূৰ্ণ সামন্তত্ত্বৰ বিকাশৰ বাট মুকলি হৈ পৰিল।

কিন্তু সেয়া নহ'লগৈ। শাসকশ্ৰেণীৰ নিজৰ মাজৰ দ্বন্দ্ব এই অভ্যুত্থানৰ পাছত ইমান তীব্ৰ হৈ পৰিল যে দুটা গোষ্ঠীয়ে ক্ৰমান্বয়ে বাৰ্মা আৰু বৃটিছৰ সহায়ত দেশৰ শাসনক্ষমতা দখলৰ অভিযান চলালে। বাৰম্বাৰ বিদেশী আক্ৰমণ আৰু গৃহযুদ্ধৰ ফলত অভ্যুত্থানৰ পৰৱৰ্তী কালছোৱাত অসমত এক উন্নত সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থা গঢ়ি উঠাৰ যি পৰিবেশ দেখা পোৱা গৈছিল সি অকালতে মৰহি গ'ল। ইয়াৰ উপৰিও ব্যাপক হত্যা, মহামাৰী আৰু কানিৰ প্ৰচলনে প্ৰজাসকলক একেবাৰে কাহিল কৰি পেলালে। মুঠতে মোৱামৰীয়া গণ-অভ্যুত্থানে যি প্ৰচণ্ড সম্ভাৱনাৰ ইংগিত বহন কৰিছিল সি সফলকাম নহ'ল। বৃটিছে অসম দখল কৰি এক ঔপনিবেশিক সামন্ততান্ত্ৰিক ব্যৱস্থা গঢ়ি তোলাৰ সময়লৈকে অসমৰ সমাজ নিজৰ শক্তিৰে ঠিয় হৈ বিকাশ লাভ কৰাৰ অৱস্থা পোৱা নাছিল।

## সামন্ততন্ত্ৰ আৰু শঙ্কৰদেৱ

অসমৰ ইতিহাসত যি কালছোৱাত সামন্ততান্ত্ৰিক অৰ্থনীতিৰ উপাদানসমূহ দানা বান্ধিবলৈ আৰম্ভ কৰিছে—জনজাতীয় সমাজ ব্যৱস্থাৰ মাজত পৰিৱৰ্তন হৈ সমাজ সামন্ততন্ত্ৰৰ দিশত আগুৱাবলৈ আৰম্ভ কৰিছে—ঠিক সেই সময়তেই শঙ্কৰদেৱৰ জন্ম। অসমৰ আৰ্থ-সামাজিক বিকাশৰ প্ৰক্ৰিয়াটোত শঙ্কৰদেৱো যুক্ত। সেয়ে এই সমগ্ৰ ব্যৱস্থা আৰু তাৰ বিকাশৰ মাজত শঙ্কৰদেৱৰ নিচিনা এক প্ৰবল ব্যক্তিত্বৰ অৱস্থিতি আৰু ভূমিকাৰ বিষয়ে কিছু চিন্তা কৰি চোৱাৰ প্ৰয়োজনীয়তা আছে।

অসমত সাম্প্ৰতিক কালত শঙ্কৰদেৱ সম্পৰ্কে যিমানখিনি মূল্যবান আলোচনা হৈছে তাৰ ভিতৰত ড° হীৰেন গোহাঁইৰ 'কীৰ্তন পুথিৰ ৰসবিচাৰ' সোণা সৰু কিতাপখন অতি গুৰুত্বপূৰ্ণ কাৰণ তাতেই শঙ্কৰদেৱৰ কাম-কাজ, প্ৰতিভা আৰু ধৰ্মক সেই সময়ৰ অসমৰ সামাজিক পটভূমিকাৰ মাজত বিচাৰ কৰা হৈছে, মনেপতা ধাৰণাৰে নহয়। প্ৰথমবাৰৰ বাবে শঙ্কৰদেৱৰ সামন্ততান্ত্ৰিক অৱস্থান আৰু ভূমিকা ইয়াত দাঙি ধৰা হৈছে। ভালকৈ চালে দেখা যায় যে জনজাতীয় সমাজবোৰৰ সামন্ততন্ত্ৰৰ দিশত উত্তৰণৰ প্ৰক্ৰিয়াত অসমত নৱবৈষ্ণৱ মতাদৰ্শ মূলতে সদায় সামন্ততন্ত্ৰৰ স্বাৰ্থৰ পক্ষে থিয় দি আহিছে, সামন্ততন্ত্ৰৰ বিকাশত এক বিৰাট ভূমিকা পালন কৰি আহিছে।

জনজাতীয় সমাজৰ মাজত ব্যক্তিগত সম্পত্তিৰ বিকাশে জনজাতীয় গণতান্ত্ৰিক শৃংখলা আৰু অৰ্থনীতি ভাঙি পেলায় আৰু লাহে লাহে সৰু সৰু ৰাজ্য আৰু ৰজাৰ সৃষ্টি হ'বলৈ আৰম্ভ কৰে। ক্ষুদ্ৰ এই শাসকসকল সমাজৰ সুস্থিৰ বিকাশৰ বাটৰ অন্তৰায়। লোভ আৰু অত্যাচাৰ, পশ্চাদপদ অৰ্থনৈতিক ব্যৱস্থাৰ মাজৰপৰা অধিক সম্পদ আহৰণৰ প্ৰচেষ্টাই জনসাধাৰণক নিপীড়নেৰে কোঙা কৰি পেলায়, সমাজত দাসব্যৱস্থাৰ সৃষ্টি হয় আৰু অৰ্থনীতি দাসশ্ৰম নিৰ্ভৰশীল হৈ পৰে। এনে অৱস্থাত একোটা এলেকাত এনে ক্ষুদ্ৰ ক্ষুদ্ৰ শোষকসকলক নিয়ন্ত্ৰণ কৰি এক সুষম ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিবলৈ ডাঙৰ ৰাজ্য আৰু শক্তিশালী ৰজাৰ প্ৰয়োজন হয়। এনে হ'লেহে সমাজ আগবাঢ়িব পাৰে। কেতিয়াবা ক্ষুদ্ৰ নৃপতিসকলৰ এজনে শক্তিশালী হৈ সকলোকে বশীভূত কৰে বা কেতিয়াবা এই কাম কৰে বাহিৰৰপৰা অহা কোনো শক্তিশালী জনগোষ্ঠীয়ে। অসমৰ ক্ষেত্ৰত আহোমসকলে আহি সৰু সৰু প্ৰভুসকলক বশীভূত কৰি এখন ৰাজ্য আৰু এটা ব্যৱস্থা পাতনি মেলেহি।

বুৰঞ্জীত পোৱাব দৰে 'সাত বাজ মাৰি এক বাজ' কৰে। আহোম যুগৰ ইতিহাসৰ সঘন যুদ্ধবিগ্ৰহবোৰ এই প্ৰক্ৰিয়াৰে প্ৰমাণ।

আহোম যুগত পাইক আৰু খেলব্যৱস্থাৰ জৰিয়তে যি আৰ্থ-সামাজিক পদ্ধতিৰ সূচনা হ'ল তাত দাসশ্ৰম শোষণ ব্যাপক, বাধ্যতামূলক আৰু সাৰ্বজনীন কৰি সংগঠিত কৰি পেলোৱা হ'ল। ইয়াৰ ফলত যেনেকৈ সামন্ততান্ত্ৰিক অৰ্থনীতিৰ চৰ্তসমূহৰ সৃষ্টি হ'ল, তেনেকৈ দাসশ্ৰম-শোষণ ব্যাপক আৰু কেন্দ্ৰীয়ভাৱে সংগঠিত হৈ পৰাই সমগ্ৰ ব্যৱস্থাটোৱেই স্বেৰাচাৰী হৈ পৰিল।

এই ব্যৱস্থা উন্নত সামন্ততন্ত্ৰৰ (য'ত দাসশ্ৰম-শোষণৰ স্বৈৰাচাৰৰূপৰ। কৃষক মুক্ত হৈ অধিক স্বাধীনতা লাভ কৰে—য'ত দাসশ্ৰম শোষণৰ পৰিবৰ্তে কৰদ সম্পৰ্কৰ জৰীয়তে উদ্বৃত্ত শোষণ হয়) অন্তৰায় স্বৰূপ আছিল। ফলত প্ৰজাসাধাৰণে লাহে লাহে প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে, দাস শোষণৰ বিৰুদ্ধে বিক্ষোভ কৰিবলৈ আৰম্ভ কৰিছিল আৰু এই বিক্ষোভ শেষত মোৱামৰীয়া গণ-অভ্যুত্থানৰ আকাৰত ফাটি পৰিছিল। প্ৰজাসকলৰ প্ৰচণ্ড বিদ্ৰোহে এই কথাই প্ৰতিপন্ন কৰে যে তেওঁলোকে সমাজ ব্যৱস্থাৰ পৰিবৰ্তন বিচাৰিছিল।

যি কি নহওক, আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল যে এই সমগ্ৰ প্ৰক্ৰিয়াটোত নববৈষ্ণৱ মতাদৰ্শ সদায় সামন্ততান্ত্ৰিক বিকাশৰ স্বাৰ্থত প্ৰজাসাধাৰণৰ সপক্ষে থিয়দি আছিছে। নববৈষ্ণৱ মতাদৰ্শৰ মূল ভেটি ভক্তিবাদ আৰু যুক্তিহীন 'বিশ্বাস' আৰু আৰু আনুগত্যই মূলতে এই কাম কৰিছিল। শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱধৰ্মৰ মূল কথা 'ভক্তিবাদ'। ইয়াৰ লগতে জড়িত হৈ আছে বিশ্বাস আৰু আনুগত্যৰ প্ৰশ্ন। ডঃ ধৰ্মানন্দ কোশাম্বীয়ে লিখি গৈছিল যে, '**The doctrine of Bhakti is unflinching loyalty to a God···This suited the feudal ideology perfectly. Loyality links together in a powerful chain the serf and retains to feudal lord, baron to duke to king. It is the ideological basis of feudal society. ( The Culture and Civilization of Ancient India. pp.-208. London '70 )**
শঙ্কৰদেৱৰ সমগ্ৰ ধৰ্মীয় দৰ্শনে ভক্তিবাদৰ জৰিয়তে এই মতাদৰ্শক মানুহৰ মাজত প্ৰচাৰ কৰিছিল। এই কথা ভাবিলে ভুল হ'ব যে শঙ্কৰদেৱে মহা উৎসাহেৰে সামন্ত-তন্ত্ৰৰ বিকাশৰ বাবেই বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰিছিল বা শঙ্কৰদেৱৰ বৈষ্ণৱধৰ্মৰ প্ৰচাৰৰ বাবেই সামন্তবাদৰ বিকাশ ত্বৰান্বিত হৈ পৰিল।

শঙ্কৰদেৱৰ আটাইতকৈ মৌলিক প্ৰতিভা হ'ল যে তেওঁ সদায় দেশৰ জনগণৰ মাজৰপৰাই তেওঁৰ কামৰ সমলবোৰ গোটাই লৈছিল। আৰু তাৰ জৰিয়তে বিশ্বাসযোগ্যভাৱে জনগণৰ বাবে ভক্তিতত্ত্ব দৰ্শনৰ কথাবোৰ সহজসাধ্য আৰু বোধগম্য কৰি তুলিছিল। এই প্ৰক্ৰিয়াত তেওঁৰ নিজৰ কাম-কাজ আৰু চিন্তাৰ ওপৰতো জনগণৰ আবেগ-আকাংক্ষাৰ প্ৰতিচ্ছবি নপৰাকৈ থকা নাছিল। আগতে কৈ অহা কিতাপত ড° গোহাঁয়ে সুন্দৰকৈ দেখুৱাইছে যে শঙ্কৰদেৱৰ ভগৱান আৰু ভক্তৰ চৰিত্ৰাংকণৰ মাজতেই ৰাজশক্তিৰ অত্যাচাৰৰপৰা হাত সৰাৰ আকাংক্ষা আৰু প্ৰচলিত অত্যাচাৰী ৰাজশক্তিৰ হাতৰপৰা আন কোনো শক্তিশালী শক্তিয়ে উদ্ধাৰ কৰাৰ আকাংক্ষা ফুটি উঠিছে। সামন্ততান্ত্ৰিক সমাজৰ বিকাশৰ সময়ত উপৰিকাঠামোত যিবোৰ ভাব-চিন্তা আৰু আদৰ্শই নিৰন্তৰে কাম কৰে শঙ্কৰদেৱৰ মাজতো তাৰ অনুকৰণ দেখা যায়। শঙ্কৰদেৱৰ পূৰ্বপুৰুষ ভূঞা-সকলো যে কেন্দ্ৰীয় ক্ষমতাৰ উপকণ্ঠৰ অপেক্ষাকৃত উন্নত কৃষি পদ্ধতি ব্যৱহাৰ কৰা সামন্তপ্ৰভু আছিল তাৰ প্ৰতিও মনোযোগ দিয়াতো প্ৰয়োজন। শঙ্কৰদেৱৰ লিখনিত প্ৰকাশ পোৱা সামন্ততান্ত্ৰিক চিন্তাধাৰাসমূহৰ এটি সুন্দৰ সূক্ষ্ম আলোচনা ড° গোহাঁইৰ কিতাপখনত পোৱা যায়।

এই কথা এতিয়া বোধকৰো যথেষ্ট স্পষ্ট হৈ পৰিছে যে অসমৰ সেই সময়ৰ সামন্ততন্ত্ৰ বুলিলে আমি সাধাৰণতে দুটা পৰ্যায়ৰ সামন্ততন্ত্ৰৰ কথা বুজোঁ। এটা পৰ্যায় আছিল দাসশ্ৰম-শোষণৰ ওপৰত প্ৰতিষ্ঠিত সামন্ততন্ত্ৰ—ইয়াৰ মূল আৰ্থ-সামাজিক ভিত্তি আছিল দাসশ্ৰম-শোষণ। পাইক আৰু খেল-প্ৰথাৰ জৰিয়তে এই ব্যৱস্থা গঢ়ি তোলা হৈছিল। আনহাতে আনবিধ সামন্ততন্ত্ৰ আছিল দাসশ্ৰম-শোষণৰ পৰা মুক্ত স্বাধীন কৃষক ভিত্তিক সামন্ততন্ত্ৰ। এইটো পৰ্যায়ত কৃষক সকলে বহুখিনি স্বাধীনতা লাভ কৰিছিল। সমান্তৰালভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাত এই দুটা পৰ্যায় সেই সময়ত স্পষ্ট হৈ পৰিবলৈ ধৰিছিল। উজনি অসমৰ আহোম শাসনাধীন এলেকাত আৰম্ভ হৈছিল প্ৰথমবিধ আৰু আহোম শাসনৰ উপকণ্ঠ এলেকাত আৰু কোচবিহাৰ, ৰংপুৰ ( শিৱসাগৰৰ ৰংপুৰ নহয়, বংগৰ ) কালে ক্ৰমান্বয়ে স্বাধীন কৃষক ভিত্তিক সামন্ততন্ত্ৰ অধিকতৰ বিকশিত হৈ পৰিছিল। যথা অসমৰ ভূঞা সামন্তপ্ৰভু সকলো এই পিছৰ বিধৰ সামন্ত আৰু শাসন ব্যৱস্থাৰ পৃষ্ঠপোষক আছিল বুলি ধৰিব পাৰি।

স্বাধীন কৃষক ভিত্তিক পিছৰ বিধ সামন্ততন্ত্ৰত মুদ্ৰা অৰ্থনীতিৰ বিকাশো

অলপ ক্ৰতত্তৰ আছিল। সেয়ে আমি যি হবে নৰনাৰায়ণৰ শাসনকালৰ মুদ্ৰা 'নৰাণি টকা'ৰ প্ৰয়োগৰ দেখা পাওঁ। সেই সময়ৰ সমসাময়িক, আহোম ৰাজ্যত মুদ্ৰাৰ অপেক্ষাকৃত কম প্ৰচলন দেখা যায়। পিছৰ বিধ সামন্ততান্ত্ৰিক ব্যৱস্থাৰ মাজত স্বাধীন কৃষক হোৱাৰ যিকণ অপেক্ষাকৃত স্বাধীনতা আছিল, দাসশ্ৰম-শোষণৰ স্বৈৰাচাৰী পাইক ব্যৱস্থাৰ মাজত কাম কৰা সাধাৰণ প্ৰজাৰ বাবে সি অতি আশাৰ বস্তু হৈ পৰিছিল।

সামন্ততন্ত্ৰৰ আৰ্থ-সামাজিক পটভূমিকাত শঙ্কৰদেৱৰ বিচাৰ কৰিবলৈ যাওঁতে আমি অসমত সামন্ততন্ত্ৰৰ এই দুটা পৰ্যায় সদায় মনত ৰখাটো প্ৰয়োজন আৰু ইয়াৰ পৰিপ্ৰেক্ষিতত্তহে শঙ্কৰদেৱৰ সামন্ততান্ত্ৰিক ভূমিকাৰ কথা আলোচনা কৰা দৰকাৰ। শঙ্কৰদেৱৰ কাম-কাজ, লিখনিৰ আৰু ভাব-চিন্তাত সামন্ততান্ত্ৰিক বিচাৰ ধাৰাই কাৰ্য কৰিছিল। বহুতেই এই কথাটো এইটো পথায়লৈ মানি ল'ব। ড° গোহাঁয়েও 'কীৰ্তন পুথিৰ কল বিচাৰ' কিতাপখনত শঙ্কৰদেৱৰ সামন্তত্ৰৰ লগত থকা ওতঃপ্ৰোত সম্বন্ধ তেওঁৰ লিখনিৰ আলোচনাৰ মাজেৰে তুলি ধৰিছে। কিন্তু এইখিনি মানি লৈ এতিয়া প্ৰশ্ন হ'ল শংকৰদেৱ কোনপৰ্যায়ৰ সামন্ততন্ত্ৰৰ লগত আবেগিকভাৱে জড়িত আছিল? দাসশ্ৰম ভিত্তিক নে স্বাধীন কৃষক ভিত্তিক অপেক্ষাকৃত মুক্ত সামন্ততন্ত্ৰ?

এই প্ৰশ্নৰ উত্তৰ দিবলৈ যোৱাৰ আগতে আমি দুই-এটা কথা সুঁৱৰি লোৱাটো প্ৰয়োজন। প্ৰথমতে শংকৰদেৱৰ নিজা সামাজিক অৱস্থান কেনে আছিল। ভূঞা-সকলৰ বংশৰ মানুহ শংকৰদেৱ। আহোম আৰু কোচৰ পৰাক্ৰমী কেন্দ্ৰীভূত ৰাজ্যৰ কাষৰীয়া এলেকা—য'ত কেন্দ্ৰীয় কৰ্তৃত্ব শিথিল আছিল—ভূঞাসকল তেনে এলেকাৰ একোজন সৰু সৰু সামন্তপ্ৰভু আছিল। উন্নত কৃষি-কৌশল, অপেক্ষাকৃত উন্নত সাংস্কৃতিক পৰ্যায়ৰে তেওঁলোকে একো-একোটা এলেকাত নিজৰ কৰ্তৃত্ব বজায় ৰাখিছিল। জনজাতি অধ্যুষিত এলেকাবোৰৰ মাজত জনজাতীয় সমাজৰ অৱক্ষয় আৰু প্ৰব্ৰজনৰ মাজেৰে এনে এখন সমাজ গঢ়ি উঠিছিল য'ত পাইক আৰু খেল প্ৰথাতকৈ ব্যক্তি অৰ্থাৎ কৃষক প্ৰজাসকল নিজে বেছি গুৰুত্বপূৰ্ণ হৈ পৰিবলৈ ধৰিছিল।

দ্বিতীয়তে এই এলেকাবোৰ আৰু ভূঞাসকল নিজেও ব্যৱসায় বাণিজ্যৰ লগত অধিক পৰিমাণে যুক্ত আছিল আৰু উন্নত ঠাইৰ লগত ব্যৱসায় আৰু ধৰ্মৰ সহায়ত তেওঁলোকৰ যোগাযোগ আছিল অধিক। সেয়ে উন্নত অৰ্থনৈতিক ব্যৱস্থাৰ বিষয়ে

তেওঁলোকৰ কিছু পৰিমাণে অভিজ্ঞতা আছিল বুলি ধৰিব পৰা যায়। শংকৰদেৱৰ সুদীৰ্ঘ তীৰ্থভ্ৰমণেও তেওঁক উন্নততৰ সামন্ততান্ত্ৰিক ব্যৱস্থাৰ কিছু আভাস দিছিল নিশ্চয়।

তৃতীয়তে, শংকৰদেৱ নিজে এটা সময়ত সামন্ততান্ত্ৰিক উপাদান ব্যৱস্থা আৰু পৰিচালনাৰ লগত জড়িত আছিল। এইয়া 'ভেকাসিৰি' শংকৰ। তাৰ উপৰিও গঢ়ি উঠা ব্যৱসায় বাণিজ্য আৰু কাৰিকৰি উৎপাদনৰ লগত শংকৰদেৱৰ যোগাযোগ আছিল। পোৱা যায় যে এসময়ত শংকৰদেৱে গোমস্তাৰ কাম কৰিছিল আৰু তেওঁৰ প্ৰত্যক্ষ তত্বাৱধানত প্ৰায় এশ কাৰিকৰে বিভিন্ন পণ্য উৎপাদনত জড়িত আছিল। এই সকলোবোৰ শংকৰদেৱে নিজা অভিজ্ঞতাৰে আৰু আবেগিকতাৰেও আহোম ৰাজ্যত প্ৰচলিত সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাতকৈ অপেক্ষাকৃতভাৱে উন্নততৰ এক সামন্ততান্ত্ৰিক ব্যৱস্থাৰ লগত জড়িত থকাটোহে সূচায়।

এই কথা বুজাত টান নহয় যে সামন্ততান্ত্ৰিক শংকৰদেৱ বৈষয়িক আৰু আবেগিক-ভাৱে জড়িত আছিল পিছৰ বিধ সামন্ততান্ত্ৰিক ব্যৱস্থা অৰ্থাৎ স্বাধীন কৃষক ভিত্তিক সামন্ততন্ত্ৰৰ লগতহে। দাসশ্ৰম ব্যৱস্থাৰ ওপৰত ভৰলৈ গঢ়ি উঠা সামন্ততান্ত্ৰিক ব্যৱস্থাৰ লগত নহয়। শংকৰদেৱে অসাই থৈ যোৱা বৈষ্ণৱধৰ্মৰ শলিতাগছিৰ এটা ধাৰাই (কালসংহতি) শেষত গৈ ৰজাঘৰৰ বিৰুদ্ধে প্ৰজাসকলৰ সাংগঠনিক মঞ্চ হৈ পৰিলগৈ।

শংকৰদেৱৰ সামন্ততান্ত্ৰিক ভূমিকাৰ আলোচনা কৰোঁতে ওপৰৰ কথাখিনি সদায় মনত ৰখাটো প্ৰয়োজন। নহ'লে অসমৰ সামাজিক বিকাশৰ সমগ্ৰ প্ৰক্ৰিয়াটোত শংকৰদেৱ আৰু নৱবৈষ্ণৱ মতাদৰ্শৰ ভূমিকাৰ বিষয়ে বহুত কথাই স্পষ্ট নহ'ব।

এই প্ৰসংগত মধ্যযুগৰ সমাজখনত ধৰ্মৰ ভূমিকাৰ বিষয়ে কোৱাটো প্ৰয়োজন। আজিৰ দৰে সেই যুগত মানুহৰ জ্ঞান আৰু আবেগৰ চাহিদা মিটাবলৈ এশ এটা অনুষ্ঠান বা বাট নাছিল। গতিকে ধৰ্মই এই সকলোবোৰ চাহিদা সেই সময়ত পূৰণ কৰিছিল। ধৰ্মই যেনেকৈ এহাতে মানুহক দৈনন্দিন প্ৰত্যাহিকতাৰ জালা-যন্ত্ৰণাৰপৰা হাত সাৰিবলৈ বা পৰিত্ৰাণ পাবলৈ এটা আশাৰ পথ দিছিল। যেনেদৰে ধৰ্ম এতিয়াৰ দৰে তেতিয়াও শাসকশ্ৰেণীৰ স্বাৰ্থ ৰক্ষাৰ কামতো ব্যৱহাৰ হৈছিল তেনেদৰে ধৰ্ম প্ৰজাসকলৰ বিভিন্ন কাম-কাজ, সংগঠন বিক্ষোভ, গঠন-পুনৰ-গঠন আদিৰ লগতো প্ৰত্যক্ষভাৱে জড়িত আছিল। সামাজিক শৃংখলা ৰক্ষাৰ দায়িত্ব ধৰ্মই যেনেকৈ পালন কৰিছিল তেনেদৰে ধৰ্মীয় কাৰ্যকলাপে এক নতুন

সমাজৰ ইংগিত বহন কৰি আনিছিল। সেয়ে মোৱামৰীয়া গণ-অভ্যুত্থানৰ দৰে প্ৰচণ্ড শ্ৰেণীসংগ্ৰামো সংগঠিত হৈছিল ধৰ্মৰ আলয়েৰে। শংকৰদেৱ আৰু তেওঁৰ প্ৰচাৰিত নৱবৈষ্ণৱ মতাদৰ্শই বাবজাতিৰ অসমৰ লোকৰ মাজত এখন নতুন সমাজৰ ইংগিত বহন কৰি কালক্ৰমত প্ৰজাৰ সংগঠনৰ মাধ্যমলৈ পৰিণত হৈছিল। এই মন্তব্য যথেষ্ট সৰলীকৰণ যদিও তত্ত্ব বা মৰ্মৰ ফালৰপৰা ইয়াৰ সত্যতা উলাই কৰা নাযায়।

শিৰোমণি ভূঞাৰ বংশৰ ভেকাগিৰি জমিদাৰ শংকৰদেৱ, পণ্য উৎপাদন প্ৰক্ৰিয়া আৰু বেহাবৰ লগত জড়িত গোমস্তা শংকৰদেৱ, সামন্ততান্ত্ৰিক মতাদৰ্শৰে অনুপ্ৰাণিত গৃহস্থী শংকৰদেৱ, সংস্কৃতিৰ পূজাৰী—ধৰ্মগুৰু শংকৰদেৱ আৰু তেওঁৰ প্ৰজাৰ মাজত ভেদাভেদ নাইকিয়া কৰিব পৰা সৱল একশৰণীয়া বৈষ্ণৱ ধৰ্মক আমি অসমত সামন্ততন্ত্ৰৰ বিকাশৰ ঐতিহাসিক প্ৰক্ৰিয়াৰপৰা পৃথক কৰি বিচাৰ কৰিব নোৱাৰো। কাৰণ তেওঁ কেৱলমাত্ৰ এই প্ৰক্ৰিয়াৰ লগত যুক্তই নহয়, তেওঁ শেষবিচাৰত এই বিকাশৰ প্ৰক্ৰিয়াৰ এজন প্ৰধান ৰূপকাৰো।

## উপনিবেশিক যুগ—মান আৰু বৃটিছৰ ভূমিকা

মোৱামৰীয়া গণ-অভ্যুত্থানে অসমৰ সমগ্ৰ সমাজ ব্যৱস্থাটোকেই গুৰিতে ধৰি থানবান কৰি দিলে। পাইক প্ৰথাৰ অধীনত যি বৈৰাচাৰী সামন্ততান্ত্ৰিক ব্যৱস্থা গঢ়ি উঠিছিল সি চেদেলি-ভেদেলি হৈ গ'ল। মোৱামৰীয়াসকলে ৰাজধানী ৰংপুৰ দখল কৰি যি শাসন ব্যৱস্থাৰ আৰম্ভ কৰিছিল, ই আগৰ অৰ্থ নৈতিক ব্যৱস্থা পুনৰ গঢ়ি তোলাৰ কোনো লক্ষণ দেখুৱা নাছিল। বৰঞ্চ এই শাসন ৰংপুৰত টিকি থকা সময়চোৱা দেশত এক অব্যৱস্থাহে বিৰাজ কৰিছিল। নতুন প্ৰশাসন ব্যৱস্থা গঢ়ি তোলাৰ চেষ্টা চলিছিল যদিও অৰ্থনৈতিক পুনৰ্গঠন বা মূল কৃষি আৰু ভূমি ব্যৱস্থা আৰু সম্পৰ্কৰ কোনো নৱ-সংগঠন বা পুনৰবিন্যাসৰ সূচনা হোৱা নাছিল। নতুন আৰু উন্নত এক সামাজিক ব্যৱস্থা গঢ়ি তোলাৰ ক্ষেত্ৰত নতুন শাসকসকলৰ ঐতিহাসিক অসমৰ্থতা সত্ত্বেও স্বতঃস্ফূৰ্তভাৱে সমাজখন কিছু এটা দিশত আগবঢ়াৰ প্ৰমাণ পোৱা যায়।

খেল আৰু পাইক ব্যৱস্থা ভাঙি পৰাত পাইকসকল মুক্ত কৃষকলৈ আৰু

কাৰিকৰসকল স্বাধীন বৃত্তিয়াল লোকলৈ পৰিবৰ্তিত হ'বলৈ আৰম্ভ কৰিছিল। প্ৰশাসন ব্যৱস্থা থানথিত লগাৰ আগতেই সঘন যুঁজ-বাগৰ, আভ্যন্তৰীণ দ্বন্দ্ব আৰু প্ৰতি-অভ্যুত্থানত শাসকসকল নিজে ক্ষমতাচ্যুত হোৱাত এই নতুন পৰিস্থিতি অধিক বিকশিত নহ'ল। তাত্বিক দিশৰপৰা চালে মুক্ত কৃষক আৰু কাৰিকৰ-বৃত্তিয়াল লোকসকলক এক কৰদ ব্যৱস্থাৰ তললৈ আনিব পাৰিলে আগৰ দাসশ্ৰম-শোষণৰ স্বেচ্ছাচাৰ নথকা এক উন্নত সামন্ততান্ত্ৰিক ব্যৱস্থা গঠন হোৱাৰ সম্পূৰ্ণ সম্ভাৱনা থাকে। অভ্যুত্থানৰ পাছৰ সময়ছোৱাত সমাজত ইয়াৰ বাবে প্ৰয়োজনীয় চৰ্তসমূহ আছিল, কিন্তু ই হৈ নুঠিলগৈ। প্ৰথমবাৰ ক্ষমতাচ্যুত হোৱাৰ পাছৰ অভ্যুত্থানী নেতাসকলেও সমগ্ৰ দেশৰ ওপৰতে আকৌ নিজা শাসন চলাবলৈ সক্ষম নহ'ল। পাছৰ অভ্যুত্থানত হাউহাতাউ আদি নেতাই ৰাজ্যপ্ৰতিষ্ঠা কৰিছিল যদিও একো একোটা অংশত হে সীমাবদ্ধ আছিল। তদুপৰি সঘনে লাগি থকা যুঁজ-বাগৰৰ বাবে এক সুস্থিৰ প্ৰশাসনিক ব্যৱস্থা গঢ়ি তোলাৰ সুযোগ, সময়ো নাছিল।

প্ৰতি-অভ্যুত্থনাৰ জৰিয়তে পুৰণা শাসকশ্ৰেণী আকৌ ক্ষমতালৈ আহিল যদিও তেওঁলোকো শক্তিশালী হ'ব নোৱাৰিলে। তেওঁলোকৰ প্ৰভাৱো সীমিত হৈ পৰিল, দেশৰ বহু অংশৰ ওপৰত তেওঁলোকে নিয়ন্ত্ৰণ হেৰুৱাই পেলালে। পাইক আৰু খেলব্যৱস্থা আকৌ প্ৰচলন কৰিবলৈ চেষ্টা চলোৱা হৈছিল যদিও সফলকাম হ'ব পৰা নাছিল। প্ৰত্যক্ষ নিয়ন্ত্ৰণাধীন কিছু এলাকাত এই ব্যৱস্থা পুনৰ প্ৰচলন কৰা হৈছিল যদিও সমগ্ৰ দেশ জুৰি বহলভাৱে ইয়াক গঢ়ি তোলাটো পুনৰ সম্ভৱ নহ'ল। বৃটিছশক্তিৰ সহায়ত শেষ অভ্যুত্থান দমন কৰি দেশৰ শাসনভাৰ হাতত ৰাখিবলৈ শাসকশ্ৰেণী সক্ষম হ'ল যদিও পাইক আৰু খেল-ব্যৱস্থাৰ ওপৰত ভিত্তি কৰি প্ৰশাসন চলাব পৰা পৰিস্থিতি দেশত আৰু তেতিয়া নাই। মুক্ত হোৱা প্ৰজাসকলক আকৌ বন্ধা টান। তদুপৰি সঘন অভ্যুত্থানৰ পাছত ৰজাঘৰে আগৰ দৰে প্ৰজাসকলৰ ওপৰত নিৰ্ভৰ আৰু বিশ্বাস কৰিব নোৱৰা হ'ল। প্ৰাচীন সামাজিক সম্পৰ্ক আৰু মূল্যবোধসমূহ ভাঙি পৰিবলৈ ধৰিলে।

শাসকসকলে এইবাৰ নিজৰ স্বাৰ্থ আৰু অস্তিত্ব ৰক্ষাৰ বাবে, প্ৰজাসকলক দমন কৰি ৰাখিবৰ বাবে, এক বেতনভুক সেনাবাহিনী তৈয়াৰ কৰিব লগা হ'ল। আগৰ দৰে পাইকৰ সেতি তুলি কৃষক কাৰিকৰ প্ৰজাৰ মাজৰপৰা এক গণ-চৰিত্ৰসম্পন্ন খেতিয়কৰ সেনাবাহিনী (Peasant Militia) গঢ়ি তুলিব আৰু

নোৱাৰি। বৃটিছ কম্পেনীবপৰা অস্ত্র আৰু প্ৰশিক্ষক লৈ 'কাপ্‌টান' গোহাইৰ তলত পাঠৰকলাই বন্দুক (Flint Musket) দি এদল সেনাৰ সৃষ্টি কৰা হ'ল। এই সেনাৰ সহায়ত প্ৰজাসকলৰ অভ্যুত্থান দমাই দেশলৈ শান্তি-শৃংখলা আনি অৰ্থনৈতিক ব্যৱস্থাটো পুনৰ গঢ়ি তুলিবলৈ তেওঁলোকে চেষ্টা চলালে।

মোৱামৰীয়া অভ্যুত্থান দমন কৰি কেপ্‌টেন বেল্‌ছ উভতি যাওঁতে দেশৰ শাসনভাৰ পুৰণা শাসক শ্ৰেণীকেই দি গ'ল। কিন্তু দেশৰ শাসকশ্ৰেণীও তেতিয়া আৰু ঐক্যবদ্ধ হৈ থকা নাই। ক্ষমতাৰ দ্বন্দ্বত তেওঁলোক বিভিন্ন শিবিৰত বিভক্ত আৰু নিজৰ মাজত দিনে-নিশাই ক্ষমতাৰ যুঁজ। পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু বদন বৰফুকন এনে দুটা প্ৰধান শিবিৰৰ নেতা হৈ পৰিছে। এই অভ্যন্তৰীণ দ্বন্দ্বই শাসকসকলক দুৰ্বল কৰি পেলালে। শাসকগোষ্ঠীৰ মাজৰ এই যুঁজখন কিন্তু কোনো আদৰ্শাত্মক যুঁজ নাছিল। ই মূলতে দুটা সামন্তগোষ্ঠীৰ মাজত ক্ষমতাৰ বাবে নগ্ন প্ৰতিযোগিতাহে আছিল। ক্ষয়িষ্ণু সামন্ততন্ত্ৰত এনে ঘটনা সঘনে ঘটে। এনে এদলৰে নেতা বদন বৰফুকন ব্ৰহ্মদেশলৈ পলাই গৈ দেশ উদ্ধাৰ কৰিবলৈ বিদেশী সেনা অসমলৈ লৈ আহিলগৈ। পূৰ্ণানন্দৰ পতনৰ পাছত ক্ষমতা বদনৰ হাতলৈ গ'ল, কিন্তু অভ্যন্তৰীণ ষড়যন্ত্ৰত তেওঁ সোনকালেই প্ৰাণ হেৰুৱালে। দেশৰ এনে অস্থিৰ সময়ৰ সুযোগত ব্ৰহ্মদেশৰ ৰজাই সমগ্ৰ অসম দখল কৰি আভা সাম্ৰাজ্যৰ এক উপনিবেশলৈ পৰিণত কৰাৰ চেষ্টা চলালে। ভাৰতত বৃটিছ সাম্ৰাজ্যৰ প্ৰতি বেছিয়া ই ভাবুকিৰ সৃষ্টি কৰিলে তেতিয়া অসমৰ পৰা মানক খেদাবলৈ ভাৰতীয়সকলৰ নিমন্ত্ৰণত বৃটিছো আহিল।

অভ্যন্তৰীণ ক্ষমতাৰ যুঁজ আৰু মানৰ আক্ৰমণৰ ফলত অসমৰ সমাজ-ব্যৱস্থাৰ ভুমুকিটোৱেই খানবান হৈ গ'ল। মোৱামৰীয়া অভ্যুত্থানৰ পাছত দাসপ্ৰথা-শোষণহীন যি এক উন্নত সামন্ততান্ত্ৰিক ব্যৱস্থাৰ সম্ভাৱনাৰ সৃষ্টি হৈছিল, মানৰ আক্ৰমণ আৰু বৃটিছই ইয়াক একেবাৰেই ধ্বংস কৰি পেলালে। এনে সম্ভাৱনা পিছত আৰু কোনোকালেই সৃষ্টি নহ'ল। অসমৰ ইতিহাসত এক অন্ধকাৰ যুগৰ সূচনা হ'ল। এই যুগৰ সংক্ষিপ্ত ইতিহাস আৰু এই কালছোৱাত অসমত কৃষি অৰ্থনীতিৰ অৱস্থা আৰু বিকাশ সম্পৰ্কে আমি কিছু আলোচনা কৰিবলৈ যত্ন কৰিম।

প্ৰথমবাৰৰ অসম অভিযানৰ পাছত বাৰ্মিজসকলে অসমক নিজৰ দখলত ৰাখি শাসন কৰিবলৈ চেষ্টা কৰা নাছিল। বৰফুকনৰ আসন ৰজাকে ৰাখি

প্ৰশাসনৰ বাগজৰী মানমিত্ৰ বদন বৰফুকনৰ হাতত দিয়েই ডেঙলোক কাত আছিল। প্ৰচুৰ ধনসোণ উপহাৰ উপঢৌকন লৈ মানসেনা সেইবাৰ দেশলৈ উভতি গৈছিল। কিন্তু বদন বৰফুকনৰ হত্যাৰ পাছত দ্বিতীয়বাৰ আৰু তাৰ পাছত তৃতীয় আৰু শেষবাৰ মানে যেতিয়া অসম আক্ৰমণ কৰিলে, উপহাৰৰ শৰাই লৈ উভটি যাবলৈ ডেঙলোক আৰু মান্তি নহ'ল। ইতিমধ্যে বাৰ্মাৰ শাসকসকলে অসমক আভা সাম্ৰাজ্যৰ উপনিবেশ হিচাবে গঢ়ি তুলিবলৈ ঠিক কৰিলে আৰু সেয়ে ডেঙলোকে প্ৰথমে আলুমিঙ্গি আৰু তাৰপাছত মিঙ্গিমাহা বন্দুলা আৰু মিঙ্গিমাহা তিলোৱা বোলা মান সেনাপতি কেইজনক অসমৰ প্ৰশাসক হিচাবে নিযুক্ত কৰিলে আৰু সমগ্ৰ অসমৰ ওপৰত নিজৰ কটকটীয়া নিয়ন্ত্ৰণ কায়েম কৰি অসমক এখন উপনিবেশলৈ পৰিণত কৰাৰ প্ৰচেষ্টা চলালে। ইয়াকে কৰিবলৈ ডেঙলোকে প্ৰথমে প্ৰচলিত শাসন ব্যৱস্থাটোৰেই সহায় ললে। প্ৰথমে চন্দ্ৰকান্ত সিংহ আৰু তৃতীয় আক্ৰমণৰ পাছত যোগেশ্বৰ সিংহক নামত ৰজা পাতি থকা হ'ল। মানৰ লগত সহযোগ কৰা বহুতো পুৰণা লোকক বিষয়া ভাঙৰীয়া পতা হ'ল। দেশৰ মানুহক বিষয়া পাতিলেও কিন্তু প্ৰশাসনৰ সমগ্ৰ ক্ষমতা, কৰকাটল তোলা আৰু কোষাগাৰৰ নিয়ন্ত্ৰণ মান সেনাপতিয়ে নিজৰ হাতত ৰাখিলে। প্ৰাথমিকতাৱে প্ৰশাসনৰ কাম-কাজ ঠিক-ঠাক কৰাৰ পাছত ডেঙলোকে অৰ্থনৈতিক ব্যৱস্থাটো সলোৱাৰ চেষ্টা কৰিলে আৰু সমগ্ৰ ব্যৱস্থাটোক আভা সাম্ৰাজ্যৰ স্বাৰ্থৰ অনুকূলে গঢ়ি তুলিবলৈ চেষ্টা কৰিলে। অসমত ঔপনিবেশিক শাসন, শোষণ আৰম্ভ হ'ল। বৃটিছৰ আগতেই মানসকলে অসমক ঔপনিবেশিক শোষণ থলীলৈ ৰূপান্তৰ কৰাৰ কাম আৰম্ভ কৰিছিল। এই প্ৰক্ৰিয়া আছিল এনে ধৰণৰ—

প্ৰথমেই মানসকলৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণত থকা অংশৰ পাইকসকলৰ পিয়ল আৰম্ভ কৰা হ'ল। এই পিয়লত মুঠ ৮১,৮৫০ জন পাইকৰ হিচাব পোৱা গ'ল। সেই সময়ৰ ব্যৱস্থা অনুসৰি পাইকসকলে গা-খাটনি দিব নালাগিলে তাৰ পৰিৱৰ্তে বছৰি ৩ টকা কৰ দিব লাগিছিল। মানসকলে অসমৰ প্ৰজাৰপৰা অধিক ৰাজহ সংগ্ৰহ কৰিবৰ বাবে গা খাটনিৰ নিয়মটোকেই উঠাই দিলে আৰু তাৰ পৰিৱৰ্তে প্ৰতিজন পাইকে বছৰি ৩ টকাকৈ কৰ দিয়াৰ নিয়ম ধাৰ্য কৰিলে। আগতে বিষয়াসকলে বেতনৰ পৰিৱৰ্তে বিনামূলীয়াকৈ পাইকসকলক খটুৱাৰ অধিকাৰ থাকিল; কিন্তু প্ৰতিজন পাইক খটুৱাৰ বিনিময়ত মানসকলক বছৰি

৬ টকাকৈ দিব লগা হ'ল। এইদৰে বৰবৰুৱাই ২৪,৭৬৮ টকা, বৰফুকনে ৪৭,৭৯০ টকা আৰু চোলাধৰা ফুকনে ১৯,০১০ টকা পাইকৰ বাবদ বছৰি মানক দিব লগা হ'ল। তদুপৰি ধৰ্মানুষ্ঠানৰ পাইকসকলেও ৬ টকাকৈ, ৰাজদৰবাৰৰ পণ্ডিত মৌলবীসকলে ২ টকাকৈ আৰু সত্ৰ, দৌল, দেবালয়, মঠ-মন্দিৰ আদিয়ে বছৰেকত এক নিৰ্দিষ্ট পৰিমাণৰ ধন কৰ হিচাবে দিব লগা হ'ল।

অসমৰ জনগণৰ সীমিত মুদ্ৰা প্ৰচলনৰ কৃষি অৰ্থনীতিৰ ওপৰত এক বিৰাট কৰৰ বোজা জাপি দিয়া হ'ল। অধিক ৰাজহ সংগ্ৰহ কৰি অসমত মান প্ৰশাসন গঢ়ি তুলি টিকাই ৰখা আৰু আভাৰ কোষাগাৰ পূৰণ কৰিবলৈ এই ব্যৱস্থা লোৱা হৈছিল। সমগ্ৰ অৰ্থনীতিত মুদ্ৰাৰ প্ৰচলন বঢ়োৱাৰ প্ৰাথমিক প্ৰচেষ্টা আৰু এক প্ৰত্যক্ষ কৰদ সম্পৰ্ক সূত্ৰপাত ঘটোৱাৰ এয়েই আছিল প্ৰথম পদক্ষেপ।

এই কৰকাটল আৰু ৰাজহ তুলিবলৈ চৰকাৰ হোৱা সংগঠনৰ মাজুহখিনিক মানসকলে কিছু বেহাই দিছিল। তেওঁলোকক বিনা কৰে পাইক খটুৱাবলৈ সুবিধাও দিছিল। আৰু এই সমগ্ৰ ৰাজহতোলা প্ৰক্ৰিয়াটোৰ 'পুলিছফৌজ' হিচাবে দখলদাৰী মান সেনাবাহিনীক নিয়োগ কৰা হৈছিল। স্থানীয় কটোৱাল আৰু বিষয়াসকলৰ সহায়ত এই মান সেনাসকলে ৰাজহ তোলা আৰু শৃংখলা ৰক্ষাৰ কাম-কাজ কৰিছিল আৰু কৰ-কাটল তুলিবলৈ গৈ সাধাৰণ প্ৰজাৰ ওপৰত জোৰ-জুলুম আৰু অত্যাচাৰো আৰম্ভ কৰিছিল। কৰ তোলাৰ উপৰিও উৎপন্ন ধনৰ যৎসামান্য ৰাখি আৰু প্ৰজাৰ হাতত থকা ধন লোণ কাঢ়ি লোৱা হৈছিল— কোষাগাৰৰ বাবে নহয়, ৰাজহ বিভাগৰ পিয়লাটেকেলা, বিষয়া আৰু সেনাসকলৰ নিজৰ বাবেহে। এই অত্যাচাৰৰ বিৰুদ্ধে ঠায়ে ঠায়ে জনসাধাৰণে স্বতঃস্ফূৰ্তভাৱে প্ৰতিৰোধ গঢ়ি তুলিছিল কিন্তু এনে প্ৰতিৰোধ আৰম্ভ হ'লেই লগে লগে তাক নিৰ্মম-অত্যাচাৰেৰে ভাঙি পেলোৱা হৈছিল। লুট-পাট, অত্যাচাৰৰ এক সন্ত্ৰাসে লাহে লাহে অসমৰ জনজীৱন আচ্ছন্ন কৰি পেলাইছিল।

দখলদাৰী মানসেনাৰ এনে অত্যাচাৰত সাধাৰণ প্ৰজাই গাওঁ, ঘৰবাৰী এৰি দুৰ্গম হাবিত লোৱালেগৈ আৰু তাতে খাদ্যবস্তু সংগ্ৰহ আৰু জুমখেতি কৰি জীয়াই থকাৰ চেষ্টা চলালে। বহুতে বৃটিছ কম্পেনীৰ এলেকালৈ ভগনীয়া হৈ গ'ল। বহুতে কাছাৰ, জয়ন্তীয়া পাহাৰ আৰু ভুটানৰ ফালে পলাই গ'ল। অৰ্থনৈতিকভাৱে দুৰ্বল জনজাতীয় লোকসকলৰ লগতে মান প্ৰজাসকলো ভগনীয়া হৈছিল। বহুতে মোৱামৰীয়াসকলৰ নিয়ন্ত্ৰণাধীন এলেকালৈকো গৈছিল।

এইখিনিতে মোৱামৰীয়াসকলৰ নিয়ন্ত্ৰণাধীন এলেকাৰ কথা উল্লেখ কৰাটো প্ৰয়োজন। তৃতীয় অভ্যুত্থানৰ সময়তে বুঢ়ীদিহিং নদীৰ পূবে মোৱামৰীয়াসকলে এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল আৰু ইয়াকে কেন্দ্ৰ কৰি তেওঁলোকে ৰংপুৰৰ শাসক-সকলৰ লগত বহুদিন যুঁজ-বাগৰ চলাই গৈছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনতে এই এলেকাৰ নেতা মতিবৰ বৰসেনাপতিৰ লগত অৱশেষত এক বুজাপৰা হৈছিল আৰু ইয়াৰ ফলত মোৱামৰীয়াসকলে আহোমৰজাক এক নামমাত্ৰ মাননি দি এই এলেকাৰ প্ৰশাসনিক স্বায়ত্তশাসনৰ অধিকাৰ লাভ কৰিছিল। কেপ্টেন ৱেলচে প্ৰথমবাৰ মোৱামৰীয়া দমন কৰিবলৈ আহোঁতেও এই এলেকাটোত বৰসেনাপতিৰ কৰ্তৃত্ব মানি লৈছিল। পাছতো বৰসেনাপতি আৰু তেওঁৰ উত্তৰাধিকাৰীসকলক বৃটিছে এই এলেকাটোৰ প্ৰশাসক ৰূপে স্বীকৃতি দিছিল। এই নেতাসকলে আহোম-সকলৰ লগতে চিংফৌ, খামতি আৰু বৰ্মাৰ ৰজাৰ লগত এক ভাল সম্পৰ্ক বজায় ৰাখিছিল আৰু মানে অসম আক্ৰমণ কৰোঁতে কিছু কিছু সহায়ো কৰিছিল। এই সম্পৰ্কৰ বাবে মানৰ আক্ৰমণ আৰু অত্যাচাৰৰ সময়তো এই এলেকাটোত শান্তি বিৰাজ কৰিছিল। তদুপৰি পাইকপ্ৰথা প্ৰায় নথকাৰ বাবে আৰু ভূমি ৰাজহৰ হাৰ একেবাৰে কম হোৱাৰ বাবে এই ঠাই টুকুৰা সাধাৰণ কৃষক প্ৰজাৰ বাবে আকৰ্ষণীয় হৈ পৰিছিল। বহু কৃষক প্ৰজাই সেয়ে আহোম শাসনাধীন এলেকাৰপৰা এই ঠাইলৈ উঠি যোৱাৰ কথা পোৱা যায়।

দেশৰ কৃষক প্ৰজাসকল এনেদৰে থানবান হৈ দিহিঙে দিপাঙে ভাগি যাবলৈ আৰম্ভ কৰাত দেশৰ কৃষি অৰ্থনীতিৰ মূল কাঠামোটোৱেই ভাগি পৰাৰ নিচিনা হ'ল। মোৱামৰীয়া অভ্যুত্থানৰ ফলত দেশত সামন্তীয় শোষণৰ স্বৈৰাচাৰ ৰোধ হোৱা যি এক উন্নত সমাজতান্ত্ৰিক ব্যৱস্থা গঢ়ি উঠাৰ সম্ভাৱনাৰ সৃষ্টি হৈছিল, এই সম্ভাৱনা এতিয়া একেবাৰেই বিফল হৈ গ'ল। মানসকলে পাইকব্যৱস্থা উঠাই দি প্ৰজাসকলক প্ৰত্যক্ষ কৰৰ ব্যৱস্থাৰ অধীন কৰাৰ যি পদক্ষেপ লৈছিল, দুৰ্বল মুদ্ৰা আৰু বজাৰ অৰ্থনীতিৰ দেশ অসমত এই কৰৰ বোজা বিৰাট বেছি হোৱাৰ বাবে আৰু মানসেনাৰ লুটপাট আৰু অত্যাচাৰত ব্যাপক হাৰত প্ৰজাই ঘৰবাৰী এৰাত এক উন্নততৰ প্ৰত্যক্ষ কৰৰ সামাজিক সম্পৰ্ক গঢ়ি উঠাৰ সম্ভাৱনা নিঃশেষ হৈ গ'ল। ঔপনিবেশিক শাসকসকলে তেওঁলোকৰ স্বাৰ্থতেই গঢ়ি তুলিব খোজা ঔপনিবেশিক অথচ অপেক্ষাকৃত উন্নত কৰৰ অৰ্থনৈতিক সম্পৰ্ক গঢ়িতো ৰচিলেই বৰং দেশৰ সনাতন সামাজিক ব্যৱস্থা আৰু সম্পৰ্কসমূহ একেবাৰেই ভঙন পালে।

## ঔপনিবেশিক শাসন-শোষণৰ বিৰুদ্ধে প্ৰথম জাতীয় প্ৰতিবোধ

অসমৰ সাধাৰণ প্ৰজাইযে মানৰ এই অত্যাচাৰ-উৎপীড়ন নিৰ্বিচাৰে সহ্য কৰিছিল তেনে নহয়। বাৰে বাৰে হয় স্বতঃস্ফূৰ্ততাৰে নাইবা সংগঠিতভাৱে এই ঔপনিবেশিক শাসন-শোষণৰ বিৰুদ্ধে মানুহৰ হাতত অস্ত্ৰ তুলি লৈছিল। জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলো মানুহেই এই প্ৰতিবোধত অংশ লৈছিল। আগৰ বজা চন্দ্ৰকান্ত সিংহৰ নেতৃত্বতে গোৱালপাৰা আৰু কামৰূপজিলাত প্ৰথম সংগঠিত প্ৰতিবোধ গঢ়ি উঠিছিল। অস্ত্ৰ-শস্ত্ৰ আৰু সেনা-সামন্ত গোটাই অসমৰপৰা মানক খেদাবলৈ এটা শক্তিশালী অভিযান আৰম্ভ কৰা হৈছিল আৰু গুৱাহাটীৰপৰা যোৰহাটলৈ এই ব্যাপক এলেকাত মানসেনাক পৰাজিত কৰি এওঁলোকে বহু আগবাঢ়ি আহিছিল। অৱশেষত যোৰহাটৰ কাষত মহৰঙাত হোৱা যুঁজত নতুনকৈ আহি পোৱা মান সেনাৰ হাতত এই অভিযান পৰাজিত হয়। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে ইয়াৰ পাছত আকৌ প্ৰতিবোধ গঢ়ি উঠে। ইয়াতো দুৰ্বল সংগঠনৰ বাবে প্ৰতিবোধ সফল নহ'ল। চিৰবিদ্ৰোহী নগাঞা প্ৰজাই গোপনে সংগঠন আৰম্ভ কৰি মানসেনাৰ লগত লুকাই চুৰকৈ গেৰিলা পদ্ধতিত যুঁজ কৰাৰ কথা পোৱা যায়। প্ৰচণ্ড অত্যাচাৰৰ সন্মুখত নগাঁৱতো প্ৰতিবোধ বিফল হয়। বৃটিছ কম্পেনীৰ এলেকা ৰংপুৰত আগনীয়া হৈ থকা বহু অসমীয়া প্ৰজা আৰু বিষয়াই একগোট হৈ আৰু এবাৰ শক্তিশালী প্ৰতিবোধ অভিযান গঢ়ি তোলাৰ চেষ্টা কৰে যদিও নিজৰ এলেকালৈ যুদ্ধ বিয়পাৰ ভয়ত বৃটিছে এই প্ৰচেষ্টা জোৰকৈ বন্ধ কৰে। এই প্ৰতিবোধ সংগ্ৰামসমূহৰ আটাইতকৈ ডাঙৰ বৈশিষ্ট্য হ'ল যে মোৱামৰীয়া অভ্যুত্থানত গৃহযুদ্ধত অংশগ্ৰহণ কৰি বজাৰবলৈ অস্ত্ৰ তোলা সকলেও এতিয়া নিজৰ মাজৰ বিভেদ বহু পৰিমাণে বাদ দি দেশৰ সাধাৰণ শত্ৰু মান ঔপনিবেশিক সকলৰ বিৰুদ্ধে সাধাৰণ প্ৰতিবোধ সংগ্ৰামত চামিল হৈছিল। বহলাৰত ক্ষুদ্ৰ, সীমিত, অসংগঠিত হ'লেও এই প্ৰতিবোধ সংগ্ৰামবোৰ চৰিত্ৰৰ দিশৰপৰা ঔপনিবেশিক শাসন-শোষণৰ বিৰুদ্ধে জাতীয় সংগ্ৰাম আছিল।

জনগণৰ প্ৰতিবোধ বিয়ানেই বাঢ়ি আহিছিল, এই প্ৰতিবোধ ভাঙিবলৈ ঔপনিবেশিক মানসেনাৰ অত্যাচাৰ-উৎপীড়নো সিমানেই বাঢ়ি আহিছিল। নগাঞা প্ৰজাৰ প্ৰতিবোধ ভাঙিবলৈ মানসেনাই দোষী-নিৰ্দোষী বাচ-বিচাৰ নকৰাকৈ গাৱেঁ-গাৱেঁ জুই দিছিল আৰু শই শই মানুহক ঘৰৰ ভিতৰত বন্ধ কৰি জুই দি মাৰিছিল।

দেশৰ বিশৃংখল পৰিস্থিতি, কেন্দ্ৰীয় সমাজ ব্যৱস্থাৰ বাবে এক শক্তিশালী

প্ৰতিৰোধ গঢ়ি তোলাতো সম্ভৱপৰ হোৱা নাছিল। তদুপৰি সমগ্ৰ জনগণক একত্ৰিত কৰি প্ৰতিৰোধ গঢ়ি তোলাৰ বাস্তৱ পৰিস্থিতিও সেই সময়ত নিঃশেষ প্ৰায়।

অসমৰ শাসকসকলৰ একাংশই সেই সময়তে অসমবাসীক মানক খেদাই দেশ উদ্ধাৰ কৰাত সহায় কৰিবলৈ কলিকতা বৃটিছ কোম্পানীৰ ওচৰত গলবস্ত্ৰ হৈ আপীল জনালেগৈ। বৃটিছসকলে তেওঁলোকৰ সীমালৈকে বাৰ্মা সাম্ৰাজ্যৰ প্ৰসাৰ ঘটাত আতংকিত হৈ পৰিছিল। তদুপৰি অসমৰ উৰ্বৰা মাটি, প্ৰভূত বনজ সম্পদ পাট-মুগা আৰু অসমৰ বজাৰখন আৰু দাঁতিকাষৰীয়া পাহাৰীয়া জাতিসমূহৰ লগত থকা লাভজনক বেহাবেপাৰৰ ওপৰত তেওঁলোকৰ বহুদিনৰপৰাই লুভীয়া চকু আছিল। এইবাৰ তেওঁলোকে নিজৰ সীমা আৰু বজাৰ বঢ়াবলৈ এটা সোণালী সুযোগ পালে। অসমৰ শাসকশ্ৰেণী আভ্যন্তৰীণ দ্বন্দ্বত বহুধা বিভক্ত, পৰাজিত আৰু বেছিভাগেই কম্পেনীৰ অঞ্চলত শৰণাৰ্থী, মানৰ শাসন-শোষণত সাধাৰণ প্ৰজা জৰ্জৰিত, দেশ-সমাজ ছিন্ন-ভিন্ন; অসমত সোমাবলৈ ইয়াতকৈ সুন্দৰ সুযোগ আৰু ক'ত পোৱা যাব! সেয়ে কম্পেনীয়ে "হস্তক্ষেপ নকৰাৰ" কেৰলীয়া নীতি বাদদি অসম উদ্ধাৰ কৰাৰ সিদ্ধান্ত ল'লে। ইতিমধ্যে মানসকলে কাছাৰ, মনিপুৰ আৰু চট্টগ্ৰামত কম্পেনীৰ এলেকাৰ স্বাৰ্থৰ ওপৰত হাত দিছে। গতিকে ১৮২৪ চনৰ ৩১ মাৰ্চৰ দিনা বৃটিছৰ অসম উদ্ধাৰ অভিযান আৰম্ভ হ'ল।

## বৃটিছ যুগৰ আৰম্ভণি : ঔপনিবেশিক সামন্ত সমাজৰ পত্তন

১৮২৪ চনৰ মাৰ্চত গুৱাহাটী দখল কৰাৰ পাছৰপৰা ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিত কাকতে কলমে অসমৰ দখলি নোলোৱালৈকে এই দুবছৰকাল অসম বৃটিছৰ শাসনৰ তলত আছিল। এই কালছোৱাত অসম বৃটিছৰ সামৰিক নিয়ন্ত্ৰণৰ তলত আছিল যদিও এই সময়তেই ভৱিষ্যতে অসমক বৃটিছ সাম্ৰাজ্যৰ অংগীভূত কৰি লোৱাৰ সকলো কাম-কাজ ভালদৰে আৰম্ভ হৈ গৈছিল। অসমৰ প্ৰশাসন আৰু সামৰিক কাম-কাজ চলাবলৈ ডেভিড স্কট আৰু কৰ্ণেল রিচাৰ্ডচন নিয়োজিত হৈছিল।

তেওঁলোকে যুদ্ধ পৰিচালনা কৰাৰ লগে লগেই অসমৰ প্ৰশাসনিক গাঁথনি সম্পৰ্কে প্ৰাথমিকভাৱে চিন্তা কৰি লৈছিল। গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাঁও জিলা লৈ নামনি বা পশ্চিম অসম, বুঢ়ীদিহিং নদীলৈকে উজনি বা পূব

অসম আৰু তাৰ পূবে ক্ৰমে খামটি, চিংফৌ আৰু মোৱামৰীয়াসকলৰ বাজ্য। ১৮১৫ চনত ৰংপুৰ ৰথসৱ পাছত লাহে লাহে বৃটিছ খামটি, চিংফৌ আৰু মোৱামৰীয়া-সকলৰ নেতা, বৰসেনাপতিৰ লগত সন্ধি স্থাপন কৰে। আনহাতে ১৮২৪ চনত নামনি অসমত স্কটে আগৰ মানৰ দিনত কৰা জৰীপ চাই নামনি অসমত আগৰ ভূমি-ৰাজহ নীতি সালসলনি নকৰাকৈ কৰৰ পৰিমাণ দুগুণ কৰি দিলে। তদুপৰি চন্দ্ৰকান্ত সিংহৰ দিনৰ ঘৰমুৰি কৰ বাহাল ৰখা হ'ল। উচ্চবৰ্ণসকলে ভোগ কৰা কৰমুক্ত মাটি আৰু ব্ৰহ্মোত্তৰ আৰু দেবোত্তৰ মাটিৰ ওপৰত সমানে কৰ লগোৱা হ'ল। অৱশ্যে দুই পুৰাসৈকে মাটিৰ ওপৰত কৰ আগৰ দৰেই মাফ থাকিল।

এয়ে আৰম্ভণি। প্ৰথম বছৰেই ১ লাখ ৭৫ হাজাৰ টকা ভূমিৰাজহ আৰু ২০ হাজাৰ টকা শুল্ক কেৱল নামনি অসমৰপৰাই সংগ্ৰহ কৰা হ'ল। স্কটৰ কামত আনন্দিত হৈ কম্পেনীয়ে ১৮২৫ চনত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাতে ৰাজহ নিৰ্ণয়ৰ বাবে যাৱতীয় কাম-কাজ আৰু জৰীপ চলাবলৈ স্কটক নিৰ্দেশ দিলে।

প্ৰথম প্ৰথম অৱস্থাত স্কটে যদিও প্ৰচলিত ব্যৱস্থাক কিছু সালসলনি কৰি কামত লগাবলৈ চেষ্টা কৰিছিল কিন্তু পাছলৈ ক্ৰমাৱয়ে এই ব্যৱস্থাই বৃটিছৰ শোষণ নীতিৰ চাহিদা পূৰণ কৰিবলৈ অক্ষম হ'ল। লাহে লাহে বৃটিছে নানান পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে অসমৰ বাবে এক স্বকীয়া ভূমি আৰু ৰাজহ ব্যৱস্থা গঢ়ি তুলিলে যাৰ নাম হ'লগৈ "ৰায়তৱাৰী বন্দোবস্তী"। এতিয়া আমি এই বন্দোবস্তী হোৱাৰ আগলৈকে বৃটিছ যুগত অসমৰ ভূমিনীতি আৰু সম্পৰ্কৰ পুনৰ্বিন্যাসৰ লগতে জনসাধাৰণৰ ওপৰত তাৰ প্ৰভাৱৰ বিষয়ে কিছু আলোচনা কৰিম।

অসম দখল কৰাৰ পাছত খানবান হৈ থকা অসমৰ জনজীৱনক লৈ বৃটিছসকল বিয়োৰত পৰিছিল। নামনি অসমক লৈ বৰ চিন্তা নাছিল। তদুপৰি উজনিতকৈও আগতে মোগল শাসনৰ অধীন হৈ থকা কাৰণে আৰু গোৱালপাৰাৰ অংশবোৰত কৃষি অৰ্থনীতি আৰু ভূমি সম্পৰ্ক উন্নত আছিল। এই অঞ্চলত টকাৰ প্ৰচলনও আছিল তুলনামূলকভাৱে বেছি। সেয়ে এই অঞ্চলত ঔপনিবেশিক শোষণৰ কাঠামো তৈয়াৰ কৰাতো বেছি কষ্টকৰ নাছিল। গোনপ্ৰথমে বৰফুকনৰ অধীনত থকা পুৰণা ৰাজহ আৰু প্ৰশাসনিক ব্যৱস্থাকে বৃটিছে কিছু সালসলনি কৰি গ্ৰহণ কৰিলে। ইয়াৰ পাছত লাহে লাহে অধিক সংখ্যক থলুৱা মানুহক ৰাজহ তোলা আৰু সাধাৰণ প্ৰশাসনৰ কামত নিয়োগ কৰা হ'ল। গাওঁ অঞ্চলত আগৰ পটোৱাৰী, ঠাকুৰীয়া, কাকতি সকলক ৰাজহ তোলা প্ৰশাসনৰ বেখাওনা কৰিবলৈ নিযুক্ত কৰা

হ'ল। বহুত নতুন মানুহে এইবোৰ কাম পালে। তেওঁলোকৰ ওপৰত একো একোটা এলেকা জুৰি চৌধুৰী, পাটগিৰি আদি বিষয়া থাকিল। এইদৰে একো একোটা এলেকা আৰু সীমা নিৰ্ণয় কৰাৰ পাছত এইবোৰেই অসমত প্ৰশাসন আৰু ৰাজহৰ একো একোটা ইউনিট—মৌজা বা পৰগণাটৈ ৰূপান্তৰিত হ'ল। একোখন মিলাত কেবাখনোকৈ মৌজা থাকিল। এইদৰেই মৌজাদাৰী ব্যৱস্থাৰ পত্তন ঘটিল। এই ব্যৱস্থা অৱশ্যে এটা কেন্দ্ৰীয় পৰিকল্পনা অনুসৰি এক নিয়মতান্ত্ৰিক পদ্ধতিৰে গঢ়ি উঠা নাছিল। আগৰ ব্যৱস্থাৰ লগত নানান নতুন কথাৰ যোগ বিয়োগ ঘটাই পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে এই ব্যৱস্থা আৰম্ভ হৈছিল। প্ৰথমে নামনিত আৰু পাছলৈ সমগ্ৰ অসমতেই এই ব্যৱস্থাই চালু হ'লগৈ আৰু ঔপনিবেশিক অৰ্থনীতিৰ অধীন এই ব্যৱস্থাই অসমৰ সমাজ বাজহাড়লৈ পৰিণত হ'ল। ১৮৪০ চনলৈ এই ব্যৱস্থাই মূলতে নামনি অসমত এটা নিৰ্দিষ্ট ৰূপ লবলৈ আৰম্ভ কৰিলে।

১৮২৫ চনত উজনি অসম দখল কৰাৰ পাছত, বিশেষকৈ ইয়াণ্ডাবু সন্ধিৰ পাছত এই অঞ্চলো বৃটিছসকলে এক প্ৰশাসনিক ব্যৱস্থাৰ অধীনলৈ আনিবলৈ চেষ্টা কৰিলে। ৰংপুৰ অধিকাৰ কৰাৰ পাছত তেওঁলোকে বহুতে আশা কৰাৰ দৰে অন্ততঃ উজনি অসম পুৰণা শাসকগোষ্ঠীক ঘূৰাই দিলিলে। বৰঞ্চ সিংহাসনৰ প্ৰতিদ্বন্দ্বী চন্দ্ৰকান্ত আৰু যোগেশ্বৰ সিংহ দুইজনকে পেঞ্চন দি এই অঞ্চলৰপৰা আঁতৰাইহে ৰাখিলে। কিন্তু এই অঞ্চলটৈ বৃটিছৰ যথেষ্ট আশঙ্কা আছিল। গণ-অভ্যুত্থান আৰু মানৰ আক্ৰমণৰ প্ৰচণ্ড ধুমুহাই একেবাৰে খান্‌খান কৰি থৈ যোৱা এই অঞ্চলৰপৰা তৎকালীন লাভজনক পৰিমাণৰ ৰাজহ সংগ্ৰহ কৰিব পৰা আশা তেওঁলোকে দেখা নাছিল। তদুপৰি কম্পেনীৰ স্বাৰ্থত এই অংশ পৰিচালনা কৰিবলৈ গ'লে আগৰ ডা-ডাঙৰীয়াসকলে বিদ্ৰোহ কৰাৰ সম্ভাৱনা। সেয়ে উজনি অসমৰ বিষয়ে এটা স্থিৰ সিদ্ধান্ত লোৱাত কম্পেনীৰ দেৰী হৈছিল।

কিন্তু স্থিৰ সিদ্ধান্তৰ অবিহনেও তেওঁলোকে প্ৰাথমিক কাম-কাজ নকৰাকৈ থকা নাছিল। প্ৰথমেই তেওঁলোকে এক সামৰিক শাসন আৰম্ভ কৰিছিল। আগৰ সিংহাসনপ্ৰাৰ্থী দুজনক পেঞ্চন দি এলেকাৰপৰা আঁতৰাই ৰাখিছিল। তাৰ পাছত ৰাজহ আৰু প্ৰশাসনৰ বাবে প্ৰাথমিক জৰীপৰ কাম আৰম্ভ কৰিছিল। এইবোৰ কাম-কাজত সহায় কৰিবলৈ তেওঁলোকে আগৰ আচাৰৰ বনুৱা লোক কিছুমানকো ৰাখি লৈছিল। এওঁলোকৰ ভিতৰতে এজন আছিল অধুনা বহু বিতৰ্কিত মণিৰাম দেৱান। কম্পেনীৰ প্ৰাথমিক কামকাজ আৰু উজনিত বৃটিছৰ শাসন প্ৰতিষ্ঠিত

এওঁ বিৰাট সহায় আগবঢ়াইছিল। ইয়াৰ উপৰিও আগৰ বিষয়া ভাণ্ডৰীয়া বহুতকে পেঞ্চন আৰু অন্যান্য সংস্থান দি কম্পেনীৰ ফলিয়া কৰাৰো চেষ্টা চলিছিল। এক নগদ ৰাজহ ব্যৱস্থা গঢ়ি তোলা আৰু কম্পেনীৰ নীতি ৰূপায়িত কৰি শৃংখলা বজায়' ৰাখিবৰ বাবে এক অসামৰিক পুলিচ গঢ়ি তোলাৰো প্ৰাথমিক কাম-কাজ আৰম্ভ কৰিছিল।

উজনি অসমত দিনে দিনে কম্পেনীৰ নিয়ন্ত্ৰণ কায়েম হৈ অহাতো কিন্তু বহুতো লোকে ভাল পোৱা নাছিল। আগৰ বিষয়া ভাণ্ডৰীয়াৰ এচাম ক্ষুব্ধ হৈ উঠিছিল। কম্পেনীৰ আমোলত আগৰ প্ৰভাৱ প্ৰতিপত্তি আৰু সমৃদ্ধি বিপদাপন্ন হোৱাত এওঁলোক ক্ৰুদ্ধ। সেয়ে এবাৰ গমধৰ কোঁৱৰক আগতলৈ আৰু পাছতে এবাৰ পিয়লি বৰফুকনৰ নেতৃত্বত দেশপৰা ইংৰাজক কাটি মাৰি খেদাবলৈ তেওঁলোকে প্ৰচেষ্টা চলালে। পিয়লি বৰফুকনে দাঁতিকাষৰীয়া অঞ্চলৰ শক্তিসমূহৰ লগত এক বৃটিছ বিৰোধী সংযুক্ত মৰ্চা গঠন কৰিবলৈও প্ৰাথমিক প্ৰচেষ্টা চলাইছিল। বিফল হ'লেও, পুৰণাপন্থী অমাত্য বৰ্গৰ একাংশৰ দ্বাৰা পৰিচালিত হ'লেও, আগত কোনো প্ৰগতিশীল অৰ্থ নৈতিক পৰিকল্পনা নাথাকিলেও ঔপনিবেশিক বৃটিছৰ বিৰুদ্ধে অসমৰ জনদিয়েক অমাত্যৰ নেতৃত্বত এই বিদ্ৰোহ বিশাল ভাৰতীয় জনগণৰ সাম্ৰাজ্যবাদ বিৰোধী স্বাধীনতাকামী জাতীয় সংগ্ৰামৰ গৌৰবোজ্জ্বল ঐতিহ্যৰ অংশ বিশেষ। এই আন্দোলন দমন কৰিলেও বৃটিছে তৎকালে উজনি অসম গ্ৰাস কৰিবলৈ প্ৰথম বাধাপ্ৰাপ্ত হ'ল। সেই সময়ত খাচী, জয়ন্তীয়া, খামটিসকলৰ বিদ্ৰোহেও এই ব্যৱস্থাত বাধা দিলে। সুচতুৰ বৃটিছে সেয়ে কিছুদিনলৈ উজনি অসম শাসনৰ পৰিকল্পনা বাদ দিলে। তেওঁলোকে বাছবিচাৰ কৰি আহোম ৰাজবংশৰ এজন কোঁৱৰ পুৰন্দৰ সিংহৰ হাতত উজনি অসমৰ ৰাজ্যভাৰ নামত তুলি দিলে। পুৰন্দৰ সিংহক নামত ৰজা পাতিলেও তেতিয়াও নীতি নিৰ্দ্ধাৰণ আৰু নিয়ন্ত্ৰণৰ চাবিকাঠি থাকিল বৃটিছৰ হাতত। তদুপৰি পুৰন্দৰ সিংহক ৰাজহ সংগ্ৰহ কৰি বছৰি ৫০,০০০ টকা কম্পেনীক দিবলৈ চুক্তিবদ্ধ কৰা হ'ল। প্ৰথমৰ পৰাই বৃটিছে এই 'স্বায়ত্ত-শাসিত' অসম ৰাজ্যৰ ওপৰত এক বিৰাট অৰ্থ নৈতিক বোজা জাপি দিলে। তদুপৰি লেঃ ৰুবহাউচৰ অধীনত এজন বৃটিছ-সেনা এই ৰাজ্যত স্থায়ীভাৱে ৰাখি থোৱা হ'ল। ১৮৩৩ চনত ক্ষমতাহীন দায়িত্ব দি পুৰন্দৰক ৰজা নাবেবে প্ৰকৃততে এক জমিদাৰ হিচাবেহে ৰখা হ'ল।

বৃটিছৰ প্ৰত্যক্ষ তত্বাৱধানত পুৰন্দৰে আগৰ খেল আৰু পাইক প্ৰথাক কিছু

সংস্কাৰ কৰি পুনৰ পৰিচালনা কৰি বেছিকৈ কৰকাটল ভূমিৰ প্ৰচেষ্টা চলালে। কিন্তু বাৰম্বাৰ আকাল, কলেৰা আৰু কম্পেনী আৰু বৰসেনাপতিৰ ৰাজ্যলৈ ব্যাপক হাৰত প্ৰজা ভাগি যোৱাৰ বাবে কোনোবাৰেই বৃটিছক বিৰলপীয়া সম্পূৰ্ণ খাজনা শোধাবলৈ সক্ষম হোৱা নাছিল। তদুপৰি বৃটিছে সকলো সময়তেই পুৰন্দৰ সিংহক কাম-কাজত নানা ধৰণে হকাবধা কৰি আৰু প্ৰতিশ্ৰুত সহায়-সহযোগ নিদি প্ৰশাসন চলোৱা অসম্ভৱ কৰি তুলিছিল। লাহে লাহে বৃটিছে ভাৰতৰ অন্যান্য দেশীয় ৰাজ্য অধিকাৰ কৰাৰ পেটাৰ্নতে পুৰন্দৰ শাসনৰ নানা দোষ উলিয়াই অসমক কম্পেনীৰ খাচ দখললৈ ১৮৩৮ চনৰ অক্টোবৰ মাহত লৈ ল'লে। ইয়াৰ পাছৰ পৰাই প্ৰকৃততে—সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা কম্পেনীৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণৰ অধীন হ'ল।

১৮২৬-৪০লৈ এই ১৪ বছৰ অসমৰ বিভিন্ন ঠাইত ভূমি আৰু ৰাজহ সম্পৰ্কৰ ক্ষেত্ৰত বৃটিছে কিছুমান নীতি আৰু পদ্ধতি গঢ়ি তুলিছে। এইবোৰেই ৰায়তৱাৰী বন্দবস্তীৰ মূল। ১৮৪০--৭০ এই কালছোৱাৰ ভিতৰত ব্যাপক হাৰত অসমত এই ভূমিনীতি প্ৰবৰ্তিত হয়। বৃটিছৰ এই ভূমিনীতি আছিল এনেধৰণৰ—

ঔপনিবেশিক শোষণৰ সুবিধাৰ বাবে দেশৰ বৃহৎ অংশত ভূমিৰ জৰিপ আৰু অস্থায়ী আৰু স্থায়ী পত্তনৰ জৰিয়তে কৃষিৰ উন্নতি ঘটোৱা যাতে অধিক সংখ্যক কৃষক প্ৰজাৰপৰা বেছি পৰিমাণৰ ৰাজহ আদায় কৰিব পৰা যায়। দ্বিতীয়তে, থলুৱা লোকৰ সহায়ত প্ৰশাসন আৰু ৰাজহ সংগ্ৰহৰ এটা ব্যৱস্থা গঢ়ি তোলা। কৰকাটল বঢ়োৱাৰ বাট মুকলি কৰা। ইতিমধ্যেই অসমৰ বুকুত চাহ বাগিছা খোলাৰ প্ৰস্তুতি আৰম্ভ হ'ব ধৰিছে। ইংৰাজ ঔপনিবেশিক চাহ খেতিয়কসকলৰ স্বাৰ্থত দেশৰ ভূমি আৰু ৰাজহ নীতি পৰিচালনা কৰা হ'ল। যাতে চাহ খেতিৰ বাবে চৰকাৰী মাটি আৰু শ্ৰমশক্তি হাততে পোৱা যায়।

১৮৪০ চনৰপৰা প্ৰকৃতাৰ্থত অসমত ব্যাপক হাৰত অস্থায়ীভাৱে এটা ঔপনিবেশিক ভূমিনীতিৰ পত্তন ঘটে। এই নীতি মতে চৰকাৰ দেশৰ সমগ্ৰ ভূমি-সম্পত্তিৰ একচেটিয়া মালিক হ'ল। মাটি ভোগ কৰোঁতাসকলৰ নিৰ্দিষ্ট খাজনা আদায় কৰি থাকিলে ভোগ কৰা মাটি স্থায়ীভাৱে, বংশানুক্ৰমে ভোগ কৰিবলৈ আৰু বিক্ৰি হস্তান্তৰ আদি কৰিবলৈ আইনী অধিকাৰ থাকিল। দৌল, দেৱালয় আদিক দিয়া খাজনামুক্ত বহুত মাটি অৱশ্যে কৰমুক্ত কৰি দৌল-দেৱালয়ৰ হাততে থোৱা হ'ল। পতিত মাটি আৰু চাহ খেতিৰ চৰকাৰী মাটিবোৰতো লেতা বা গ্ৰাণ্ট

পাওঁতাক কৰহীন বা নামমাত্ৰ কৰত সম্পূৰ্ণ অধিকাৰ দিয়া হ'ল। বাদবাকী সকলো মাটি, হাবি, পাহাৰ-পৰ্বতৰ প্ৰত্যক্ষ মালিক হ'ল চৰকাৰ।

দেশখন কেবাখনো জিলাত আৰু প্ৰতিখন জিলাক বহুতো মৌজা বা পৰগণাত ভাগ কৰা হ'ল। প্ৰতি পৰগণাত একোজন মৌজাদাৰ বা চৌধুৰী বা বৈশ্য থাকিল। সাধাৰণ ভূমি প্ৰশাসন আৰু ৰাজহ সংগ্ৰহৰ দায়িত্ব তেওঁক দিয়া হ'ল। প্ৰতিখন মৌজাকে সৰু সৰু ৰাজস্ব খণ্ডত ভাগ কৰি প্ৰতিখণ্ডত একোজন পাটোৱাৰী, ঠাকুৰীয়া, কাকতি থাকিল। ৰাজস্ব সংগ্ৰহৰ কামত এওঁলোক মৌজাদাৰৰ অধীন। পিয়ল কৰি ৰাজহ নিৰ্দ্ধাৰণ কৰি এই মৌজাবোৰত ক্ৰমান্বয়ে এক বছৰ, পাঁচ বছৰ আৰু পাছত দহ বছৰৰ বাবে একোজন মৌজাদাৰক ৰাজহ সংগ্ৰহৰ বাবে নিযুক্ত কৰা হ'ল। বঙ্গত স্থায়ী ভিত্তিত জমিদাৰীবোৰ দি দিয়াৰ পৰিবৰ্তে অসমত মৌজাদাৰীবোৰ একোটা নিৰ্দিষ্ট সময়ৰ বাবে অস্থায়ী ভিত্তিতহে দিয়া হ'ল। ইয়াৰ ফলত বংগৰ আড়ম্বৰপূৰ্ণ সামন্তভান্ত্ৰিক জমিদাৰী সংস্কৃতি অসমত কোনোকালেই গঢ়ি নুঠিল।

এই ব্যৱস্থাত খেতিবাতিৰ প্ৰসাৰ নহ'লে খাজনা উঠাৰ উৎস কমি যায়। বৃটিছে সেয়ে এইবাৰ দেশৰ প্ৰচলিত মুমূৰ্ষু পাইক আৰু খেল ব্যৱস্থা আৰু ভাণ্ডৰীয়াসকলে ক্ৰীতদাস সদৃশ লগুৱা-লিকচৌ ৰখাতো নিষিদ্ধ কৰি দিলে। এইখিনিতে এটা কথা কোৱা উচিত। পাইক ব্যৱস্থা বৃটিছে ভাঙি দিয়া নহয়—মোৱামৰীয়া গণ-অভ্যুত্থানতে ইয়াক আগতেই ভাঙি দিয়া—মানৰ আক্ৰমণত ই চিৰদিনৰ বাবে উৎসৱৰ বৃটিছৰ ঔপনিবেশিক খাজনা-শোষণ নীতিত ই খাপ নোখোৱাত তেওঁলোকে ইতিমধ্যেই মৰিযোৱা ব্যৱস্থাটোক মাথো মৃত বুলি ঘোষণা কৰিলে।

পাইক আৰু বিশেষকৈ লগুৱা লিকচৌ ব্যৱস্থা বন্ধ হোৱাত আগৰ আঢ্যৱন্ত লোকসকলৰ সমৃদ্ধিৰ ভেটি ভাগি পৰিল। তেওঁলোকৰ অৱস্থা একেবাৰে বেয়া হৈ পৰিল। তেওঁলোকৰ মাজৰ কিছুৱে নতুন মৌজাদাৰৰ কাম পালে যদিও এই সংখ্যা আছিল নগণ্য। বৃটিছৰ নতুন ভূমি নীতিয়ে আগৰ সমাজৰ নেতৃত্বকাৰী চামটোৰ পৰিবৰ্তে কিছু পঢ়াশুনা জনা, বৃটিছৰ কামত দক্ষ আৰু তেওঁলোকৰ সম্পূৰ্ণ বিশ্বাসী এটা নতুন শ্ৰেণীৰ সৃষ্টি কৰিবলৈ আৰম্ভ কৰিলে। এই শ্ৰেণীটোৱেই ক্ৰমান্বয়ে বৃটিছৰ ছাটত থাকি অসমৰ গাঁৱে ভূঞে মাটিৰ মাতব্বৰ মহাজন হ'লগৈ। মৌজাদাৰী প্ৰথাই এইদৰে এচাম নতুন সামন্তৰ সৃষ্টি কৰিলে।

সুশিক্ষিত আৰু সুসজ্জিত বৃটিছ সেনাই সোনকালেই ব্ৰহ্মপুত্ৰ উপত্যকাত মান সেনাক পৰাজিত কৰিলে। ১৮২৫ চনৰ ১৫ জানুৱাৰীত ৰংপুৰ দখল হ'ল। মূল

যাহতে গোৱালপাৰাৰপৰা শদিয়ালৈকে সমগ্ৰ উপত্যকা—বৃটিছৰ অধীন হ'ল। কাছাৰ, মনিপুৰ আৰু চট্টগ্ৰামতো বাৰ্মাৰ পৰাজয় হ'ল। অৱশেষত বাৰ্মাৰ ৰজাই সন্ধি কৰিব লগা হ'ল। এই সন্ধি মতে আৰাকান, য়েহ, টেহই প্ৰদেশ বাৰ্মাৰপৰা বৃটিছে লাভ কৰিলে আৰু এই ইয়াণ্ডাবু সন্ধিৰ দ্বিতীয় দফা মতে সমগ্ৰ অসম কাছাৰ আৰু জয়ন্তীয়া পাহাৰ বৃটিছৰ হাতলৈ গ'ল। বাৰ্মাৰ ৰজাকণৰ অসমৰ দখলীস্বত্ব ইংৰাজে গ্ৰহণ কৰিলে। অসমৰ জনসাধাৰণৰ ইচ্ছা-অনিচ্ছাৰ লগত কোনো সম্বন্ধ নথকাকৈয়ে, নিজৰ দেশৰ ভৱিষ্যতৰ ওপৰত কোনো হাত নথকাকৈয়ে এক সাম্ৰাজ্যবাদী শক্তিৰপৰা আন এক সাম্ৰাজ্যবাদী শক্তিৰ হাতলৈ অসম হস্তান্তৰিত হ'ল।

এই শ্ৰেণীটো কিন্তু জন্মৰপৰাই সাম্ৰাজ্যবাদী শাসন-শোষণৰ স্বাৰ্থৰ লগত অংগাংগীভাৱে জড়িত। তেওঁলোকৰ নিজৰ মান-সন্মান, জীৱিকা আৰু সামাজিক প্ৰতিপত্তিৰ বাবে তেওঁলোক সম্পূৰ্ণভাৱে বৃটিছৰ ওপৰত নিৰ্ভৰশীল। তেওঁলোকৰ লগত বন্দবস্তী অস্থায়ী কৰাৰ প্ৰধান কাৰণ ইয়ো এটা। এইদৰেই বৃটিছে প্ৰথমৰপৰাই মৌজাদাৰ আৰু তেওঁলোকৰ জলতীয়া আমোলাসকলৰ মাজতেই নিজৰ ঔপনিবেশিক শাসন শোষণৰ স্থানীয় ভিত্তি তৈয়াৰ কৰিলে।

## মুখবন্ধ :

ওপৰৰ আলোচনাটোত অসমত সামন্ততন্ত্ৰৰ বিকাশৰ ক্ষেত্ৰত ভূমিকা লোৱা উপাদান আৰু প্ৰক্ৰিয়াবোৰৰ বিষয়ে সাধাৰণ আলোচনা কৰা হ'ল। কৃষিপ্ৰধান অসমত কৃষি অৰ্থনীতিৰ এই বিকাশৰ মাজেদিয়েই আমাৰ সমাজ, জাতি, ভাষা আৰু অৰ্থনীতিৰো বুনিয়াদ গঢ়ি উঠিল। উপনিবেশিক হস্তক্ষেপত ৰায়তৱাৰী বন্দবস্তীৰ জৰিয়তে এহাতেদি যেনেদৰে ক্ষুদ্ৰ মালিক কৃষকৰ ( Small propritorship peasentry ) এখন বহল সমাজৰ সৃষ্টি হ'ল ; আনহাতে বৃটিছৰ অনুগ্ৰহৰ, উপনিবেশিক প্ৰশাসনৰ ওপৰত নিৰ্ভৰশীল আৰু ইয়াৰ বিষয়া এটা সামন্তীয় মৌজাদাৰ, মহাজন, গাওঁবুঢ়া আৰু আমোলা-মহৰীৰ ভূস্বামী শ্ৰেণীৰ সৃষ্টি হ'ল। আগৰ ব্ৰহ্মোত্তৰ, দেৱোত্তৰ আদি মাটিৰ গ্ৰাণ্ট ভোগ কৰা বামুন, কায়থ, আৰু সত্ৰ দোল-দেৱালয় আদিৰ দৰে অনুষ্ঠান আৰু ইয়াৰ পৰিচালকসকল এই শ্ৰেণীটোৰ মাজতে সোমাই পৰিল। এই শ্ৰেণীটোৱেই সময়ত হ'লগৈ অসমীয়া মধ্যবিত্ত

শ্ৰেণীটো গঠনৰ বুনিয়াদ। উপনিবেশিক শাসনৰ ওপৰত নিৰ্ভৰশীল পয়ালগা এই ভেটিৰ ওপৰত গঢ়ি উঠা মধ্যশ্ৰেণী আৰু ইয়াৰ শ্ৰেণীগত আদৰ্শ অসমীয়া জাতীয়তাবাদো সেয়ে আদিৰেপৰা মুছুৰামৰা, দুৰ্বল আৰু বিকৃত হৈ পৰিল। এই শ্ৰেণীৰ দুৰ্বল ব্যক্তিগত আৰু সামাজিক মূলধনৰ ফলত ইয়াৰ ভাবাদৰ্শও সুস্থ আৰু প্ৰাণৱন্ত হৈ নুঠিল। এয়া অন্য এক প্ৰসংগ, কিন্তু অসমীয়া মধ্যশ্ৰেণী আৰু জাতীয়তাবাদৰ উত্থান জানিবলৈ অসমৰ ভূমিসম্পৰ্কৰ বিৱৰ্তন আৰু সামন্তবাদৰ চৰ্চা কৰাটো প্ৰয়োজন। দুইটা বিচিন্ন বস্তু নহয়, বৰঞ্চ এটা প্ৰক্ৰিয়াৰ ধাৰাবাহিকভাৱে ৰূপ আৰু ফল।

ঊনবিংশ শতিকাৰ তৃতীয়-চতুৰ্থ দশকৰপৰা আৰম্ভ হোৱা বঙালী-মুছলমান পমুৱা খেতিয়কৰ প্ৰব্ৰজন এই এলেকাৰ কৃষি আৰু সামন্ততান্ত্ৰিক বিকাশৰ ক্ষেত্ৰত আন এটা গুৰুত্বপূৰ্ণ অধ্যায়। প্ৰথমে এই অঞ্চলৰ মাতব্বৰ মাটিগিৰিসকলৰ ছত্ৰছায়াতে তেওঁলোক কৃষি-শ্ৰমিক হিচাবে সোমাই পৰে। উপনিবেশিক শাসকসকলৰ অনুগ্ৰহত পতিত মাটিত খেতিকৰি মুক্তকালিন উৎপাদন বঢ়োৱাৰ অজুহাতত পাছৰকালত পূৰ্ববংগৰপৰা হাজাৰে হাজাৰে খেতিয়ক ইয়ালৈ আহিল। এই খেতিয়কসকল এহাতে প্ৰচলিত সামন্ত ব্যৱস্থাৰ মাজত সোমাই পৰিল আৰু আনহাতে চৰ-চাপৰিত এওঁলোকৰ মাজৰপৰাই মাতব্বৰ-দেৱানী-মহাজনৰ এক সামন্ত শোষকবৰ্গ গঢ়ি উঠিল। এয়া অন্য এক প্ৰসংগ। কিন্তু, এই প্ৰক্ৰিয়াইয়ো অসমীয়া জাতি গঠনত অৱদান নোযোগোৱাকৈ থকা নাই। বিস্তৃৰ্ন গোৱালপাৰা, কামৰূপ, নগাওঁ, দৰঙৰ এই পমুৱা বঙালী মুছলমান সমাজে ঐতিহাসিক আৰু ৰাজনৈতিক কাৰণত অসমীয়া ভাষা গ্ৰহণ কৰি অসমত অসমীয়া ভাষা আৰু জাতিৰ স্থিতিকেই শক্তিশালী কৰি তোলালে। বঙালী ভাষী এই কৃষকসমাজৰ অসমীয়া ভাষা গ্ৰহণৰ প্ৰক্ৰিয়াটো এক বিস্ময়কৰ সামাজিক প্ৰক্ৰিয়া, যিটোৰ বিষয়ে আলচ খুব কমেইহে হৈছে। কিন্তু, এই আলোচনাৰ অবিহনে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াটোৰ পূৰ্ণাংগ ছবিখন পোৱা নাযায়।

সামন্তত্ত্বৰ এই আলোচনাত বৃটিছ যুগৰ আৰম্ভণিত মৌজাদাৰ শ্ৰেণী গঢ়ি উঠালৈকে মূলতে সামৰা হ'ল। বৃটিছে প্ৰতিষ্ঠা কৰা এই ব্যৱস্থাই আমাৰ সমাজত মূল সামন্ত ব্যৱস্থা হৈ পৰিল। গোৱালপাৰাৰ কিছু অংশৰ বাহিৰে আনঠাইত চিৰস্থায়ী বন্দবস্তীৰ ব্যৱস্থা নথকাত অসমত আনঠাইৰ দৰে জমিদাৰ শ্ৰেণীটো গঢ়ি নুঠিল। বৃটিছ শাসনৰ পাছৰ যুগ, আৰু স্বাধীনতাৰ পাছতো কৃষি সমাজখনত

যিবোৰ পৰিৱৰ্ত্তন হৈছে, সেইবোৰ এই মূল ভেটিটোৱে নামমাত্ৰ সংস্কাৰ বা সাল-সলনিহে। মৌলিক পৰিৱৰ্ত্তন একো নাই। চাহবাগান অঞ্চলৰ বাগিছা অৰ্থনীতিত কিছু পুঁজিবাদী বাগিছা কৃষি ( Agricultural plantation ) ব্যৱস্থা গঢ়ি উঠিল যদিও বাদবাকী লক্ষ লক্ষ খেতিয়কৰ বহল সমাজখনত পুঁজিবাদী ৰূপান্তৰৰ চিন-মোকাম এতিয়াও মেগ্নিফাইং গ্লাচ লৈ বিচাৰি ফুৰিব লগা অৱস্থা। বৃটিছে বনাই যোৱা সামন্তীয় কাঠামোৰ আজিও বিশেষ পৰিৱৰ্ত্তন অসমত হোৱা নাই। এই পৰ্য্যায়ৰ আলোচনা পিছত কেতিয়াবা কৰাৰ আশা থাকিল।

---

# অসমত শ্ৰেণীসমাজৰ বিকাশ, ইয়াৰ মাজৰ দ্বন্দ্ব আৰু পৰিণতি ঃ মোৱামৰীয়া গণ-অভ্যুত্থান

## আৰম্ভণি

মোৱামৰীয়া গণ-অভ্যুত্থান অসমৰ ইতিহাসৰ এক যুগান্তকাৰী ঘটনা। অসমত সামন্ততন্ত্ৰৰ বিকাশৰ জৰিয়তে যিখন সমাজৰ সৃষ্টি হৈছিল, সেইখন সমাজৰ মাজত দেখা দিয়া বিভিন্ন দ্বন্দ্ববোৰৰ ফলতেই এই বিৰাট গৃহযুদ্ধ-শ্ৰেণীযুদ্ধৰ পটভূমিকা ৰচিত হৈছিল। মোৱামৰীয়া গণ-অভ্যুত্থান অসমৰ সমাজ ইতিহাসৰ কোনো হঠাৎ হোৱা বিচ্ছিন্ন ঘটনা নহয়, বৰঞ্চ ই সমাজত গঢ়ি উঠা বিভিন্ন শ্ৰেণীবোৰ আৰু এইবোৰৰ মাজৰ দ্বন্দ্ব আৰু সংঘাতৰ অৱধাৰিত বিস্ফোৰণহে। এই দিশৰপৰা এই বিৰাট ঘটনাৱলীক লক্ষ কৰিলেহে অসমত সামন্ততন্ত্ৰৰ প্ৰকৃতি, ইয়াৰ চৰিত্ৰ আৰু মোৱামৰীয়া প্ৰজা অভ্যুত্থানৰ তাৎপৰ্য বুজিব পৰা যায়। অসমৰ ইতিহাস-চৰ্চাত এই অভ্যুত্থানক সমাজ, অৰ্থনীতিৰ বাস্তৱৰ পৰা সুকিয়া কৰি এক ধৰ্মীয় অভ্যুত্থান হিচাবে চোৱাৰ ধাৰণা অতি সুলভ। এনেদৰে চোৱা ঐতিহাসিকসকলে কেৱল যে সত্যৰ অপলাপ কৰে তেনে নহয়, অসম বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ যুগক মনেগঢ়া ধাৰণা, মিথ্যা আৰু স্বাৰ্থদুষ্ট বিশ্লেষণৰে অসমৰ ৰাইজৰ চকুৰপৰা লুকুৱাই ৰখাৰো অপচেষ্টা কৰে। এওঁলোকৰ বৰ ভয়; মধ্যবিত্ত মানসিকতাৰ ঠেক গণ্ডীত আৱদ্ধ এওঁলোকৰ বহুতৰে নিজৰ বা অওহি-বওহীৰ গাৱঁত মাটি আছে, য'ত আধিয়া খেতি হয়। কেনেবাকৈ আধিয়াৰ খেতিয়ক জংগী হৈ উঠি এই মাটিকেইডৰাৰ ধান কিটা নিদিয়ে বুলি বা কমিউনিষ্টৰ উচটনিত মাটিকে কাঢ়ি লয় বুলি এওঁলোকৰ মনত বিৰাট ভয় আছে। সেয়ে অসমীয়া কৃষকৰ সংগ্ৰামক এওঁলোকে সযতনে আৰু সচেতনে উপেক্ষা কৰিব বিচাৰে আৰু বৰ্তমানৰ এই কৃষকজনৰ ইতিহাস-চৰ্চা কৰোঁতে অতীতলৈকো সম্প্ৰসাৰিত হৈ অতীত অসমৰ মহত্বপূৰ্ণ কৃষক সংগ্ৰামবোৰক উপেক্ষা কৰিবলৈ, আৰু নোৱাৰিলে বেলেগ ধৰণে ব্যাখ্যা কৰি তাৰ শ্ৰেণী চৰিত্ৰ লুকুৱাবলৈ সততে যত্নপৰ হয়। সহজাত প্ৰবৃত্তিৰ লগতে সুচিন্তিত মতলবৰেও এওঁলোকে এই কাম কৰে। অসমৰ মোৱামৰীয়া কৃষক অভ্যুত্থানৰ ইতিহাস লেখাৰ সময়তো এনে প্ৰচেষ্টা আজিও চলি আহিছে। এনে আবৰ্জনাবোৰৰ মাজৰপৰা এই গৌৰৱোজ্জ্বল কালছোৱাৰ ইতিহাস

তুলি ধৰাৰ চেষ্টা কষ্টসাধ্য। কিন্তু, এই চেষ্টা অবিহনে আমি অসমীয়া সমাজ আৰু জাতিগঠনৰ প্ৰক্ৰিয়া কেতিয়াও বুজি উঠিব নোৱাৰো।

আহোমসকল অসমলৈ অহাৰ সময়ৰপৰাই আধুনিক অসমীয়া সমাজখনৰ সংগঠনৰ সূত্ৰপাত হোৱা বুলি কব পাৰি। লেহে, আহোমসকলৰ আগমনৰ সময়ৰপৰা হোৱা ঘটনাবোৰ আৰু ইবোৰৰ মাজেৰে সমাজবিকাশৰ কাহিনী বিচাৰ কৰি চালেহে অসমত শ্ৰেণীসমাজৰ জন্ম আৰু বিকাশৰ প্ৰক্ৰিয়াটো ভালদৰে ধৰিব পৰা যায়। আহোমসকল অসমলৈ অহাৰ সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাত এক ৰাজনৈতিক শূন্যতা বিৰাজ কৰিছিল। এহাতে অতীতৰ ৰাজ্যবোৰ বিভিন্ন কাৰণত ভাগি পৰিছে আনহাতে বিভিন্ন জনগোষ্ঠীবোৰে এই ধ্বংসস্তূপৰ মাজৰপৰা একোখন সৰু সৰু জনজাতীয় ৰাজ্য গঢ়ি তুলিছে। কেন্দ্ৰীয় ৰাজনৈতিক শক্তিৰ অভাৱত উপত্যকাৰ সমাজজীৱন অসংগঠিত অৱস্থাত আছে। এনে পৰিবেশতেই পূবৰপৰা উজনি অসমত প্ৰৱেশ কৰে টাই আহোমসকলে।

## উজনি অসমত স্থায়ী কৃষিকাৰ্য্যৰ সূচনা :

টাই আহোমসকল হ'ল দক্ষিণ-পূব এচিয়াৰ টাই জাতিৰ মাওচান থলৰ লোক। উজনি অসমলৈ যি সময়ত ডেওঁলোক আহিছিল সেই সময়ত ডেওঁলোক আছিল নাঙলৰ ব্যৱহাৰ জনা এটা কৃষিজীৱি জনগোষ্ঠী। চীনৰ যুনান আৰু উত্তৰ বাৰ্মা জুৰি থকা নৰা বা পং সাম্ৰাজ্য লেইসমূহত পাহাৰৰ গাত খলপ বনাই আলিৰি গৰু বা ম'হৰ সহায়েৰে হালবাই খালিখেতি কৰাৰ ব্যৱস্থা গঢ়ি উঠিছিল আৰু এই কৃষি উৎপাদনৰ উদ্বৃত্তৰ ওপৰত ভিত্তি কৰি উন্নত সাংস্কৃতিক পৰ্যায়ত একোখন ৰাজ্য আৰু প্ৰশাসনিক ব্যৱস্থাও গঢ়ি উঠিছিল। টাই আহোমসকল অসমলৈ আহোঁতে ডেওঁলোকে এই অভিজ্ঞতা লগতে কঢ়িয়াই আনিছিল।

টাই আহোমসকল আহি উজনি অসমৰ পূব-অংশতেই প্ৰথমে বসবাস স্থাপন কৰিছিল। প্ৰব্ৰজনকালীন মুখিয়াল নেতাসকলৰ পৰিয়ালবোৰৰ সদস্যসকলক লৈ প্ৰথমে ডেওঁলোকে এক জনজাতীয় সামৰিক গণতান্ত্ৰিক ব্যৱস্থাৰে নিজৰ মাজৰ কামকাজ চলাইছিল এই সময়ছোৱাত ডেওঁলোকৰ সমাজত দাসপ্ৰথাৰ ব্যৱস্থাও আছিল। এই দিশটো ঐতিহাসিক আলোচনাত একো সততেই উপেক্ষিত দিশ।

টাই আহোমসকলৰ আগমন কালত তেওঁলোকৰ লগত নগাসকলৰ যুঁজ-বাগৰ হৈছিল আৰু এই সংঘৰ্ষবোৰত বহু নগালোক বন্দীও হৈছিল। বন্দীসকলক প্ৰথমে হত্যা কৰা হৈছিল কাৰণ উদ্বৃত্ত উৎপাদন কৰিব পৰাকৈ আহোম কৃষিব্যৱস্থা উন্নত আছিল যদিও সেই যুঁজ-বাগৰৰ সময়ৰ সামাজিক পৰিস্থিতি দাসপ্ৰথা ব্যৱহাৰ কৰাৰ অনুকূল নাছিল। পাছলৈ স্থায়ী বসবাস আৰু খেতিবাতি গঢ়ি উঠাৰ ফলত যেতিয়া দাসপ্ৰথা ব্যৱহাৰৰ পৰিবেশ গঢ়ি উঠিছিল, তেতিয়া যুদ্ধবন্দীসকলক দাসৰ দৰে খেতিবাতিৰ কামত নিযুক্ত কৰা হৈছিল। সেই সময়ত দাসসকলক সমাজত সুমুৱাই লোৱাৰ প্ৰক্ৰিয়া এটাও চলি আছিল।

আহোমসকল অসমলৈ আহি উজনিত বসবাস কৰা নানান জনগোষ্ঠীক বশ কৰি যিখন কৃষিজীৱি সমাজৰ সূত্ৰপাত কৰিলেহি সেই সমাজৰ সামাজিক প্ৰক্ৰিয়া লাহে লাহে সামন্ত সমাজৰ দিশত বিকাশ লাভ কৰিলে।

অসমৰ কৃষিজীৱি সমাজ বিকাশৰ ক্ষেত্ৰত উজনি আৰু নামনি অসমৰ মাজত যথেষ্ট পাৰ্থক্য দেখিবলৈ পোৱা যায়। আহোমসকলৰ আগমনৰ বহু কালৰ আগৰ-পৰাই পশ্চিম আৰু মধ্য অসমত স্থায়ী খেতিবাতি, বিশেষকৈ শালিখেতি, জলসিঞ্চন ব্যৱস্থাৰে আদিতে এক সুস্থিৰ খেতিয়ক সমাজ গঢ়ি উঠিছিল। মধ্য অসমত ভূঞাসকলেও এই ক্ষেত্ৰত যথেষ্ট আগভাগ লৈছিল। আৰু এই কৃষিজীৱি সমাজখনৰ মাজত বহু বড়ো-কছাৰী জনগোষ্ঠীৰ লোক সোমাই পৰি বিলীন হৈ গৈছিল বা কোঁচ ৰাজবংশীসকলৰ দৰে কৃষিজীৱি সমাজত এটা সুকীয়া গোট হিচাবে আত্মপ্ৰকাশ কৰিছিল। মুঠতে নামনি অসমকলৰ: মধ্য অসমলৈ টাই আহোমসকল অহাৰ সময়লৈ এখন স্থায়ী কৃষিজীৱি সমাজৰ বুনিয়াদ গঢ়ি উঠিছিল।

কিন্তু সেই সময়ত উজনি অসম বৰ পাচপৰা অৱস্থাত আছিল। আহোমসকলে প্ৰথমে আহি লগপোৱা মটক, বৰাহী সকলৰ মাজত তেতিয়াও অস্থায়ী ঝুমখেতিৰ ব্যৱস্থাই মূলতে প্ৰচলিত আছিল। কছাৰী ৰাজ্যতো আহু আৰু বাও ধানৰ খেতি, পানীযোগান ব্যৱস্থা আৰু স্থায়ী খেতি কিছু পৰিমাণেহে মাথো গঢ়ি উঠিছিল। কেৱল চুতিয়া ৰাজ্যতে খেতিবাতি আৰু ধাতুবিদ্যাই কিছু উৎকৰ্ষ লাভ কৰিছিল। নাঙলৰ ব্যৱহাৰ আৰু স্থায়ী শালিখেতিৰ ব্যৱস্থা আছিল অতি নগণ্য। মুঠতে কৃষি উৎপাদন ব্যৱস্থা আছিল অত্যন্ত পিছপৰা।

টাই আহোমসকলে উজনি অসমত প্ৰথমবাৰৰ বাবে নাঙল আৰু শালিখেতিৰ

প্ৰচলনৰ জৰিয়তে উন্নত আৰু স্থায়ী কৃষিজীৱি সমাজৰ সূত্ৰপাত ঘটায়, আৰু এনেদৰেই প্ৰতিষ্ঠা কৰিছিল এখন নতুন সমাজ আৰু ৰাজ্যৰ।

আহোমসকলে আহি প্ৰতিষ্ঠা কৰা এই কৃষিপ্ৰধান সমাজখনৰ মূল ভেটি আছিল দ মাটিত, পমসপৰা অঞ্চলত আলি-মথাউৰি দি স্থায়ীভাৱে ম'হৰ সহায়েৰে নাঙল ব্যৱহাৰ কৰি কৰা শালি ধানৰ খেতি। এই ব্যৱস্থা গঢ়ি তোলাতো বৰ সহজ কাম নাছিল। অৱশ্যে পিতনিৰপৰা এৰবা এৰবাকৈ শালিধানৰ পথাৰ উলিয়াব লগা হৈছিল। এই কামৰ বাবে প্ৰয়োজন হৈছিল প্ৰচণ্ড শ্ৰম। হাবি-বন ভাঙি খেতিৰ পথাৰ উলিওৱা, আলি দিয়া, বান্ধ, মথাউৰি আদিবাট আদি বনোৱা কামবোৰ পাইগুটিয়াকৈ কৰা সম্ভৱ নাছিল, সেয়ে সমাজৰ প্ৰয়োজনতেই প্ৰশাসনে সমগ্ৰ ৰাইজক সংগঠিত কৰি ৰাজহুৱাভাৱে এই কাম কৰাবলগীয়া হৈছিল। ইয়াৰ উপৰিও শাসক শ্ৰেণীৰ নিজা আৰু প্ৰশাসনৰ কাম-কাজ চলোৱাৰ বাবে প্ৰয়োজনীয় অৰ্থসম্পদ তেতিয়াৰ কৃষিব্যৱস্থাৰ পৰা উৎপন্ন হোৱা উদ্বৃত্ত সংগ্ৰহৰ জৰিয়তে সম্ভৱপৰ নাছিল কাৰণ তেতিয়া উদ্বৃত্তৰ উৎপাদনেই হৈছিল যথেষ্ট কম। সেয়ে ৰেশৰ প্ৰজাসকলৰ শ্ৰম এলানি ব্যৱস্থাৰ জৰিয়তে প্ৰত্যক্ষভাৱে বিনামূলীয়াকৈ শোষণ কৰাটো প্ৰয়োজন হৈছিল। পণ্য আৰু মুদ্ৰা অৰ্থনীতি ভালদৰে বিকাশ নোহোৱাত সেই সময়ত খাজনা শোষণ বা ধনৰ ধনেৰে শ্ৰম সংগ্ৰহ কৰাটো সম্ভৱপৰ নাছিল। সম্ভৱ নাছিল উন্নততৰ সামন্ততন্ত্ৰৰ খাজনা শোষণৰ ব্যৱস্থা। এই কাৰণতেই আহোমসকলে গঢ়ি তুলিব লগা হৈছিল পাইক প্ৰথা আৰু খেল ব্যৱস্থা। তেওঁলোকে আহি বশ কৰা বিভিন্ন জনগোষ্ঠীসমূহক লাহে লাহে ঠায়ে ঠায়ে পাইক কৰি খেলত সুমাই লৈ শালিখেতিত নিয়োজিত কৰিছিল আৰু ঠায়ে ঠায়ে খাত খান্দোৱাত কাম কৰোৱাইছিল। চুকাফাৰ দিনতে এনে খাত খন্দাৰ কথা আমি জানো আকৌ কোনো ঠাইত কোনো জনজাতিৰ লোকক গোটা হিচাপেই একোটা খেল আৰু পাইক ব্যৱস্থাৰ অধীনলৈ আনি নানা ধৰণৰ যোগান দিয়াৰ কামত লগোৱা হৈছিল। ইয়াৰ ফলত প্ৰাথমিকভাৱেই তেওঁলোকৰ লগত স্থাপিত হৈছিল এটা কৰৰ সম্পৰ্ক। আহোমসকলে এই আৰ্থ-সামাজিক গাঠনি গঢ়ি তোলাৰ কামৰ ফলত বৰাহী, কছাৰী আৰু চুতিয়া জনগোষ্ঠীৰ বহুলোক ভিন্ ভিন্ নোহোৱা হৈ গঢ়ি উঠিবলৈ ধৰা খেতিয়ক সমাজখনত সোমাই লীন হৈছিল, আকৌ খেল পাইক নকৰা ৰজাঘৰৰ হৈ বহু জনগোষ্ঠী, বিভিন্ন ধৰণৰ সংগ্ৰহ কৰি যোগান ধৰিছিল

আৰু সেয়ে কিছুদূৰ আপেক্ষিক স্বাধীনতা ভোগ কৰিছিল, তেওঁলোকে নিজৰ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। এই অৰ্থনৈতিক ব্যৱস্থাত যুদ্ধবন্দী-সকলক, বন্দী গোলাম আদি দাস সকলকো উৎপাদনৰ কামত লগোৱা হৈছিল। আহোম ৰাজ্য পূব-অংশত টনকিয়াল হৈ যেতিয়া পশ্চিমলৈ সম্প্ৰসাৰিত হবলৈ ধৰিলে তেতিয়া নতুন নতুন ঠাইতো পালি খেতিৰ ব্যৱস্থা গঢ়ি তোলাৰ জৰিয়তে বহলাই অনা হ'ল কৃষিজীৱি সমাজখন। নতুন নতুন ঠাইত পাইক আৰু খেল ব্যৱস্থা গঢ়ি তুলিবলৈ আৰু পৰিচালনা কৰিবলৈ সৃষ্টি কৰিবলগীয়া হ'ল বৰপাত্ৰ গোঁহাই, শদিয়াখোৱা নৱগুঁখোৱা সলাল গোঁহাই আদি নতুন প্ৰশাসনিক বিষয়াসকলক। যিবোৰ ঠাইত ইতিমধ্যে স্থায়ী খেতিবাতি গঢ়ি উঠিছিল, যেনে বাৰভূঞাসকলৰ এলেকাবোৰ, সেইবোৰ ঠাইত ৰটকটীয়াকৈ পাইক আৰু খেল প্ৰথা নবনোৱাকৈ কিছু সংস্কাৰৰ জৰিয়তে ভূঞাৰ মুখিয়াল মানুহ কিছুক প্ৰশাসনৰ ভিতৰত সুমুৱাই লোৱা হৈছিল এইদৰেই এক অৰ্থনৈতিক ব্যৱস্থাৰ বুনিয়াদ গঢ়ি তোলা আৰু এই ব্যৱস্থাত বিভিন্ন জাতিগোষ্ঠীৰ লোক সুমুৱাই ল'ব পৰাৰ বাবেই এচিমিলেচন বা একীভৱনৰ জৰিয়তে গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল আজিৰ অসমীয়া জাতিৰ ভেটি।

পাইক আৰু খেল ব্যৱস্থায়েই আছিল আহোম ৰাজত্বকালত অৰ্থনৈতিক আৰু সামাজিক-ৰাজনৈতিক সংগঠনৰ ভিত্তি—বাষ্ট্ৰৰ বুনিয়াদ। আহোমসকলে উজনি অসমত যিখন স্থায়ী কৃষিজীৱি সমাজৰ সূচনা কৰিছিল, সেই প্ৰক্ৰিয়াৰ মাজেৰেই পাইক আৰু খেলব্যৱস্থাৰ উপাদানবোৰ গঢ়ি উঠিছিল। প্ৰথম অৱস্থাত পাইক প্ৰথাৰ উপাদানবোৰ বিক্ষিপ্ত অৱস্থাত আছিল আৰু ৰজা প্ৰতাপসিংহৰ ৰাজত্বকালতে (১৬১১ খৃঃ) এইবোৰক সংগঠিত কৰা আৰম্ভ কৰা হয়, আৰু জয়ধ্বজসিংহৰ ৰাজত্বকাললৈ (১৬৫৩ খৃঃ) মোমাই তামুলী বৰবৰুৱাৰ তত্বাৱধানত এই ব্যৱস্থা কটকটীয়া কৰি তোলা হয়।

মোৱামৰীয়া গণ-অভ্যুত্থানৰ শ্ৰেণীচৰিত্ৰ বুজিবলৈ হ'লে অসমৰ সেইসময়ৰ সমাজৰ শ্ৰেণীবোৰৰ অৱস্থান বিচাৰ কৰি চাব লাগিব।

## অসমৰ মধ্যযুগৰ সমাজৰ শ্ৰেণীবিন্যাস :

মধ্যযুগৰ অসমৰ সমাজখনত শ্ৰেণীবোৰ গঢ়ি উঠিছিল মূলতে পাইক প্ৰথা সংগঠনৰ জৰিয়তে। যেনেদৰে গৰিষ্ঠ সংখ্যক লোকেই এই প্ৰথাৰ অধীনত আছিল

সাধাৰণ কাড়ী পাইক। এই প্ৰথাৰ চৰিত্ৰ আৰু পাইকসকলৰ সামাজিক অৱস্থান আছিল এনে ধৰণৰ :

দেশৰ প্ৰতিজন কৰ্মঠ সাধাৰণ মানুহেই আছিল এজন বা এগোৰা পাইক। এনে তিনি বা চাৰিজন পাইক মিলি এটা গোট হৈছিল। গোটবোৰ মিলি হৈছিল খেল। এনে পাইক হোৱাটো সকলোৰে বাবে বাধ্যতামূলক আছিল। প্ৰতিজন পাইকে বছৰেকত ৩-৪ মাহ ৰজাঘৰত বিনাবেতনে খাটি দিব লাগিছিল। সেইসময়ত তেওঁৰ যাৱতীয় কামবন গোটৰ আনকেজনে কৰি দিছিল। কেতিয়াবা গোটটোৰ ২ বা ৩ জনকৈকে পাইক কামলৈ যাব লাগিছিল। প্ৰশাসনিক সুবিধাৰ বাবে তেওঁলোকক বিভিন্ন বিষয়াৰ তলত ভাগ কৰি দিয়া হৈছিল। বিষয়াসকলক বেতনৰ পৰিবৰ্তে কিছু পাইকৰ শ্ৰম ব্যৱহাৰ কৰিবলৈ দিয়া হৈছিল। এনে পাইকক লিকচৌ বোলা হৈছিল। এওঁলোকে বিনাপাৰিশ্ৰমিকে নিজৰ খাই বিষয়া ডাঙৰীয়াৰ খাদ্য-পানীত কাম কৰাৰ উপৰিও ঘৰুৱা কামবনৰ তহলদাৰ ধৰিছিল। ইয়াৰ উপৰিও বিষয়াসকলে নিজৰ প্ৰশাসনিক অধীনৰ পাইকৰ ৫-১০%ক কামবন কৰাব পাৰিছিল। এনে শ্ৰম তেওঁৰ প্ৰয়োজন নহ'লে পাইকসকলে নগদ ধন বা উৎপন্নৰ একাংশ দি পা—খাটনিৰপৰা মুক্তি পাইছিল। ইয়াৰ পৰিবৰ্তে পাইকসকলে কেৱল নিজকে আৰু নিজৰ পৰিয়ালটোক জীয়াই ৰাখি বংশবৃদ্ধি কৰিব পৰাকৈ বিনাখাজনাই দুপুৰা শালিখেতিৰ কপিত মাটি ভোগদখল কৰিবলৈ পাইছিল। এনে মাটি তেওঁলোকে বিক্ৰি বা হস্তান্তৰ কৰিব নোৱাৰিছিল।

পাইকসকলক যলৈকে পঠোৱা হয়, যি কামকে দিয়া হয়, তাকে কৰিবলৈ আৰু যাবলৈ তেওঁলোক বাধ্য, তেওঁলোকক ৰজা আৰু বিষয়াসকলে দান কৰিব পাৰিছিল, আৰু এটা খেলত পাইকৰ সংখ্যা বাঢ়ি গ'লে তাক কাটি নি একাংশ পাইকক নতুন ঠাইত বহুৱাব পাৰিছিল। মুঠতে তেওঁলোকৰ নিজাকৈ অৰ্থনৈতিক, সামাজিক আৰু বৃত্তিগত স্বাধীনতা নাছিল, খেল ব্যৱস্থাৰ নাগপাশত তেওঁলোক এনেকৈ বান্ধখাই আছিল যে নিজৰ জীৱন জীৱিকাৰ ওপৰত স্বাতন্ত্ৰতাৰ অধিকাৰো নাছিল।

কি যুদ্ধ, কি শান্তি, বিষয়া ডাঙৰীয়া ৰাজকুমাৰৰ ভৰণ-পোষণকাৰী দেশৰ ৰাজহুৱা কামলৈকে সকলো সময়তে দেশ চলিছিল এওঁলোকৰ শ্ৰমৰ ওপৰত। শাসক গোষ্ঠীৰ ডা-ডাঙৰীয়া আৰু আন বহুতৰে ব্যক্তিগত ক্ৰীতদাস থাকিলেও সমাজত ৰাজহুৱা ক্ৰীতদাস নথকাত সকলো কামৰ বাবেই সাধাৰণ পাইকসকলৰ শ্ৰম

বাধ্যতামূলকভাবে শোষণ কৰাতো প্ৰয়োজনীয় আছিল। উৎপাদন ব্যৱস্থা পাচপৰা তথা অবিকাশিত মুদ্ৰা আৰু পণ্য অৰ্থনীতিৰ বাবে উন্নত সামন্ততান্ত্ৰিক খাজনা শোষণৰে দেশৰ প্ৰয়োজনীয় চাহিদা পূৰাব পৰা নগৈছিল। সেয়ে দৰকাৰ আছিল সাধাৰণ প্ৰজাক কিছুসময়ৰ বাবে প্ৰত্যক্ষভাবে শোষণ কৰি উৎপাদনৰ আহিলালৈ পৰিণত কৰাৰ। গা খাটনিৰ সময়ছোৱাত এজন পাইকৰ শ্ৰম বিনামজুৰীৰ শ্ৰম। দাসত্বদশা আৰু এই ব্যৱস্থাৰ মাজত পাৰ্থক্য খুব কম যদিও পাইকক দাসৰ দৰে বিক্ৰি কৰিব পৰা নগৈছিল। পাইকসকলে গা খাটনিৰ সময়ছোৱা বাদে আনসময়ত নিজৰ বাবেই মূলতে শ্ৰম কৰিছিল যদিও লগতে তেওঁলোকে গোটটোৰ কামলৈ যোৱা পাইকজনৰ কামো কৰি দিব লাগিছিল। তেওঁলোকৰ উদ্বৃত্ত শ্ৰমো এই ব্যৱস্থাই আকৌ শোষণ কৰিছিল। জীৱনধাৰণৰ শ্ৰমৰ একাংশও ভাৰতেটি হিচাবে ওলাই গৈছিল। তথাপিও যিহেতু পাইকসকলৰ সমগ্ৰ শ্ৰম দাসৰ বিনামজুৰীৰ শ্ৰমৰ দৰে শোষিত নহয় সেয়ে তেওঁলোক ক্ৰিতদাস নহয়, আকৌ তেওঁলোক বিকশিত সামন্ত ব্যৱস্থাৰ মাজত দেখা পোৱা বহুবেছি সামাজিক স্বাধীনতা থকা বায়ত খেতিয়কো নহয়। তেওঁলোক চৰিত্ৰৰ দিশৰপৰা আছিল এক অতি অত্যাচাৰী, শোষণপূৰ্ণ, সামন্তব্যৱস্থাৰ অধীনত ক্ষুদ্ৰ একোখণ্ড মাটিত খেতি কৰি পেটেভাতে জীয়াই থকা একোজন ভূমিদাস ( Serf )। কিন্তু ক্লাচিকেল সামন্ততন্ত্ৰৰ ভূমিদাস এজনৰ লগত এওঁলোকৰ গুণগত পাৰ্থক্যও নথকা নহয়।

গৰিষ্ঠ সংখ্যক প্ৰজাই আছিল এনেধৰণৰ কাড়ী পাইক বা ভূমিদাস খেতিয়ক। তেওঁলোকেই আছিল মধ্যযুগৰ খেতিয়ক সমাজৰ গৰিষ্ঠ শ্ৰেণী।

চমুৱা বোলা আৰু একশ্ৰেণীৰ খেতিয়কক সেইসময়ত দেখা যায়। এওঁলোক আছিল আভিজাত আহোম পৰিয়ালবোৰৰ সম্বন্ধীয় পুৰণা লোক, উচ্চবংশজাত কায়স্থ কলিতা, বজমানী বামুন, মহন্ত, কাকতি শ্ৰেণীৰ বিষয়া আৰু কিছু বৃত্তিয়াল লোক। এওঁলোকে কাড়ী পাইকৰ দৰে বাধ্যতামূলকভাবে শ্ৰম কৰিব নালাগিছিল। বিষয়-বাসনা লাভৰ বাটো এওঁলোকৰ বাবে আছিল খোলা। খেতিৰ মাটি বাবদ তেওঁলোকে কৰ দিছিল আৰু সেয়ে মাটিৰ ওপৰত অধিকাৰো আছিল দৃঢ়। দুই এজন ক্ৰিতদাস আৰু বহুতাৰ শ্ৰমো এওঁলোকে ব্যৱহাৰ কৰিছিল। সামাজিক অৰ্থলাভ বঢ়াই বিষয় পালে এওঁলোক পাইকব্যৱস্থাৰ পৰা বাজহৈ 'অপাইকান চমুৱা' হৈ গৈছিল। সেইসময়ৰ সমাজত তেওঁলোক মধ্যশ্ৰেণীয়া কৃষকৰ দৰে এটা সামাজিক বৰ্গ হিচাবে আত্মপ্ৰকাশ কৰিছিল।

কাড়ী আৰু চমুৱাসকলক সংগঠিত কৰা হৈছিল খেলত। এই খেলবোৰ প্ৰথমে এলেকা আৰু প্ৰজাতিভিত্তিত আৰু পাছলৈ বিভিন্ন বৃত্তিৰ ভিত্তিত গঢ়ি তোলা হৈছিল। কিছুমান বুৰঞ্জীত লেখাৰ দৰে এই খেলবোৰ কিন্তু মাটিৰ মালিক নাছিল। খেলবোৰ সেইসময়ৰ দুৰ্মূল্য শালিখেতিৰ ও মাটিৰ ব্যৱস্থাপনাৰ দায়িত্ব আৰু কৰ্তৃত্বহে লাভ কৰিছিল। খেলৰ দ্বাৰা কাড়ী পাইকৰ বাধ্যতামূলক শ্ৰমশোষণ, মাটিৰ ব্যৱস্থাপনা, আৰু বৃত্তিয়াল আৰু কাৰিকৰসকলৰ কাম-কাজ আৰু উৎপাদন নিয়ন্ত্ৰণ কৰা আৰু সামাজিক জীৱনো শৃংখলাবদ্ধ কৰি ৰখা হৈছিল। কিন্তু এই খেলব্যৱস্থাই বাইজক, বিশেষকৈ বৃত্তিয়াল আৰু কাৰিকৰসকলক এনেদৰে বান্ধি ৰাখিছিল যে ই বিকাশৰ বাটত প্ৰতিবন্ধক হৈ পৰিছিল। পণ্য, মুদ্ৰা অৰ্থনীতি আৰু ব্যৱসায়-বাণিজ্য বিকশিত হ'ব নিদিয়াকৈ ই দেশৰ প্ৰগতি আৰু সামন্তত্ত্বৰ বিকাশৰ বাটতো হেঙাৰ ধৰিছিল। তথাপিও সেই সময়ৰ অনিশ্চিত পৰিৱেশত এই খেলবোৰেই সাধাৰণ প্ৰজাক দিছিল কিছু সামাজিক নিৰাপত্তাৰ উম।

বহু ঐতিহাসিকে খেলব্যৱস্থাৰ মাজত সমূহীয়া শ্ৰমৰ উপাদান দেখি এইবোৰ জনজাতীয় গোষ্ঠীসমাজৰ অৱশেষ বুলি ভাবে। কিন্তু এই কথা ভুল। খেলবোৰ প্ৰথমে এলেকা আৰু প্ৰজাতিভিত্তিক গঢ়ি উঠাৰাবে ইয়াত গোষ্ঠীসমাজৰ সামাজিক বান্ধোনৰ কিছু অৱশেষ উপৰি সৌধত বৈ গৈছিল। কিন্তু এইবোৰ ভিত্তি বা মূল নহয়। সমগ্ৰ পাইক ব্যৱস্থাই গঢ়ি উঠিছিল জনজাতীয় গোষ্ঠীসমাজৰ অৰ্থনৈতিক ব্যৱস্থাক নিৰ্মমভাৱে ভাঙি দি। আহোমসকলে বিজিত জনগোষ্ঠীৰ লোকসকলক উন্নত শালিখেতিৰ অৰ্থব্যৱস্থাৰ মাজত সুমুৱাই লোৱা প্ৰক্ৰিয়াৰ মাজেৰেই গঢ়ি উঠিছিল পাইক আৰু খেল ব্যৱস্থা। আৰু ইয়াৰ ফলত বিজিত জনগোষ্ঠীবোৰৰ গোষ্ঠীগত সমাজৰ বান্ধোন ভাঙি তেওঁলোক ভূমিদাস কৃষকলৈ ৰূপান্তৰিত হৈছিল। এইদৰেই গোষ্ঠী সমাজৰ বুকুৰপৰা গঢ়ি উঠিছিল সামন্তসমাজৰ ভেটি।

খেলব্যৱস্থা আছিল সমাজত গঢ়ি উঠা সামন্তব্যৱস্থাৰ সাংগঠনিক আৰু প্ৰশাসনিক খোঁট, যিবোৰে শ্ৰমশোষণ ব্যৱস্থা কাৰ্যকৰ কৰি ৰাখিছিল আৰু গাঁও স্তৰৰ থানৰ বিষয়াসকলক নিৰ্বাচন কৰাৰ ক্ষেত্ৰত পাইকসকলৰ কিছু মাত আছিল। যিহেতু খেলবোৰে জীৱনধাৰণৰ সকল ৰকম খেতিৰ মাটি নিয়ন্ত্ৰণ কৰিছিল সেয়ে সামাজিক জীৱনৰ ওপৰত এইবোৰৰ যথেষ্ট প্ৰভাৱ আছিল।

সেই সময়ত ব্যাপকভাৱে গঢ়ি উঠা সত্ৰ আৰু মঠ-মন্দিৰবোৰৰ মাটিৰ গৰাকী আৰু কম পৰিমাণে আন সামন্তপ্ৰভুসকল, বিশেষকৈ ধনী আৰু নাৱৰি অসমত একশ্ৰেণী নতুন

খেতিয়কৰ জন্ম হৈছিল। শাসকগোষ্ঠীয়ে ধৰ্মীয় অনুষ্ঠানবোৰক বহু মাটি আৰু পাইক দান দিছিল। এনে পাইকে 'গা খাটনি' কৰিব লাগিছিল, বজাৰবীয়া কৰ-কাটলৰ পৰাও মুক্ত আছিল। এওঁলোকে কেবল সত্রৰ অধিকাৰক উৎপন্নৰ একাংশ কৰ হিচাবে দিব লাগিছিল আৰু ধৰ্মৰ নামত কিছু শাৰীৰিক শ্ৰম কৰি দিব লাগিছিল। লাহে লাহে এওঁলোক কৰদ সম্পৰ্কৰ অধীনত থকা এটা বায়ত খেতিয়কৰ শ্ৰেণী হিচাবে আত্মপ্ৰকাশ কৰিছিল। এওঁলোকে বহুখিনি সামাজিক আৰু অৰ্থনৈতিক স্বাধীনতাও ভোগ কৰিছিল, বৈষয়িক উন্নতিৰ বাটো হৈছিল মুকলি। এওঁলোকৰ মাজত সত্ৰীয়া বৈষ্ণৱ সংস্কৃতিৰ প্ৰচাৰ আৰু চৰ্চাই এওঁলোকৰ সাংস্কৃতিক মূল্যবোধকো উন্নত কৰি তুলিছিল।

মধ্যযুগৰ অসমৰ সমাজত ভূমিদাস পাইক, মজলীয়া চমুৱা খেতিয়ক, আৰু বায়ত খেতিয়কসকলেই সংখ্যাগৰিষ্ঠ খেতিয়ক বৰ্গটো গঢ়ি তুলিছিল।

সমাজৰ কাৰিকৰ বৃত্তিয়াল লোকসকলো খেলব্যৱস্থাৰ অধীনত সংগঠিত আছিল। বিভিন্ন পণ্য উৎপাদন, যোগান বা সংগ্ৰহত নিয়োজিত এই লোকসকলে গা খাটি দিব লাগিছিল যদিও তেওঁলোকৰ সমুদায় উৎপন্ন বা ইয়াৰ বেছিভাগেই ভা-ভাঁৰীয়া আৰু বজাৰৰক দিব লাগিছিল। শিল্পৰ কেঁচামাল, উৎপাদনৰ যৎসামান্য আহিলা আৰু উৎপন্ন পণ্যৰ ওপৰত খেলৰ জৰিয়তে শাসকশ্ৰেণীয়ে নিয়ন্ত্ৰণ চলাইছিল। তেওঁলোকে মজুৰিৰ বিনিময়ত শ্ৰম বিক্ৰি কৰা নাছিল, বিক্ৰি কৰা নাছিল উৎপন্ন পণ্য। এওঁলোকেও জীৱনধাৰণৰ বাবে দুপুৰাকৈ শালিখেতিৰ মাটি পাইছিল। সম্পূৰ্ণভাৱে কৃষিৰপৰা বিচ্ছিন্ন আৰু শিল্পকৰ্মত নিযুক্ত এটা কাৰিকৰ শ্ৰেণী গঢ়ি উঠা নাছিল সেইসময়ত—যদিও ঠায়ে ঠায়ে উপাদানবোৰ নথকা নহয়। খেলব্যৱস্থাৰ নাগপাশে সমাজত পণ্য অৰ্থনীতি বিকাশ হ'বলৈ নিদিয়াকৈ ৰাখি কাৰিকৰসকলৰো বিকাশৰ বাট বন্ধ কৰিছিল। এনে কাৰিকৰসকলো মূলতে আছিল কৃষক—খেতিয়ক কাৰিকৰ। বহল খেতিয়ক শ্ৰেণীৰপৰা নিলগাই এওঁলোকক লেখ লোৱাটো সুকীয়াকৈ চাব নোৱাৰি।

সমাজৰ আটাইতকৈ তলৰ আটাইতকৈ নিৰ্যাতিত শ্ৰেণী আছিল দাসসকল। এওঁলোক সম্পূৰ্ণভাৱে মালিকৰ মৰ্জিৰ ওপৰত নিৰ্ভৰশীল উৎপাদনৰ হাতিয়াৰৰ লেখিয়া আছিল। ধকৰা দাসদাসীক বিক্ৰি কৰাতো অসন্মানজনক বুলি গণ্য হ'লেও দাস-দাসী বেচা-কিনা কাম সমাজত চলিছিল আৰু এটা মুনিহৰ দাম কুৰি টকা আৰু মাইকী মানুহৰ দাম ৩-৫ টকাকৈ আছিল। পাইক প্ৰথাৰ নিৰ্দয় শোষণত পৰিত্ৰাণ

নাপাই বহুতে নিজক বা পৰিয়ালৰ লোকক দেউতা তাওঁৰীয়াহঁতৰ ওচৰত বন্ধকিত বিক্ৰি হোৱাৰ কথাও শুনা যায়। এনেদৰে ঋণদাসত্ব ( Debt Slavery )ৰ বন্দি-সকলকে কোৱা হৈছিল বন্ধা বা বন্ধুৱা।

দেশৰ শাসকশ্ৰেণীটো গঢ়ি উঠিছিল ৰাজবংশ, তা-তাওঁৰীয়াৰ বিষয়াকুলৰ সম্ভ্ৰান্ত লোকসকলক লৈ। বিষয়াসকল আৰু ৰজাঘৰীয়া ধৰ্মগুৰুসকল আছিল ইয়াৰ অংশ। অপাইকান চমুৱা আৰু আন চমুৱা প্ৰজাৰো একাংশ আছিল তেওঁলোকৰ সংগী-সাৰথি। ৰজা হ'ল এই সমগ্ৰ শ্ৰেণীটোৰে শিৰোমণি। পাইক প্ৰথাৰ শ্ৰমশোষণৰ জৰিয়তে ভোগসৰ্বস্ব এই শ্ৰেণীটো বৰ্তী আছিল। প্ৰত্যক্ষ শ্ৰমশোষণৰ উপৰিও এওঁলোকে বহু অৰ্থনীতি বহিৰ্ভূত সামন্তীয় শোষণো চলাইছিল। এই শ্ৰেণীটো শক্তিশালী হৈ অহাত আৰু পাইকসকলক এওঁলোকৰ বিভিন্ন জনৰ মাজত ভাগ কৰি দিয়াত সমাজত ৰজাৰ কেন্দ্ৰীয় কৰ্তৃত্বৰ এহাতেৰে অনিবাৰ্যভাৱে খণ্ডিতকৰণ ঘটিছিল। এই সামন্তপ্ৰভুসকলে বিভিন্ন জোটবন্ধনৰ দ্বাৰা আগত একোজন ৰাজকোঁৱৰক লৈ দেশৰ ৰাজনৈতিক ক্ষমতা দখল আৰু ভাগবটোৱাৰ সামন্তীয় ৰাজনীতি চলাই গৈছিল।

মধ্যযুগৰ অসমৰ সমাজত এহাতে আছিল সামন্তপ্ৰভু আৰু সঙ্গীসকলৰ শাসক-শ্ৰেণী আৰু আনহাতে তলৰ ক্ৰীতদাসসকলক দেখা পাওঁ, আৰু এই দুই মেৰুৰ মাজত আছিল কাড়ী পাইক, কাৰিকৰ বৃত্তিয়াল খেতিয়ক, চমুৱা আৰু ৰায়ত খেতিয়কৰ সংখ্যাগৰিষ্ঠ কৃষকশ্ৰেণী। মোৱামৰীয়া গণ-অভ্যুত্থানত এই শ্ৰেণীৰ ৰাইজেই স্বৈৰাচাৰী সামন্তশ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰাম চলাইছিল।

ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালত, অভ্যুত্থানৰ আগে আগে দেশৰ ২৪ লাখ মুঠ জনসংখ্যাৰ ভিতৰত ১০% বা ২·৪ লাখ লোক আছিল দাস। চমুৱা, অপাইকান চমুৱা, বিষয়া তাওঁৰীয়া আৰু সদ্বংশজাত বামুন কলিতা সকলো মিলি আছিল ৫ লাখ। কিন্তু ইয়াৰ ভিতৰতো সম্ভ্ৰান্ত অভিজাত ধৰ্মগুৰু আদি শাসকশ্ৰেণীৰ সংখ্যা ২৪,০০০ তকৈ বেছি নাছিল। এওঁলোকৰ হাততেই দেশৰ মাটিৰ বেছিভাগ আৰু আঢ়ৈলাখ দাসৰো গৰিষ্ঠ অংশ কেন্দ্ৰীভূত আছিল। সাধাৰণ ভূমিদাস কাড়ী পাইক আৰু খেতিয়কৰ সংখ্যা আছিল ১৫ লাখ বা ৬৫%।

ৰাষ্ট্ৰৰ দ্বাৰা কেন্দ্ৰীয়ভাৱে সংগঠিত পাইক প্ৰথাৰ প্ৰত্যক্ষ শ্ৰমশোষণ ব্যৱস্থাই সমাজত গঢ়ি উঠা সামন্তচক্ৰক স্বৈৰাচাৰী কৰি তুলিছিল। কোনো এক বিশেষ সময়ৰ সামন্ত ৰাজত্বৰ বল সেইসময়ৰ উৎপাদনৰ স্তৰৰ ওপৰত নিৰ্ভৰশীল হয়।

প্ৰাক্-অভ্যুত্থানকালীন অসমৰ পাছপৰা উৎপাদন ব্যৱস্থাৰ বাবেই পাইক প্ৰথাৰ প্ৰত্যক্ষ শ্ৰমশোষণ ব্যৱস্থা থকা সামন্ততন্ত্ৰৰ কপটোও আছিল পাছপৰা আৰু বৈৰতান্ত্ৰিক। সমাজবিকাশৰ বাটত ই এটা বাধা হৈ পৰিছিল। আৰু, ক্ৰমাৎয়ে বাঢ়ি অহা বিষয়া-কুলৰ ভৰণ-পোষণ আৰু ৰজা আৰু ৰাজ্যপ্ৰশাসনৰ বৰ্দ্ধিত খৰচ যেতিয়া শাসকশ্ৰেণীয়ে দেশৰ অৰ্থনৈতিক ব্যৱস্থাৰ সংস্কাৰৰ জৰিয়তে উন্নতি ঘটাই পূৰণ কৰাৰ পৰিবৰ্তে পাইক প্ৰথাৰ শোষণৰ দ্বাৰাই পূৰণ কৰাৰ চেষ্টা চলালে তেতিয়াই শাসকশ্ৰেণী আৰু ব্যাপক খেতিয়ক বাইজৰ মাজত দ্বন্দ্ব তীব্ৰ হৈ পৰিল। অসম বুৰঞ্জীৰ সোণালীযুগ ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালত লেয়ে ৪ জনীয়া গোট ভাঙি ৩ জনীয়া কৰা হৈছিল যাতে এজন পাইকৰ শ্ৰম ৩ মাহৰ পৰিবৰ্তে ৪ মাহ শোষণ কৰা সম্ভৱ হয়। এই ব্যৱস্থাত প্ৰজাযে বিক্ষুব্ধ হৈছিল সেই কথাও ৰজাঘৰে জানিছিল। এবাৰ হাতীমুঁৱা চাবলৈ অহা অগণন প্ৰজাক দেখুৱাই ৰজাই বৰবৰুৱাক ঠাবেৰে কৈছিল, "প্ৰজাবোৰ একেলগকৈ গোটখালেই আমাৰ কালে উভি"। আৰু শাসকশ্ৰেণীয়ে প্ৰজাক একেলগ হ'বলৈ নিদিয়াকৈ ৰাখিবলৈ নানা ভেদ-বিভাজন আৰু অত্যাচাৰৰ কৌশল লবলগা হৈছিল।

দেশৰ সামন্ত অৰ্থনীতি আৰু শাসকশ্ৰেণীৰ সংকট তেওঁলোকে প্ৰজাৰ ওপৰত জাপি দিয়াৰ চেষ্টা চলাইছিল। পাইক ব্যৱস্থাক টনকিয়াল কৰি অধিক শ্ৰমশোষণৰ জৰিয়তে এনে কৰাৰ চেষ্টা চলিছিল। গদাধৰ সিংহৰ দিনৰপৰা কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ দিনলৈকে বাৰে বাৰে পিয়ল কৰাই, আৰু সত্ৰবোৰত সোমাই থকা গৃহস্থী খেতিয়ক-সকলক ধৰাই আনি পাইক ব্যৱস্থা কটকটীয়া কৰাৰ চেষ্টা চলিছিল। দেশৰ সামন্ত সংকট দমাই নিজৰ অস্তিত্ব টিকাই ৰাখিবলৈকে তেওঁলোকে এই কাম কৰিছিল আৰু ইয়াৰ বাবেই চলাইছিল বৈষ্ণৱ নিৰ্যাতনকে আৰম্ভ কৰি অত্যাচাৰ-নিপীড়ন। প্ৰশাসনৰ এই কামে শাসকশ্ৰেণীৰ একাংশৰো বহু পৰম্পৰাগত অধিকাৰ খৰ্ব কৰি তেওঁলোকক বিক্ষুব্ধ কৰি তুলিছিল আৰু এই বিক্ষুব্ধ শাসকৰ একাংশই প্ৰশাসনৰ বিৰোধিতা কৰি অচেতনভাৱেই প্ৰজাৰ পক্ষলৈ অভ্যুত্থানতো অৰিহণা যোগাইছিল।

## অভ্যুত্থানৰ দাবানল

মোৱামৰীয়া গণ-অভ্যুত্থান চলিছিল ১৭৬৯ চনৰপৰা ১৮০৬ চনলৈ সুদীৰ্ঘ ৩৭ বছৰ জুৰি। ধূঁই তিনিবাৰ জাগি উঠিছিল এই অভ্যুত্থানৰ দাবানল। এই অভ্যুত্থানৰ

শ্ৰেণীচৰিত্ৰৰ ওপৰত দৃষ্টি ৰাখি কিছুমান বৈশিষ্ট্য আলোচনা কৰিলে অসমৰ ইতিহাসৰ গতি-প্ৰকৃতি সম্পৰ্কে কিছু কথাৰ আভাস পাব পৰা যায়।

এই কথা প্ৰথমেই সুঁৱৰি লোৱাতো বোধহয় ভাল হব যে প্ৰচলিত জনপ্ৰিয় ধাৰণাৰ দৰে মোৱামৰীয়া মহন্তৰ আৰু সত্ৰৰ ওপৰত চলা আক্ৰমণে এই অভ্যুত্থানৰ জুইকুৰা জ্বলাই তোলা নাছিল। মোৱামৰীয়া সত্ৰৰ অধিকাৰৰ ওপৰত ৰজাঘৰৰ বাৰম্বাৰ আক্ৰমণ আহিছে, ১৬৫০ খৃঃ মহন্ত নিত্যানন্দদেৱক ৰাজআজ্ঞাত ( চুৰম্ফা-ভগাৰজাৰ ) হত্যা কৰা হৈছে। ১৬৭৪ খৃঃত ( গদাধৰ সিংহৰ দিনত ) হত্যা কৰা হৈছে বৈকুণ্ঠনাথদেৱক। ৰুদ্ৰসিংহৰ দিনত অপমানিত হৈছে অষ্টম অধিকাৰ চতুৰ্ভুজদেৱ ( ১৭০৪ ), ফুলেশ্বৰী কুঁৱৰীৰ দিনত তেওঁ মৃত্যুদণ্ডৰে দণ্ডিতো হৈছে— তেওঁ যদিও পৰ্বতীয়া গোসাইৰ মধ্যস্থতাত এই দণ্ড কাৰ্যকাৰী কৰা হোৱা নাই। কীৰ্তিচন্দ্ৰ বৰবৰুৱায়ো কেৰাবাৰো মহন্তক অপমান কৰিছে। অধিকাৰসকলৰ ওপৰত চলা নিৰ্যাতনত শিষ্য ভকত ম্ৰিয়মাণ আৰু ক্ষুব্ধ হৈছে, প্ৰতিশোধ প্ৰবৃত্তিও হয়তো জাগিছে, কিন্তু বিদ্ৰোহত তেওঁলোক এবাৰো কাটি পৰা নাই। কিন্তু বৰবৰুৱাৰ চ'ৰাত যেতিয়া বিনাদোষত প্ৰজাৰ মুখিয়াল নেতা ৰাঘনেওগৰ শাস্তি হ'ল, তেতিয়াই জাগি উঠিল প্ৰজাসকল, তুলি ললে হাতত বিদ্ৰোহৰ নিচান আৰু শাণিত অস্ত্ৰ। প্ৰজাক এইবাৰ মোৱামৰীয়া মহন্তইয়ো আৰু বাধা দি ৰাখিব নোৱাৰিলে।

নামৰূপক কেন্দ্ৰ কৰি বুঢ়ীদিহিঙৰ পূবে এক বিস্তীৰ্ণ এলেকাত ব্যাপক গণ-কাৰ্যকলাপৰে আৰম্ভ হ'ল যুদ্ধ প্ৰস্তুতি। অত্যাচাৰী স্থানীয় ৰাজবিষয়াসকলক খাতৰ কৰি বহু বিষয়া তাঙৰীয়াকো নিজৰ দলৈ আনি প্ৰজাবাহিনী শক্ত হ'ল।

এইসময়তে এটা গুৰুত্বপূৰ্ণ ঘটনা ঘটিল। শাসন সংকটত বিভক্ত হৈ পৰা শাসকশ্ৰেণীৰ বিষয়া তাঙৰীয়াৰ একাংশই মোহনমালা গোহাঁই নামে ৰুদ্ৰসিংহৰ পুত্ৰক আগত লৈ ৰংপুৰৰ ক্ষমতাহীন শাসকচক্ৰক ওফৰোৱাৰ পাং পাতিলে। প্ৰজাৰ নেতাসকলেও কৌশলৰ সৈতে তেওঁকে ৰজাপাতাৰ কথা দি মিত্ৰতালৈ আহিল। অভ্যুত্থানী প্ৰজাবাহিনী আৰু বিক্ষুব্ধ শাসকশ্ৰেণীৰ একাংশৰ মাজত গঠিত হ'ল এক 'যুক্তফ্ৰণ্ট' আৰু লগতে অভ্যুত্থানৰ জোঁৱাৰ প্ৰবল হৈ পৰিল। যুক্তফ্ৰণ্টতো প্ৰজাবাহিনীয়ে এই মিত্ৰতাৰ সুফল লাভ কৰিলে কাৰণ বহু ৰজাঘৰীয়া সেনাপতিয়ে ৰাজকোঁৱৰৰ বিৰুদ্ধে যুঁজ কৰিবলৈ এৰি আঁতৰি গ'ল। ৰাজকীয় বাহিনীত ৰণ

নিস্পেষিত পাইক সেনাইয়ো যুঁজে যুঁজে ৰণত্যাগ কৰি প্ৰজাবাহিনীৰ পক্ষ ল'লহি। আগবাঢ়ি অহা প্ৰজাবাহিনীৰ সন্মুখত বিপৰ্য্যয়ৰ পাছত বিপৰ্য্যয়ৰ সন্মুখীন হৈ ৰজাবাহিনীৰ সমগ্ৰ প্ৰতিৰোধ অচিৰেই ভাঙি পৰিল।

অগ্ৰগামী প্ৰজাবাহিনীৰ হাতত যেতিয়া ৰাজধানীৰ পতন ঘটিল, তেতিয়া ৰাজধানীৰ কাষৰীয়া প্ৰজায় কোনো প্ৰতিৰোধ নজনালে, বৰঞ্চ গোপনে বহুতে ৰজাঘৰৰ কাম-কাজৰ ভাবৰ বাতৰি ভাবে দি আছিল। প্ৰকৃততে বহুত আগতেই শাসকশ্ৰেণী ব্যাপক প্ৰজাৰপৰা বিচ্ছিন্ন হৈ পৰিছিল। শাসকচক্ৰই নগৰ এৰি পলোৱাত প্ৰজায় সহজে নগৰ ললে আৰু বহু বিষয়া ভাণ্ডাৰীয়া, ৰজা আৰু বৰবৰুৱাকো সহজেই বন্দী কৰিলে। বহু বিষয়াই প্ৰজাবাহিনীৰ প্ৰতি সমৰ্থন জনালে।

ৰংপুৰত প্ৰজাই নতুন ৰজা পাতিলে। ৰাজধানী দখল কৰিলে মোহনমালা গোঁহাইক ৰজাপতাৰ কথা আছিল। কিন্তু গোঁহাই আৰু পুৰণা প্ৰশাসনৰ শ্ৰেণীভিত্তি একেই, তেওঁক ৰজাপতা মানেই আগৰ শাসকশোষক শ্ৰেণীটোৰে আন এটা অংশৰ হাতত ক্ষমতা তুলি দিয়া। গোঁহাইদেউ আৰু বৰবৰুৱাৰ মাজৰ কাজিয়াখন হৈছে ক্ষমতাৰ অধিকাৰহে, শ্ৰেণীদ্বন্দ্ব নহয়। কিন্তু ব্যাপক প্ৰজা জাগৰণৰ মূল ভিত্তিয়েই হৈছে পাইক প্ৰথাৰ শ্ৰমশোষণৰ ওপৰত টিকি থকা ৰংপুৰীয়া স্বৈৰাচাৰৰ অৱসানৰ চেতনা—যি চেতনা শ্ৰেণী অৱস্থানৰপৰাই জন্ম লৈছে। শাসকশ্ৰেণীৰ লগত প্ৰজাৰ সংঘাত শ্ৰেণীসংঘাত। ইতিমধ্যে যুদ্ধৰ কষ্টক্লেশৰ মাজেৰে নিপীড়িত অভ্যুত্থানী ৰাইজৰ নিজৰ মাজতে কেবাজনো নেতা গঢ়ি উঠিছে, আৰু অভ্যুত্থানৰ সফল সামৰিক নেতৃত্ব প্ৰদানৰ জৰিয়তে ৰাজনৈতিক উদ্যোগ এওঁলোকৰ হাতলৈ ঐতিহাসিকভাৱেই আহি পৰিছে। ৰংপুৰ দখলৰ সময়লৈ মোহনমালা গোঁহাইক ৰজা পতাৰ মানসিকতা কাৰো নাইকীয়া হ'ল। সেয়ে তেতিয়াৰ ঐতিহাসিক পৰিস্থিতিত প্ৰজাই নিজৰ মুখিয়াল নেতাসকলকেই স্বাভাৱিকতে ৰজা মন্ত্ৰী পাতিলে।

নতুন প্ৰশাসনে আগৰ অত্যাচাৰী বিষয়াসকলৰ বহুতকে মুকলিভাৱে এক গণ-আদালতৰ নিৰ্চিনা ব্যৱস্থাৰে বিচাৰ কৰি শাস্তিপ্ৰদান কৰিলে। পুৰণ সামন্ত-শ্ৰেণীৰ প্ৰতি কোনো দয়া দেখুৱা নহ'ল। আগৰ প্ৰশাসনক ধন-জন যি সহায় কৰা সত্ৰৰ মহন্তবোৰক জৰিমনা কৰা হ'ল। মাজুলিৰ চাৰিসত্ৰও ইয়াৰ ভিতৰত পৰিছিল। ৰাইজৰ বিৰোধীতা নকৰা সত্ৰবোৰক কোনো ক্ষতি কৰা হোৱা নাছিল। আগৰ প্ৰশাসনবৰ্গে শূন্য ৰাজকোষ পূৰণ কৰিবলৈ লুটপাট কৰা হোৱা আছিল

কোনো নম। এইদৰে বিৰোধী সম্প্ৰদায়ৰ অৰ্থ নৈতিক আৰু সামাজিক প্ৰতিপত্তি কৰোৱাৰ চেষ্টা চলিছিল। এই অভিযান কাৰ্য কৃষক-জাগৰণৰ এক ঐতিহাসিক চিনাকী কাৰ্যব্যৱস্থা।

প্ৰজাৰ নেতাসকলে প্ৰশাসন গঢ়ি তুলি শান্তি-শৃঙ্খলাৰ চেষ্টা কৰিছিল। সেইসময়ত অস্থিৰ পৰিস্থিতিৰ সুযোগ লৈ বহু পুৰণা তথা বিষয়াই এজুম এজুম মানুহ গোটাই লৈ নিজাববীয়াকৈ গাওঁভুই লুটপাট কৰি ডকাইতি কৰিছিল। নতুন প্ৰজা-প্ৰশাসনে সামৰিক অভিযান চলাই এই দলবোৰক কঠোৰভাৱে দমন কৰিবলগীয়া হৈছিল। এই তথ্যই প্ৰচলিত ধাৰণা এটা সম্পূৰ্ণভাৱে নসনি কৰি পেলায়। অসমৰ প্ৰায়বোৰ বুৰঞ্জীতে বিদ্ৰোহী সেনাই গাওঁভুঁই জলাই লুটপাট কৰি ফুৰাৰ কথা সঘনাই পোৱা যায়। মণিৰাম দেৱান, গোহাঞিবৰুৱা, বেজবৰুৱা আৰু সৰ্বতুঁ ঞা সকলোৱেই এই কথা দোহাৰি গৈছে আৰু আজিও এই ভুল ধাৰণা চলিয়েই আছে। কিন্তু টাই ভাষাৰ আহোমবুৰঞ্জীত পোৱা স্পষ্ট তথ্যমতে এই ডকাইতিবোৰ কৰিছিল পুৰণা প্ৰশাসনৰ ভগাবিষয়াসকলে আৰু প্ৰজা প্ৰশাসনে এইবোৰ কাঠোৰ হাতেৰে ধ্বংস কৰি শান্তি-শৃংখলা স্থাপন কৰিছিল। নতুন প্ৰজাপ্ৰশাসনৰ চৰিত্ৰ আৰু দৃষ্টিভংগীক ইয়ে আমাক সুন্দৰভাৱে দেখুৱাই দিয়ে।

ৰংপুৰীয়া শাসকসকলক উৎখাত কৰি যি চাৰ লোকে শাসনক্ষমতা দখল কৰিছিল তেওঁলোক আছিল খেল আৰু পাইক প্ৰথাৰ দ্বাৰা নিপীড়িত সাধাৰণ কৃষক, কাৰিকৰ, বৃত্তিয়াল শ্ৰেণীৰ লোক। পাইক আৰু খেলপ্ৰথাৰ অত্যাচাৰৰ বিৰোধী হলেও তেওঁলোকৰ আগত কিন্তু নতুনসমাজৰ ইংগিতবাহী কোনো আদৰ্শ বা পৰিকল্পনা নাছিল। সাধাৰণভাৱে এওঁলোকে বিচাৰিছিল নিৰ্যাতনৰপৰা মুক্তি। এক স্বাধীন জীৱনৰ অন্বেষণত তেওঁলোকে সাংগঠনিক মঞ্চ হিচাবে বিচাৰি পাইছিল বৈষ্ণৱ ধৰ্মক। আৰু এই ধৰ্মৰ অনুষ্ঠান আৰু আদৰ্শই যি নৱজীৱনৰ বাট তেওঁলোকক চকা চমকাকৈ দেখুৱাইছিল তাৰ সাংগঠনিক ৰূপৰ বিষয়ে তেওঁলোক স্পষ্ট নাছিল। থকাতো সম্ভৱো নহয়। ক্ষমতাদখলৰ পাছত যেতিয়া আগৰ ব্যৱস্থা ভাগি চুৰমাৰ হ'ল, ইয়াৰ বিকল্প কোনো ব্যৱস্থা তেওঁলোকে গঢ়ি তুলিব নোৱাৰিলে। ফলত নতুন ৰাজবংশ প্ৰতিষ্ঠা হ'লেও ইয়াক সুদৃঢ় কৰিব পৰা নগ'ল।

পুৰণা প্ৰশাসনৰ পতনৰ লগে লগে পাইক ব্যৱস্থা ভাগি পৰিছিল, আৰু খেলৰ আন্দোলনকাৰী সুকু খেজিৰক এবা-শ্ৰেণীয়া-ছুৰ কৃষক- লোৱাৰ-প্ৰাই কুলি

হৈছিল। কিন্তু আগৰ ব্যৱস্থাৰ ঠাইত নতুন ব্যৱস্থা নহলাত দেশত শূন্যতাৰ সৃষ্টি হ'ল। নতুন প্ৰশাসন মূলতে নিৰ্ভৰশীল আছিল জনসাধাৰণৰ জাগৃত বিপ্লৱী চেতনা আৰু উদ্দামৰ ওপৰত—কোনো সংগঠিত ব্যৱস্থাৰ ওপৰত নহয়। পুৰণা ব্যৱস্থাৰ পতনৰ পাছত হাজাৰ হাজাৰ পাইক প্ৰজা দাসত্বৰাজোনকপৰা মুক্ত হৈ নিজ নিজ ঘৰ, গাৱঁলৈ খেতি কৰিবলৈ গুছি গ'ল। প্ৰশাসনৰ জনবল কমি দুৰ্বল হৈ পৰিল।

এনে পৰিস্থিতিতে পুৰণা বিষয়া এচামে ষড়যন্ত্ৰকৰি নতুন শাসকসকলক হত্যা কৰি ক্ষমতা দখল কৰি ল'লে। এই ঘটনাত প্ৰজাসকল সংগঠিত নোহোৱাত বিমোৰ হৈ পৰিল আৰু প্ৰথম আঘাটতে তেওঁলোকৰ গণসংগঠনৰ সোলোক-ঢোলোক বান্ধ ভাগি পৰিল। প্ৰচণ্ড ৰজাঘৰীয়া সন্ত্ৰাসে তেওঁলোকক কাবু কৰি পেলালে। কিন্তু গোবিন্দ গাওঁবুঢ়াকে আৰম্ভ কৰি প্ৰজাৰ বহু মুখিয়াল লোকে আকৌ সংগঠন কৰি বহুদিন জুৰি যুদ্ধ চলাই গ'ল। কৃষকৰ গেৰিলাকায়দাৰে আৰু সুবিধা বুজি মুখামুখী আক্ৰমণৰে কেবাবাৰো ৰজাঘৰক তেওঁলোকে পৰাজিত কৰিছিল। কিন্তু কেন্দ্ৰীয় নেতৃত্বৰ অভাৱ, সাংগঠনিক দুৰ্বলতা আৰু ৰজাঘৰৰ ঘেৰাও দমন ( encirclement and annihilation ) অভিযান তথা সন্ত্ৰাসত প্ৰথম প্ৰজা অভ্যুত্থানৰ অন্ত পৰিল।

দ্বিতীয় প্ৰজা অভ্যুত্থান আৰম্ভ হ'ল ১৩বছৰৰ পাছত ১৭৮২ চনত। সৰ্বগ্ৰাসী সন্ত্ৰাসৰ মাজতো প্ৰজাসকলে অত্যাচাৰীক উৎখাত কৰাৰ বাসনা এৰা নাছিল। অতি গোপনে মেল সবাহ আদি পতাৰ জৰিয়তে তেওঁলোকে সংগঠন আৰম্ভ কৰিছিল আৰু এই প্ৰক্ৰিয়াৰ মাজেৰে কেবাজনো নতুন নেতাৰ সৃষ্টি হৈছিল। দেশৰ পৰিৱৰ্তিত পৰিস্থিতিত এওঁলোকৰ সংখ্যা আৰু শক্তি কম হোৱাত এইবাৰৰ অভ্যুত্থানৰ ৰূপো আছিল সুকীয়া। এইবাৰ আগৰদৰে বিশাল প্ৰজা জাগৰণ আৰু সংগঠন গঢ়ি উঠা নাছিল, গোপন সংগঠনবোৰৰ মাজতো নাছিল উপযুক্ত যোগাযোগ আৰু সমন্বয়। সেয়ে এইবাৰৰ প্ৰচেষ্টাত ব্যাপক বাইজৰ সহায়-সহযোগিতা লাভ কৰাটো সম্ভৱ নহ'ল, আৰু প্ৰজাৰ ক্ষমতাদখলৰ প্ৰচেষ্টা গণ-অভ্যুত্থানমুখী নহৈ কূৎচেষ্টাৰূপী হ'ল।

প্ৰজাসকলে বলবাদি ছদ্মবেশেৰে অতৰ্কিতে নগৰ সোমাই ৰাজধানী দখল কৰি লৈছিল যদিও তেওঁলোকে নিজৰ শক্তি সংহত কৰি বিজয়ক ধৰি ৰাখিব নোৱাৰিলে। শাসকশ্ৰেণীৰ হাতত তেওঁলোক পৰাজিত হ'ল। ইয়াৰ পাছতে চলিল প্ৰচণ্ড সন্ত্ৰাস। ৰজাঘৰৰ লেকাৰচিঙা অত্যাচাৰত বহু মানুহ ঘৰবাৰী এৰি কাষৰ পাহাৰ-পৰ্বত আৰু আন ৰাজ্যলৈ পলাই গ'ল। বুৰঞ্জীত আছে, 'দেশে দেশে

পাইক / তাতীয়ে তাতিয়ে পাইকো সৰ্বস্বান্ত হ'ল।' দেশৰ অব্যৱস্থা আদিপৰাৰ উপক্ৰম কৰাত শাসকশ্ৰেণীয়ে নিজেই সন্ত্ৰাস বন্ধ কৰিবলৈ বাধ্য হ'ল। এই অভ্যুত্থানৰ প্ৰচেষ্টাত আমি দেখা পাওঁ যে ব্যাপক গণকাৰ্যকলাপৰে গণ-সমাবেশ আৰু জনসহযোগ গঢ়ি তুলিব নোৱাৰিলে, বাইজৰ উত্তেজনা থাকিলেও অতৰ্কিত ক্ষমতাদখলৰ ফলাফল সদায় ধৰি ৰাখিব পৰা নাযায়।

দ্বিতীয় অভ্যুত্থানৰ প্ৰচণ্ড সন্ত্ৰাস সত্বেও প্ৰজাবিদ্ৰোহৰ ক্ৰম শেষ হোৱা নাছিল। দুটা অভ্যুত্থানৰ পাছত ৰজাঘৰৰ শক্তিও কমি আহিছিল আৰু দেশৰ ব্যাপক অঞ্চল তেওঁলোকৰ নিয়ন্ত্ৰণৰ বাহিৰ হৈ গৈছিল। এতিয়া ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে হৰিহৰ তাতীবোলা এজনৰ নেতৃত্বত আকৌ প্ৰজাবিদ্ৰোহ জাগি উঠিল। এইবাৰো ব্যাপক গণ-সংগঠনৰে পৰ্বতীয়া ডফলা আৰু বড়ো-কছাৰী জনগোষ্ঠীৰ বাইজক ঐক্যবদ্ধ কৰি এক তাণ্ডৱ বাহিনী গঢ়ি তোলা হ'ল। এই বাহিনীয়ে এইবাৰ হৰিহৰ তাতীৰ নেতৃত্বত এখনৰ পাছত এখন যুঁজত ৰজাঘৰীয়া বাহিনীক পৰাজিত কৰি ৰাজধানী ৰংপুৰ অৱৰোধ কৰিলহি।

এইবাৰ যুদ্ধত সত্ৰৰ অধিকাৰসকলেও অংশ লৈছিল। ৰজাঘৰৰ অনুগ্ৰহ প্ৰাপ্ত মাজুলিৰ গড়মূৰ, দক্ষিণপাট, আউনিআটী আৰু দিহিঙৰ সত্ৰাধিকাৰসকলে মানুহ-দুনুহ, সেনা গোটাই ৰজাঘৰৰ পক্ষ লৈছিল। আগতে নিৰপেক্ষ হৈ থকা সত্ৰাধিকাৰসকলেও এইবাৰ খোলাখুলিকৈ নিজৰ শ্ৰেণীভিত্তিত থিয় দিছিলহি। সম্পূৰ্ণ হৈছিল শিবিৰ বিভাজন। ৰজাঘৰীয়া ৰজাঘৰৰ পক্ষত আৰু প্ৰজাঘৰীয়া প্ৰজাশিবিৰত গোট খাইছিল। প্ৰকৃত হৈছিল এইদৰেই দীৰ্ঘস্থায়ী গৃহযুদ্ধ আৰু শ্ৰেণীযুদ্ধৰ পটভূমিকা। নিপীড়িত-শোষিত কৃষক, কাৰিকৰ এহাতে, এহাতে তা-তাতৰীয়া, মহন্তৰ ৰজাঘৰ।

এইবাৰৰ যুঁজৰ গতিগোত্ৰই আছিল সুকীয়া। দুইটা প্ৰধান বিপক্ষ শ্ৰেণীয়েই মৰণপণ সংগ্ৰামত লিপ্ত হৈছিল। গৃহযুদ্ধৰ একাবেকা বাটেৰে, জয়-পৰাজয়ৰ মাজেৰে আগবাঢ়িছিল অসমৰ ইতিহাস। এহাতে হৈছিল প্ৰজাৰ প্ৰেৰণাময় সংগ্ৰাম, আনহাতে আকাল, দুৰ্ভিক্ষ, মাৰিমৰকত জুৰুলা হৈছিল দেশ। যুদ্ধৰ প্ৰচণ্ড গণ্ডগোলৰ মাজত খেতিয়কে বাব পৰা নাছিল হাল, কাৰিকৰসকলৰ উৎপাদন হৈ গৈছিল বন্ধ। গাৱঁৰ পাছত জ্বলিছিল গাওঁ। যেতিয়া গাৱঁলৈ প্ৰজাবাহিনী আহিছে ৰজাঘৰীয়াসকলক বিচাৰি শাস্তি দিছে, আকৌ ঘটনাৰ পাকচক্ৰত পৰি ৰজাঘৰীয়া আহিছে চলিছে অত্যাচাৰ আৰু লুণ্ঠন। প্ৰকৃতিৰ ঐতিহাসিক অনিবাৰ্যতাতেই

ঘটিছে এইবোৰ। এইবাৰ প্ৰজাপক্ষত পুৰুষৰ সহযোগীৰূপে ঘৰৰ বোৱাৰী জীয়ৰীও যুঁজৰ পথাৰত নামিছে। ভাতপাতৰ দেৱাল নেওচি সকলো আহিছিল ৰণলৈ, আৰু বীৰাঙ্গনাসকলক লৈ গাৱঁলীয়া কবিয়ে ৰচনা কৰিছে গীত। এইবোৰো নিপীড়িত খেতিয়ক ৰাইজৰ প্ৰেৰণাময় শ্ৰেণী-সংগ্ৰামৰে ছবি।

প্ৰজাবাহিনীৰ অগ্ৰগতিৰ আগত ৰাজধানী ৰংপুৰৰ আকৌ পতন ঘটিছিল, প্ৰজাবাহিনীৰ প্ৰচণ্ড যুঁজবাগৰেৰে উজনি অসমত ৰজাঘৰীয়া মাটিবোৰ নিশ্চিহ্ন কৰিব-লগীয়া হৈছিল। ৰজা গৌৰীনাথ সিংহ পলাই গৈছিল গুৱাহাটীলৈ আৰু ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে যোৰহাটত কোঠমাৰি প্ৰতিৰোধৰ চেষ্টা কৰিছিল। এয়া ১৭৮৯ চন। সেইসময়লৈ গৃহযুদ্ধৰ ইতিহাসত কোঠমাৰি যুঁজ কৰাটো শাসকশ্ৰেণীৰ এটা নতুন ৰণকৌশল হৈ পৰিছিল। সুৰক্ষিত কোঠৰপৰা তেওঁলোকে কাষৰীয়া অঞ্চলবোৰ নিয়ন্ত্ৰণৰ চেষ্টা কৰিছিল। প্ৰজাবাহিনীয়ে দীৰ্ঘদিন অৱৰোধ কৰি থাকি বা পোনেপোনেই আক্ৰমণ কৰি এই কোঠবোৰ ধ্বংস কৰিবলগীয়া হৈছিল। ফলত গৃহযুদ্ধৰ গতি হৈ পৰিছিল দীঘলীয়া, ৰক্তক্ষয়ী আৰু অনিশ্চিত।

১৭৮৯ চনলৈ জাজী আৰু মোৰণশিবিৰ উজনিলৈ সমগ্ৰ এলেকা প্ৰজাবাহিনীৰ দখললৈ গুচি গৈছিল আৰু এই এলেকাত তেওঁলোকে কেবাজনো ৰজা পাতিছিল। হৰিহৰ তাঁতী বা যোগেন্দ্ৰ, ভৰথী বা ভৰত সিংহ আৰু বেংমৰাত সৰ্ব্বানন্দ সিংহ ৰজা হৈছিল, আৰু এটা যুদ্ধকালীন প্ৰশাসন বিভিন্ন ঠাইত গঢ়ি তোলা হৈছিল। এই প্ৰশাসনে আকৌ এবাৰ ভগা বিষয়া আৰু ৰয়তু চৰ্দাৰহঁতে কোঠমাৰি গাওঁভুইত ডকাইতি কৰি-ফুৰা কামৰ বিৰুদ্ধে বাৰে বাৰে অভিযান চলাবলগীয়া হৈছিল। নতুন নেতাসকলে গৃহযুদ্ধ-শ্ৰেণীযুদ্ধৰ সেই পৰিস্থিতিত অস্ত্ৰবলেৰেহে প্ৰশাসনিক পুনৰ-গঠন আৰু শৃংখলা ৰক্ষা কৰিবলগীয়া হৈছিল।

যোৰহাটৰ কোঠত অৱৰুদ্ধ ৰজাঘৰীয়াই অৱশেষত পৰিত্ৰাণৰ বাবে বিদেশী সাহায্য বিচাৰিলে। প্ৰথমবাৰ গোৱালপাৰাৰ ইংৰাজ বেপাৰী ডেনিয়েল ৰৌশৰ সহায়ত এদল ভাৰাতীয়া বৰকন্দাজ গোটোৱা হ'ল। এইদল সেনাক প্ৰজাবাহিনীয়ে প্ৰথম যুদ্ধতে বেয়াকৈ পৰাস্ত কৰিলে। মণিপুৰৰপৰা অনোৱা সেনাবো একে পৰিণতিয়েই হ'ল। এই সময়লৈ দেশৰ চাৰিওফালে বিদ্ৰোহ দেখা দিছিল। দৰঙত কৃষ্ণনাৰায়ণ, কামৰূপত তেওঁৰ সহযোগত বহু চৌধাৰীয়ে, আৰু নগাঁৱো প্ৰজাই ৰজাঘৰীয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। অৱশেষত শাসকশ্ৰেণীয়ে বৃটিছ কোম্পানীৰ সহায় ভিক্ষা কৰিলে। সাম্ৰাজ্যবাদী বৃটিছে এই সুযোগতে ঔপনিবেশিক স্বাৰ্থ

ৰহণোৱাৰ চেষ্টাতে কম্পেনী এলেকাৰপৰা ৰকান্দাজ লৈ সমৱেত কৰা উপজ্ঞৰ সৈন্যৰ অজুহাত লৈ অসম সোমাল। সেয়া ১৭৯২ চনৰ, চেপ্তেম্বৰ মাহৰ ১৭ তাৰিখ। সেইদিনা কেপ্টেন ৱেলছে ছয়কম্পেনী ছিপাহী লৈ অসম সোমালহি। বৃটিছ সেনাৰ সহায়ত শাসকশ্ৰেণীয়ে ৰংপুৰলৈকে ৰাজ্য পুনৰ উদ্ধাৰ কৰিব পাৰিলে যদিও বৃটিছ সেনা যোৱাৰ পাছতে তেওঁলোকে আকৌ যোৰহাটলৈ ৰাজধানী তুলি আনিলে। ইয়াৰ পাছত তেওঁলোকে লাহে লাহে ৰংপুৰৰ ভৰতসিংহ ৰজাক পৰাস্ত কৰিলে যদিও বুঢ়াগোহাঁয়ে সৰ্বানন্দ সিংহৰ পুতেক মজিয়ৰ বৰসেনাপতিৰ লগত চুক্তি কৰি বুঢ়িদিহিঙৰ উত্তৰনিখণ্ড এৰি দিব লগা হ'ল।

১৭৬৯ ৰপৰা ১৮০৬ চনলৈ সুদীৰ্ঘ ৩৭ বছৰ জুৰি চলা মোৱামৰীয়া গণ-অভ্যুত্থান অৱশেষত অন্ত পৰিল। ইয়াৰ ফলশ্ৰুতিত অভ্যুত্থানী প্ৰজাৰ একাংশৰ হাতত ৰ'লগৈ দিহিঙৰ উত্তৰনিৰ অংশটো। কিন্তু অভ্যুত্থানৰ তাৎপৰ্য ইয়াতেই সীমাবদ্ধ নহয়, ই আৰু ব্যাপক। এই ৰক্তক্ষয়ী গৃহযুদ্ধত আহোম ৰাজ্যৰ অৰ্থনৈতিক ভিত্তি পাইক ব্যৱস্থাৰ প্ৰত্যক্ষ শ্ৰমশোষণ ব্যৱস্থাৰ জোৰা ভাঙি পৰিল। শাসকশ্ৰেণীয়ে ইয়াক পুনৰ প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। কিছু সংস্কাৰ সাধনৰে ইয়াক পুনৰ চালু কৰিব খোজা চেষ্টাবোৰো বিফল হ'ল। খেলবোৰ ৰূপান্তৰিত হ'ল আনুষ্ঠানিক পৰম্পৰালৈ। পাইক প্ৰথা থকা সামন্ততান্ত্ৰিক স্তৰৰ গৰাখহনীয়াৰ মাজেৰে উন্নত সামন্ততন্ত্ৰ সৃষ্টিৰ বাটবোৰ মুকলি হবলৈ ধৰিলে। শ্ৰমশোষণৰ পৰিৱৰ্তে খাজনা শোষণ, নগদ অৰ্থনীতি, শাসকশ্ৰেণীৰ দ্বাৰা বেতনভুক্ত সেনাবাহিনীৰ সৃষ্টি আদি কামবোৰ এই দিশলৈকে সূচায়। পাইক প্ৰথা ৰাখি আছিল যদিও, অৰ্থনীতিৰ বিকাশমান দিশ হৈ পৰিছিল উৎপন্নৰ একাংশ খাজনা হিচাবে শোষণ কৰাতো, সৰ্বানন্দসিংহৰ এলেকাতো এই ব্যৱস্থাই গঢ়ি উঠিছিল। কিন্তু গৃহযুদ্ধ, শ্ৰেণীযুদ্ধই অসমৰ জেতে-ভিতা সাৰুৱা মাটিত এখন উন্নত সমাজৰ বীজবোৰ সম্ভাৱনাৰ দুৱাৰ মুকলি কৰিছিল, প্ৰথমে সাম্ৰাজ্যবাদী বৃটিছ, তাৰপাছত মান আৰু আকৌ বৃটিছৰ হস্তক্ষেপে এই আটাইবোৰ ধ্বংস কৰি পেলালে।

এই কথা আমি মনত ৰাখিব লাগিব যে এটা শ্ৰেণী হিচাবে কৃষকসকলে নিজে এখন নতুন সমাজ সৃষ্টিৰ নেতৃত্ব দিব নোৱাৰে। যিহেতু অসমত সেই সময়ত কোনো কাৰিকৰ আৰু বণিকশ্ৰেণী শক্তিশালী হৈ উঠা নাছিল, গতিকে এনে নেতৃত্বৰ সম্ভাৱনাও নাছিল। অভ্যুত্থানত হবিবৰে তাতী আদি দুই-এজন কাৰিকৰ শ্ৰেণীৰ লোকৰ নাম পোৱা যায়: [illegible]

নাছিল। এনে পৰিৱেশত সমাজ বিকাশৰ ঐতিহাসিক নিয়মমতেই পাইক প্ৰথাৰ শ্ৰম-শোষণৰ বিৰুদ্ধে নিপীড়িত কৃষকশ্ৰেণীয়ে সশস্ত্ৰ অভ্যুত্থানেৰে শ্ৰম-শোষণৰ ওপৰত নিৰ্ভৰশীল পুৰণা শাসকশ্ৰেণীক উৎখাত কৰিবলৈ চেষ্টা কৰিছিল। নিজৰ নেতাৰে প্ৰতিষ্ঠা কৰিছিল ৰাজবংশ। এই প্ৰক্ৰিয়াত পুৰণা সমাজৰ ভেটি খহি এনে এক সমাজৰ সম্ভাৱনা মুকলি হৈছিল, য'ত থাকিলহেঁতেন শ্ৰমৰ পৰিৱৰ্তে খাজনা-শোষণ, পাইক প্ৰথাৰ দাসত্ব বান্ধোনৰ বিপৰীতে মুক্ত ক্ষুদ্ৰ খেতিয়কৰ বহু বেছি সামাজিক আৰু অৰ্থনৈতিক স্বাধীনতা। স্বৈৰতান্ত্ৰিক সামন্ততন্ত্ৰৰ ধ্বংসৰ মাজেৰে অভ্যুত্থানৰ জৰিয়তে আৰম্ভ হৈছিল এখন উন্নততৰ সামন্তসমাজৰ জন্মৰ প্ৰক্ৰিয়া, যি সমাজত খেতিয়ক প্ৰজাৰ সামাজিক আৰু বৈষয়িক উন্নতিৰ লগতে বেহা-বেপাৰ, শিল্প-কাৰখানা আদিৰ লগত জড়িত বণিক আৰু কাৰিকৰ বৃত্তিয়াল শ্ৰেণীৰো বিকাশৰ বাট মুকলি হ'লহেঁতেন। কিন্তু সাম্ৰাজ্যবাদী হস্তক্ষেপত এই সম্ভাৱনা কলিতে মৰহি গ'ল। সেয়া এক দুখীয়া অধ্যায়।

সামৰিক দিশৰপৰা বিচাৰ কৰিলে দেখা যায় প্ৰজাবাহিনী মূলতে গঢ়ি উঠিছিল খেতিয়ক, বৃত্তিয়াল আৰু জনজাতীয় কৃষিজীৱি লোকৰ স্বেচ্ছাকৃত যোগদানৰ জৰিয়তে। মোৱামৰীয়া সত্ৰৰ শিষ্য আৰু মটক সম্প্ৰদায়, বিশেষকৈ মৰাণ গোষ্ঠীৰ দুৰ্দ্ধৰ্ষ যোদ্ধাসকল ইয়াৰ কেন্দ্ৰস্বৰূপ আছিল যদিও অভ্যুত্থানৰ প্ৰচণ্ড বিপ্লৱী জোঁৱাৰৰ সময়ত সকলো জাতিৰ বিভিন্ন মতাৱলম্বী সাধাৰণ নিষ্পেষিত প্ৰজাই ইয়াত চামিল হৈছিল। নিয়মীয়া সেনানায়কসকলৰ কোনো ব্যৱস্থা নথকাত বিপ্লৱী জোঁৱাৰৰ সময়ত যেনেদৰে প্ৰজাবাহিনীৰ শক্তি বাঢ়ি আহিছিল, কিন্তু বিপৰ্যয় আৰু তুলনামূলক শান্ত সময়ত এই শক্তি কমি গৈছিল। এনে সেনাবাহিনীৰ শৃংখলাও আছিল লোলোক-চোলোক।

এনে সেনাৰেই প্ৰজাবাহিনীয়ে গেৰিলা আৰু চিৰাচৰিত কায়দাৰ চমকপ্ৰদ যুদ্ধ প্ৰদৰ্শন কৰিছিল। কিন্তু এটা দৃঢ় সামৰিক আৰু ৰাজনৈতিক নেতৃত্বকাৰী শক্তি গঢ়ি উঠাত সদায়েই পৰিকল্পিত যুদ্ধ হৈছিল বুলি কব নোৱাৰি। নেতৃত্বৰ মনোমালিন্যইয়ো শক্তি হ্ৰাস কৰিছিল।

এই সমগ্ৰ দিশ সামৰিলৈও এই কথা স্পষ্ট হৈ পৰে যে অসমৰ দৰিদ্ৰ নিপীড়িত কৃষকশ্ৰেণীৰ এই ৰণজয়ী অভ্যুত্থানৰ কাহিনী সকলো সময়ৰ মানুহৰ বাবে অফুৰন্ত অনুপ্ৰেৰণা আৰু বিস্ময়ৰ উৎস। অসমৰ শতাব্দৰ বাহিৰৰ এই দীৰ্ঘস্থায়ী শ্ৰেণী-সংগ্ৰাম অসমৰ ইতিহাসৰ গৌৰৱময় অধ্যায়বোৰৰ অন্যতম।

যদি মোৱামৰীয়া গণ-অভ্যুত্থানক শ্ৰেণীসংগ্ৰাম বোলা হয়, তেনেহলে স্বাভাৱিকতেই প্ৰশ্ন উঠিব পাৰে যে অভ্যুত্থানী প্ৰজাৰ অৰ্থ নৈতিক কাৰ্যসূচী আৰু দাবী কি আছিল, শ্লোগানেই বা আছিল কি? এই বিষয়েতো বুৰঞ্জী আৰু তথ্যপাতি নিমাত। এই গুৰুত্বপূৰ্ণ প্ৰশ্নটো বিবেচনাৰ ক্ষেত্ৰত আমি এটা কথা চাব লাগিব। আমি দেখা পাওঁ যে অভ্যুত্থানী প্ৰজাৰ কেৱলমাত্ৰ সংস্কাৰৰ বাবে অস্ত্ৰ লোৱা নাছিল। বৰঞ্চ তেওঁলোকে বাৰে বাৰে শাসকশ্ৰেণীক উৎখাত কৰি নিজাৰবীয়াকৈ ৰজামন্ত্ৰী পাতি প্ৰশাসন গঢ়ি তুলিছিল। আনকি মোৱামৰীয়া মহন্তই কেৱল কীৰ্তিচন্দ্ৰ বৰবৰুৱাক আঁতৰাই নিজৰ মানুহ এজনক বৰবৰুৱা পাতি কি অংগীসংস্কাৰৰ পৰামৰ্শ দিছিল, তাকো প্ৰজায় মনা নাছিল। প্ৰজাবাহিনীয়ে প্ৰতিবাৰেই পোনপটীয়াকৈ ৰাজ্যৰ ৰাজনৈতিক ক্ষমতা দখল কৰাৰ চেষ্টা কৰিছিল, আৰু সেয়েহে এই জাগৰণক আমি অভ্যুত্থান Insurrection বুলি কওঁ, ই এক নিছক অৰ্থ নৈতিক সংস্কাৰ আন্দোলন নহয়। এনে জাগৰণত সেয়ে অৰ্থনৈতিক প্ৰশ্নবোৰ, কাৰ্যসূচী, সংস্কাৰৰ পৰিকল্পনা সকলো লুকাই পৰে আৰু ক্ষমতাদখলৰ ৰাজনৈতিক প্ৰশ্নটোৱে আটাইতকৈ প্ৰাধান্য লাভ কৰে। অৰ্থনৈতিক শোষণ নিৰ্যাতনে শ্ৰেণীসংগ্ৰামৰ এনে গণ-অভ্যুত্থানবোৰ যেতিয়া জন্ম দিয়ে, তেতিয়া তাত ৰাজনৈতিক ক্ষমতা দখল হয় প্ৰধান কাম। আৰু ক্ষমতাদখলৰ পাছত প্ৰশাসন গঢ়ি তুলিহে আকৌ অৰ্থনৈতিক সংস্কাৰৰ কাম আৰম্ভ হয়। সেয়ে অভ্যুত্থানৰ যুদ্ধকালিন ইতিহাসত তাৎকালিক অৰ্থ নৈতিক দাবী নাথাকিলেই ইয়াক শ্ৰেণী-সংগ্ৰাম নহয় বুলি কোৱাৰ যুক্তি ঐতিহাসিকভাৱেই নাখাটে। আমি জানি যে ক্ষমতা দখলৰ পাছত মটক ৰাজ্যত অৰ্থ নৈতিক পুনৰ্গঠনৰ লগতে ভাগিপৰা পাইক ব্যৱস্থাৰ ঠাইত এক-তৃতীয়াংশ উৎপন্নৰ খাজনা হিচাবে লোৱাৰ এক সংস্কাৰমুখী কাৰ্যসূচি গঢ়ি উঠিছিল। পৰিস্থিতিৰ বাবেই ই হয়তো প্ৰাধান্য লাভ কৰিব পৰা নাছিল।

যি নহওঁক, অসমৰ ব্যাপক শোষিত নিৰ্যাতিত সংখ্যাগৰিষ্ঠ খেতিয়ক প্ৰজাৰ এই ব্যাপক গণ-অভ্যুত্থানক আমি অসমৰ ইতিহাসৰ শ্ৰেণীসংগ্ৰামৰ পৰম্পৰাৰে এক গৌৰৱময় অধ্যায় বুলি আজি বিবেচনা কৰিব লাগিব।

---

# অসমৰ জনজাতি প্ৰসঙ্গ ঃ

## আমাৰ জনজাতীয় ঐতিহ্য

অসমৰ সমাজখনৰ মূল ভিত্তিভূমি প্ৰকৃত হৈছে আজি অসমৰ খিলঞ্জীয়া জনজাতি বুলি চিহ্নিত লোকসকলক লৈয়েই। তেওঁলোকৰ ওপৰতেই নিৰ্ভৰ কৰি গঢ়ি উঠিছে অসমীয়া সভ্যতা, সমাজ, জাতি আৰু ভাষা। অসমলৈ ইতিহাসৰ বিভিন্ন সময়ত চামে চামে বহু মানুহৰ প্ৰব্ৰজন ঘটিছে, এই সকলোবোৰেই আহি ইয়াত প্ৰথমে লগ পাইছেহি জনজাতিসকলক। এওঁলোকেই অসমৰ আদিবাসী। কাৰবিসকলকে ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰব্ৰজন কৰা প্ৰথম জনগোষ্ঠী বুলি বহু নৃতাত্ত্বিক আৰু ঐতিহাসিকে কব খোজে। বিষ্ণুৰাভাই এওঁলোকক সেয়ে অসমৰ আবিষ্কৰ্তা কলম্বাচ আখ্যা দিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কাৰবীয়া পাহাৰ আৰু বুকুৰ জয়াৰ অৰণ্যৰ মাজত এওঁলোকেই কলং, কপিলি, কিলিঙৰ পাৰত ধানগছ আৱিষ্কাৰ কৰি প্ৰথম জনপদৰ সূত্ৰপাত কৰিলে বুলি কোৱা হয়। এই জনগোষ্ঠীটোৰে মধ্য অসমৰ তৈয়াম আৰু পাহাৰ কাৰবীয়া ঠাইবোৰত ইতিহাসৰ বিভিন্ন সময়ত বহুকেইখন প্ৰখ্যাত জনজাতীয় ৰাজ্য প্ৰতিষ্ঠা কৰিছিল বুলি ধাৰণা হয়। কাৰবি-সকলৰ প্ৰব্ৰজনৰ সমসাময়িক প্ৰব্ৰজনকাৰী হয়তো আছিল অসমৰ বৃহৎ বড়ো-কছাৰী জনগোষ্ঠীৰ বিভিন্ন ঠাল। বিস্তীৰ্ণ ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন ঠাইত এওঁলোকে জনপদ গঢ়ি তুলিছিল আৰু সময়ত এই জনপদবোৰৰ মাজৰপৰা একো একোখন ৰাজ্যও গঢ়ি উঠিছিল। আজিৰ অসমীয়া জাতিৰ ৰাজহাড়স্বৰূপ নিৰ্মাণ কৰাত এই জাতি-গোষ্ঠীৰ অৱদানেই আটাইতকৈ বেছি বুলি কব লাগিব। সমাজ, আদিম সামূহিক জনজাতীয় অৰ্থনীতিৰ স্তৰৰপৰা ক্ৰমে শ্ৰেণীবিভক্ত সমাজৰ ফালে আগবঢ়াৰ সময়তেই পশ্চিমৰপৰা ক্ৰমে আৰ্যভাষা আৰু হিন্দুধৰ্মৰ সোঁত এই এলেকাত সোমাই শাসকশ্ৰেণীবোৰৰ মাজত বিয়পি পৰে বুলি অনুমান হয়। তাৰপাছত হয়তো বহু শতিকা ধৰি এই জনজাতীয় সমাজখনৰ আৰ্যীকৰণ আৰু হিন্দুকৃৎ কৰাৰ প্ৰক্ৰিয়া চলি আছিল। ব্ৰাহ্মণ পণ্ডিত, পুৰোহিত, কায়স্থ পণ্ডিত, কাকতি আৰু বোঁৱাসকল লাহে লাহে আৰ্যাৱৰ্তৰপৰা আহি ইয়াত সোমোৱা আৰু স্থানীয় শাসকশ্ৰেণীক হিন্দুধৰ্ম আৰু আৰ্যভাষাৰ প্ৰতি আকৃষ্ট কৰা কাৰণে ভৱিষ্যতে জনজাতীয় সমাজখনৰ মাজৰপৰা

এটা চামক ঐতিহাসিকভাৱেই পৃথক কৰি পেলোৱাৰ প্ৰক্ৰিয়া এটা আৰম্ভ হৈছিল। কুমাৰ ভাস্কৰ বৰ্মাৰ ৰাজত্বকালত অহা চীনা পৰিব্ৰাজক হিৱেন চাঙে সেয়ে মন্তব্য কৰি গ'ল যে ৰাজপৰিয়াল আৰু শাসকসকল হিন্দু হ'লেও প্ৰজাসকল দক্ষিণ চীনৰ অধিবাসীসকলৰ দৰে। পুৰাণ মহাভাৰতৰ অতীত যুগৰপৰা সমন্বয়-একাকৰণ শক্তিকালৈকে চলি আছিল এনে প্ৰক্ৰিয়া। হয়তো আৰু কেবাশ বছৰ পাছলৈকো ইয়াৰ গতি প্ৰবাহিত আছিল। লাহে লাহে স্থায়ী কৃষিকাৰ্য আৰু সামন্তসমাজ গঢ়ি উঠাৰ লগে লগে এই প্ৰক্ৰিয়া আৰু ত্বৰান্বিত হৈ পৰিল। জনজাতিৰ প্ৰধান সমাজখন, বিশেষকৈ বড়ো-কছাৰী জনগোষ্ঠীৰ বিভিন্ন ঠালৰ লোক সাধাৰণ অসমীয়া খেতিয়কলৈ ৰূপান্তৰিত হ'ল। এই প্ৰক্ৰিয়াটোৰ আভাষ আৰু ইয়াত আহোম, ভূঞাসকলকে ধৰি বিভিন্ন গোষ্ঠীৰ অৱদানৰ কথা অসমত সামন্তত্ত্বৰ বিকাশৰ প্ৰক্ৰিয়া সম্পৰ্কে এই সংকলনত্তে সন্নিবিষ্ট প্ৰবন্ধটোত আলোচনা কৰিবলৈ যত্ন কৰা হৈছে। এনে প্ৰক্ৰিয়াৰ মাজেৰে বড়ো-কছাৰী তথা আন জনজাতীয় গোষ্ঠী আৰু অজনজাতীয় লোকসকলৰ মাজৰপৰাই সন্মিলনৰ মাজেৰে গঢ়ি উঠিল অসমীয়া সমাজখন, অসমীয়া জাতি আৰু ভাষা। এই বড়ো-কছাৰীসকলৰ একাংশই স্থায়ী কৃষিকাৰ্যত লাগি সময়ত এক দিঘলীয়া ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজেৰে অসমৰ বৰ্তমানৰ কোঁচ ৰাজবংশীসকলৰ সমাজখনৰ জন্ম দিলেহি। আজিৰ অসমৰ সমাজ জীৱনৰ লোকাচাৰ, ৰীতি-নীতি, লোকসাহিত্য, কলা-সংস্কৃতি, নৃত্য-গীত, বিবাহ পৰম্পৰা সকলোতে জনজাতীয় প্ৰভাৱ স্পষ্ট। গামোচ', হাচতি, জাপিৰ পৰা অনেক সামাজিক আচাৰ, সমাজত নাৰীৰ সন্মানজনক স্থান, বিয়া বাৰ আদিৰ সকলোভাৱে জীৱনৰ প্ৰতিটো মুহূৰ্ত্তত, প্ৰতিটো কামতে আজি অসমৰ জনজাতীয় সমাজসমূহৰ পৰম্পৰা আৰু ঐতিহ্যৰ স্বাক্ষৰ বহন কৰি আছিছোঁক।

অসমীয়া জাতিগঠনৰ প্ৰক্ৰিয়া, এই জনজাতীয় লোকসকলক ভেটি কৰি বিভিন্ন জন-সম্প্ৰদায়ৰ সন্মিলন আৰু এচিমিলেচনৰ মাজেৰে হৈছিল যদিও নানান ঐতিহাসিক কাৰণত ই সম্পূৰ্ণতা নাপালে। সমাজৰ অতিবিলম্বিত অৰ্থনৈতিক বিকাশ, প্ৰতিকূল যাতায়তহীন প্ৰাকৃতিক পৰিবেশে আনি দিয়া স্থানিক বিচ্ছিন্নতা, গৃহযুদ্ধৰ দৰে ৰাজনৈতিক কাৰণ আৰু সকলোসময়তে আজিৰ সমগ্ৰ অসম জুৰি এক শক্তিশালী কেন্দ্ৰীভূত শাসনব্যৱস্থাৰ অভাৱ আৰু বিভিন্ন সাম্ৰাজ্যবাদী শক্তিৰ হস্তক্ষেপে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া সম্পূৰ্ণ হ'বলৈ নিদিলে। এই নিদিলে বোলা কথাষাৰ এই অৰ্থত ব্যৱহাৰ কৰা হৈছে যে বিবিধ উপাদানৰ সন্মিলন আৰু একীভৱন

বা এচিমিলেচনৰ জৰিয়তে অসমীয়া জাতি গঢ়ি উঠিছিল, অসমীয়া জাতিৰ মাজত এই উপাদানবোৰ সম্পূৰ্ণভাৱে মিলি নগ'ল। বহু অংশ মিলি গ'লেও বহু অংশই আগৰ দৰেই থাকি গ'ল। অসমীয়া জাতিগঠনৰ প্ৰক্ৰিয়াৰ বাহিৰত থাকিযোৱা এই জনজাতীয় গোষ্ঠীসমূহেই আজি অসমৰ সমাজ আৰু ৰাজনীতিত স্বকীয় স্থান আৰু মৰ্যাদা বিচাৰিছে, অস্তিত্বৰক্ষাৰ গেৰাণ্টিৰূপে আত্মনিয়ন্ত্ৰণৰ অধিকাৰলৈকে দাবী কৰিছে।

অসমীয়া জাতিগঠন আৰু অসমৰ সাৰ্বিক জনজীৱনৰ ইমান গুৰুত্বপূৰ্ণ অংশ হোৱা সত্বেও অসমৰ জনজাতীয় সমাজ সকলোকালৰপৰাই উপেক্ষিত হৈ আহিছে। স্বাধীনতাৰ চাৰিটা দশক পাছতো তেওঁলোকৰ সমাজখনৰ বিশেষ উন্নতি হোৱা নাই। অ-জনজাতীয় সমাজখনোৱে বিশেষ আগবাঢ়িছে তেনে নহয়, কিন্তু তুলনামূলক বিচাৰত এওঁলোকতকৈ জনজাতীয়সকল বহু বেছি পিছ পৰি থকাতো সঁচা। শিক্ষা আৰু অৰ্থনৈতিক বিকাশৰ লেহেৰীয়া গতিত জনজাতিসকল স্থবিৰ প্ৰায়। প্ৰকৃততে প্ৰতিটো চৰকাৰৰ দিনতেই এওঁলোক শিক্ষা-দীক্ষা, কৰ্মসংস্থানৰ সা-সুবিধা, আৰু চৰকাৰৰ উন্নয়নমুখী তথা জনস্বাস্থ্যমূলক কাম-কাজৰ ক্ষেত্ৰত সততেই অৱহেলিত হৈ আহিছে। আজিও নিৰক্ষৰতাৰ হাৰ এওঁলোকৰ মাজতেই আটাইতকৈ বেছি। শিশুমৃত্যু, ৰোগব্যাধি, দৰিদ্ৰতা খুব প্ৰকট। ইয়াৰ উপৰিও সামাজিক বৈষম্যমূলক আচৰণ, উপেক্ষা আৰু ভুল বুজাবুজিৰ বিশাল ব্যৱধানটো আছেই। পলমকৈ আৰু কমকৈ হ'লেও শিক্ষাৰ প্ৰসাৰৰ ফলত জনজাতীয় সমাজৰ মাজৰপৰা এটা শিক্ষিত চাম ওলাই আহিছে। আজিৰ সমাজৰ বৈষম্য আৰু অন্যায়-অবিচাৰৰ বিৰুদ্ধে তেওঁলোক সচেতন হৈ উঠিছে আৰু জনজাতীয়সকলৰ নিজস্ব জাতীয় ভাষা, সংস্কৃতি আৰু অস্তিত্বৰক্ষাৰ ক্ষেত্ৰত সৰৱ আৰু সক্ৰিয় আন্দোলনমুখী হৈ পৰিছে। স্বাভাৱিক ঐতিহাসিক কাৰণতেই প্ৰতিষ্ঠিত অসমীয়া সমাজখনৰ প্ৰতিপত্তিশালী আৰু ৰক্ষণশীল শ্ৰেণীটোৰ লগত তেওঁলোকৰ স্বাৰ্থৰ সংঘাট আহি পৰিছে। জনজাতীয়ই হওক, অ-জনজাতীয়ই হওক, সাধাৰণ মানুহৰ মাজত এনে সংঘাট মূলতে নাই, বা থাকিলেও শত্ৰুতামূলক নহয়; কিন্তু, দুইখন সমাজৰ মধ্যবিত্তশ্ৰেণী আৰু ৰাজনৈতিক নেতাসকলৰ মাজৰ সংঘাট তীব্ৰ হৈ আহিছে দিনে দিনে। এচামে নিজৰ স্বাৰ্থ প্ৰতিষ্ঠা কৰিব খোজে, আনচামে ৰক্ষা কৰিব খোজে কায়েমী সা-সুবিধা। সুবিধাবাদী এচাম ৰাজনৈতিক নেতা আৰু দালালে আজি জনজাতীয়সকলৰ আশা-আকাংক্ষাক কামত লগাই নিজৰ ক্ষুদ্ৰ স্বাৰ্থ পূৰণ কৰিব

বিচাৰিছে। ফলত সমাজত অশান্তি আৰু বিভাজনৰ সৃষ্টি হৈছে। এনে নেতা জনজাতীয় সমাজৰ মাজতো কম নহয়, তেওঁলোকেও জনজাতীয় সমাজৰ মাজত শংকা আৰু বিদ্বেষৰ সৃষ্টি কৰিয়েই নিজৰ ৰাজনৈতিক নেতৃত্ব নিৰাপদ কৰি ৰাখিব বিচাৰে। এনে নেতাসকলৰ কাম-কাজৰ ফলতেই নেতৃত্বৰ মাজৰ বিদ্বেষ জনৰ সাধাৰণ ৰাইজৰ মনলৈকো সংক্ৰামিত হৈ সময়ে সময়ে সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হয়গৈ। গহপুৰৰ কথা অসমৰ কোনোৱেই কেতিয়াও পাহৰি যোৱা উচিত নহয়। এই সংঘৰ্ষৰ কথা আৰু তাৰ ৰাজনৈতিক শিক্ষা মনত ৰখাৰ ওপৰতে অসমৰ সকলো জনসাধাৰণৰ মাজত শান্তি সম্প্ৰীতিৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে।

স্বাধীনতাৰ চাৰিটা দশকৰ পাছতো অসমত জনজাতিসকলৰ উপযুক্ত বিকাশ, ৰক্ষণাবেক্ষণ আৰু জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে কোনোধৰণৰ চৰকাৰী নীতি প্ৰস্তুত নহ'ল। বৰঞ্চ নীতি নোহোৱাটোৱেই নীতি হৈ পৰিল। ট্ৰাইবেল ব্লক বেল্ট আদি গঢ়ি তোলাৰ যিবোৰ ব্যৱস্থা প্ৰথমে লোৱা হৈছিল পৰৱৰ্তীকালত সেইবোৰ উপেক্ষা আৰু উলংঘা কৰাটোৱেই নীতি হৈ পৰিল। অৰ্থনৈতিক আৰু সামাজিক-ভাৱে পিছপৰা জনজাতীয় সমাজখনৰ হাজাৰ হাজাৰ লোকে নিজৰ মাটি হেৰুৱালে অসমলৈ বংগৰপৰা প্ৰব্ৰজন কৰা মানুহবোৰৰ ওচৰত। ক্ৰমান্বয়ে তেওঁলোক হাবি-জংগল, সংৰক্ষিত বনাঞ্চলত বেদখলকাৰী হ'বলৈ বাধ্য হ'ল। আজি বনাঞ্চল ৰক্ষাৰ নামত তেওঁলোককেই উচ্ছেদ কৰিবলগীয়া হৈছে। আজি ৪০ বছৰে অসমৰ ৰাজ্যিক চৰকাৰবোৰে যদি আন একো কাম নকৰি জনজাতিসকলৰ বাবে তৈয়াৰ কৰা ট্ৰাইবেল ব্লক বেল্টবোৰকে উপযুক্তভাৱে সংৰক্ষণ কৰিব পাৰিলেহেঁতেন, তেতিয়াহ'লেও অসমৰ জনজাতীয়সকলৰ মাজত স্বকীয় অস্তিত্ব বিপদাপন্ন হোৱা বুলি আজিৰ দৰে তীব্ৰ আশংকাৰ জন্ম নহ'লহেঁতেন। অসমৰ জনসমাজখনৰ মাজত জনজাতীয়সকলৰ ভৱিষ্যতক সুৰক্ষা দিব পৰাকৈ কোনোধৰণৰ নীতি আৰু কাৰ্যব্যৱস্থা নিৰ্ধাৰণ কৰিব নোৱাৰাৰ দোষত অসমৰ অসমীয়া ৰাজ্যিক নেতাসকল, বুদ্ধিজীৱি, সাহিত্যিক, সাংবাদিকসকলেই প্ৰধানকৈ দায়ী। তেওঁলোকৰ নিবুদ্ধিতা আৰু অক্ষমতাৰ বিষময় ফলস্বৰূপে অসমৰ পৰম্পৰাগত সামাজিক ঐক্য আৰু সম্প্ৰীতিত আজি ঘুণে ধৰিছে। ত্ৰিপুৰা, নাগালেণ্ড, মিজোৰামৰ দৰে অসমৰ জনজাতীয়সকলৰ সংগ্ৰামবোৰো সশস্ত্ৰ আৰু হিংসাত্মক হৈ পৰাৰ সম্ভাৱনা আজি প্ৰকট হৈ পৰিছে অথচ আজিও অসমৰ কি ৰাজনৈতিক, কি বৌদ্ধিক নেতাসকলৰ মাজত কোনো চেতনা জাগি উঠা দেখা নাই। তৎকালে অসমৰ এই সামাজিক সমস্যা

সমাধানৰ ব্যৱস্থা ন'লে আমি এক ভয়াবহ দিনৰ কালে আগবাঢ়ি গৈ আছোঁহক। এবাৰ যদি জনজাতিসকলৰ মাজত সশস্ত্ৰ হিংসাত্মক সংগ্ৰামে গা কৰি উঠে, তেনে সেই সংগ্ৰাম পৰিচালিত হ'ব অসম চৰকাৰ আৰু অসমীয়া সমাজৰ বিৰুদ্ধে। সাম্প্ৰদায়িক কটাকটি মৰামৰিত বিষাক্ত হৈ উঠিব জনজীৱন। ত্ৰিপুৰাত হোৱাৰ দৰে এক ৰক্তক্ষয়ী গণ্ডগোলৰ বলি হ'ব গাঁৱৰ সাধাৰণ নিৰপৰাধী জনজাতীয় আৰু অ-জনজাতীয় ৰাইজ। এনে গণ্ডগোল দমন কৰিবলৈ স্বাভাৱিকতেই পুলিচ, চি আৰ পি আৰু সমস্ত সেনাবাহিনীক নিযুক্ত কৰা হ'ব। গাঁৱে গাঁৱে তেতিয়া মাৰপিট, সন্ত্ৰাস আৰু ধৰ্ষণৰ ৰাজত্ব চলিব। গণতান্ত্ৰিক প্ৰক্ৰিয়াবোৰ স্তব্ধ হৈ পৰিব। কেন্দ্ৰীয় চৰকাৰে ৰাজ্যিক চৰকাৰৰ সকলো ক্ষমতা কাঢ়ি লৈ সমগ্ৰ অসমত জৰুৰীকালিন ব্যৱস্থাৰ শাসন আৰম্ভ কৰিব। ৰাষ্ট্ৰীয় আৰু চৰকাৰী হিংসাৰ প্ৰকোপত অসমৰ ডেকা-ল'ৰাৰ কেঁচা তেজেৰে ৰাঙলী হ'ব পথাৰ-সমাৰ, গাওঁ, চহৰ। এনে এক পৰিস্থিতিৰ উদ্ভৱ হোৱাৰ লগে লগে চিৰদিনৰ বাবে একেবাৰে বন্ধ হৈ যাব অসমৰ বিভিন্ন জনসম্প্ৰদায় আৰু জনগোষ্ঠীৰ মাজত সমন্বয় আৰু সম্প্ৰীতিৰ বাট। এনে ভয়াবহ সম্ভাৱনাৰ বিষয়ে ৰাজ্যিক ৰাজনৈতিক নেতাসকল বিশেষ সচেতন হোৱা যেন নালাগে, সতিকে এই ক্ষেত্ৰত সমাজত ঐক্য আৰু সম্প্ৰীতি ৰক্ষা কৰা সাম্প্ৰদায়িকতাৰ বিৰোধীতা কৰা, আৰু সকলো জাতিগোষ্ঠীৰ স্বাভাৱিক ন্যায় প্ৰতিষ্ঠা কৰাৰ কামত প্ৰগতিশীল ব্যক্তি, সংগঠন আৰু ৰাজনৈতিক দলবোৰেই ৰাজপথলৈ ওলাই আহিব লাগিব। এহাতে আৰু উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে আৰু আনহাতে পশ্চাৎগামী পুনৰুত্থানবাদী আদৰ্শৰ বিৰুদ্ধে মতাদৰ্শগত সংগ্ৰাম আৰম্ভ কৰাৰ লগতে পৰিস্থিতি যাতে অধিক বেয়ালৈ নাযায় তাৰবাবে তৎকালিক কিছুমান সংস্কাৰৰ ব্যৱস্থা ল'বলৈ শাসক শক্তিক বাধ্য কৰিব পাৰিব লাগিব। অসমৰ সকলো সাধাৰণ ৰাইজৰ ভাগ্য আৰু ভৱিষ্যৎ ইয়াৰ ওপৰতেই নিৰ্ভৰ কৰিছে।

আমাৰ অসমৰ গৌৰৱময় জনজাতীয় ঐতিহ্যৰ প্ৰসংগ আগত ৰাখিয়েই, আজি জনজাতীয়, অ-জনজাতীয় সকলৰ মাজত দেখা দিয়া অবিশ্বাসৰ কাৰণসমূহ বুজি উঠিবলৈ, জনজাতীয় সমাজখনৰ বিকাশ, বিশেষকৈ জাতীয় চেতনাবোধৰ উন্মেষ, আমাৰ ৰাজ্য আৰু দেশত জনজাতীয় সকলৰ স্বায়ত্তশাসনৰ বাবে দিয়া সাংবিধানিক সুবিধা কিছুমান, আৰু অসমৰ পৰা পাহাৰী জনজাতিসকল এটা এটাকৈ আঁতৰি যোৱাৰ আৰু আজিও বিচ্ছিন্ন হ'ব বিচৰাৰ ৰাজনৈতিক আৰু সামাজিক প্ৰেক্ষাপটৰ এটা আভাস মাত্ৰ এই প্ৰবন্ধৰ পৰৱৰ্তী অংশত দিবলৈ চেষ্টা কৰিম।

# অসমৰ জনজাতীয় সমাজত জাতীয় চেতনাৰ বিকাশ

অসমীয়া জাতি আৰু অসমীয়া ভাষা-সংস্কৃতি গঢ়ি উঠাৰ প্ৰক্ৰিয়াটো লক্ষ্য কৰিলে দেখা যায় যে বিভিন্ন জনগোষ্ঠীৰ সম্মিলন আৰু সমন্বয়ৰ দ্বাৰা এচিমিলেচন বা একীভৱনৰ এক প্ৰক্ৰিয়াৰ মাজেৰেই ঐতিহাসিকভাৱে ই গঢ় লৈ উঠিছে। বিভিন্ন জনসমাজৰ বুকুৰ মাজৰপৰা ই আহৰণ কৰিছে ইয়াৰ প্ৰাণশক্তি আৰু বৈচিত্ৰ্য। এই এচিমিলেচনৰ প্ৰক্ৰিয়াটোত বহুতো জনসমাজ বিলীন হৈ গৈছে, বহুতো জনজাতিৰ এচাম লোক সোমাই পৰিছে চিনিব নোৱাৰা হৈ। আৰু, এইদৰে সকলোৰে উমৈহতীয়া অৱদানেৰে গঢ় লৈছে অসমীয়া জাতি, অসমীয়া সংস্কৃতি। কিন্তু, বহুতো ঐতিহাসিক কাৰণতেই এই প্ৰক্ৰিয়াই সম্পূৰ্ণতা লাভ কৰিব নোৱাৰিলে, মূল স্থিতিটোৰ পৰা বহুতো জনগোষ্ঠী স্বকীয়াকৈ ৰৈ গ'ল। প্ৰক্ৰিয়াটোৰ মাজত তেওঁলোক সম্পূৰ্ণভাৱে লীন নগ'ল। বিভিন্ন সময়ত বাহিৰৰপৰা অহা বহু জনগোষ্ঠীৰ প্ৰব্ৰজনে এই সমস্যাটো কৰি তুলিলেহি আৰু জটিল। আজি কিছুবছৰ আগলৈকে এচিমিলেচনৰ যিটো প্ৰক্ৰিয়া চলি আছিল, অসমৰ কেৱাটাও জনগোষ্ঠীৰ বেলিকা বৰ্তমান এই প্ৰক্ৰিয়া বন্ধ হৈ গৈছে। উদাহৰণস্বৰূপে বড়ো, মিচিং, কাৰ্বি আদি অসমৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহ আজি আৰু অসমীয়াভাষী সমাজখনত লীন নাযায়। ক্ৰমান্বয়ে তেওঁলোক একো একোটা স্বকীয়া জাতিসত্তাৰূপে আত্মপ্ৰতিষ্ঠাৰ দিশত আগবাঢ়িছে। অথচ আজি কিছুবছৰ আগলৈকে বড়ো-কছাৰী জনগোষ্ঠীৰ এক বৃহৎসংখ্যক লোক সম্পূৰ্ণভাৱে এচিমিলেচন প্ৰক্ৰিয়াৰ মাজেৰে অসমীয়াভাষী অসমীয়া হৈ চিনিব নোৱাৰা হৈ গৈছিল। তেওঁলোক আৰু বড়ো জনগোষ্ঠীৰ লোক হৈ থকা নাছিল।

এই এচিমিলেচনৰ প্ৰক্ৰিয়াত সোমাই নপৰা জনজাতীয় লোকসকলৰ মাজত জাতীয় চেতনাৰ বিকাশ আৰু জাতীয় অস্তিত্ব ৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ আকাংক্ষা গঢ়ি উঠাৰ যি এক স্বাভাৱিক প্ৰক্ৰিয়া দেখিবলৈ পোৱা গৈছে, সমাজবিকাশৰ সাধাৰণ নিয়ম অনুসৰিয়েই এনে হোৱাটো কিন্তু অনিবাৰ্য আছিল। যিবোৰ সৰু-সুৰা জনগোষ্ঠীৰ মাজত জাতীয় চেতনাৰ বিকাশ এতিয়াও প্ৰবল হোৱা নাই, তেওঁলোকৰ মাজতো সময়ৰ লগে লগে এনে চেতনাৰ বহুখিনি বিকাশ হ'বলৈ বাধ্য। বিভিন্ন জনজাতিৰ মাজত এনে চেতনাবোধ বিকাশৰ তাৰতম্যতা আছে আৰু থাকিবও, কিন্তু এই জাতীয় চেতনাৰ উন্মেষ ঘটাৰ ঘটনাটো আছিল অসমৰ সমাজ বাস্তৱত এক নতুন আৰু বিকাশমান ধাৰা। আজি আৰু আগৰ দৰে একীভৱনৰ (এচিমিলেচনৰ

মাজেদি বিভিন্ন জনজাতীয় গোষ্ঠী জীন গৈ অসমীয়াভাষী অসমীয়াজাতি গঢ়ি উঠাব দুৱাববোব এখন এখনকৈ বন্ধ হৈ আহিছে। সেয়ে বৰ্তমান পুৰণিকলীয়া ধ্যান-ধাৰণা আৰু প্ৰক্ৰিয়াৰে অসমীয়া জাতিগঠন আৰু সম্ভৱপৰ নহয়। অথচ, অসমৰ সকলো জনগোষ্ঠীক সামৰি লৈ এক বহল, উমৈহতীয়া জাতীয় মানসিকতা আৰু ঐক্যবোধ গঢ়ি তোলাৰ নিতান্তই প্ৰয়োজন আছে। সকলো জনগোষ্ঠীৰেই চিন্তাশীল অংশই এই প্ৰয়োজনীয়তা কমবেছি পৰিমাণে উপলব্ধি কৰে। সেয়ে ইয়াৰ বাবে বাট-বিচৰাৰ সময়ো আজি আহি পৰিছে।

অসমৰ বিভিন্ন জনজাতিসমূহৰ মাজত বিকাশ লাভ কৰা এই জাতীয় চেতনাৰ আৰু আত্মনিয়ন্ত্ৰণৰ আকাঙ্খাৰ আৰম্ভণি ক'ত সেই ইতিহাস আমি আজি বিচাৰ কৰি চোৱাটো প্ৰয়োজন। ভাৰত স্বাধীন হোৱাৰ বহু বছৰৰ আগৰপৰাই জনজাতি-সকলৰ মাজত আত্মনিয়ন্ত্ৰণৰ আকাঙ্খা দেখিবলৈ পোৱা যায়। নাগালেণ্ডত তেতিয়াই শিক্ষিত নাগাসকলৰ সংগঠন নাগা নেচনেল অৰ্গেনাইজেছনে ভাৰতৰপৰা সম্পূৰ্ণ স্বাধীনতাৰ দাবী কৰিছিল। স্বাধীন ভাৰতত অসম প্ৰদেশৰ ভিতৰত জিলা-পৰ্যায়ৰ স্বায়ত্তশাসন ব্যৱস্থা তেওঁলোকে তেতিয়াই প্ৰত্যাখ্যান কৰিছিল। স্বাধীনতাৰ আগতেই মিজোসকলৰ সংগঠন মিজো ইউনিয়নে ভাৰতৰ লগত থাকিবলৈ সিদ্ধান্ত লৈ অসম ৰাজ্যৰ ভিতৰত জিলাপৰ্যায়ৰ স্বায়ত্তশাসন দাবী কৰিছিল। একেদৰেই ১৯৪৬ চনতে কাৰবি নেতাসকলেও অসমৰ ভিতৰত জিলাপৰ্যায়ৰ স্বায়ত্তশাসন বিচাৰিছিল। খাচী জয়ন্তীয়া পাহাৰতো এনে ধৰণৰ স্বায়ত্তশাসন ব্যৱস্থাৰ লগতে অসমৰ মন্ত্ৰীসভা আৰু চৰকাৰত জনজাতিসকলৰ অধিক প্ৰতিনিধিত্ব আৰু ক্ষমতা বিচাৰি জনমত গঢ়ি উঠিছিল। তেতিয়াৰ অসমৰ এই মূল জনজাতি কেইটাৰ তুলনাত ভৈয়ামৰ জনজাতিসকলৰ মাজত এনে দাবী অপেক্ষাকৃতভাৱে পিছত উত্থাপিত হৈছে যদিও স্বাধীনতাৰ সময়ত অসমৰ প্ৰায় কেইটা প্ৰধান জনগোষ্ঠীৰ শিক্ষিত আগৰণুৱা লোকসকলৰ মনত নিজৰ নিজৰ জাতিৰ স্বকীয়তা ৰক্ষা, সাংস্কৃতিক সংৰক্ষণ আৰু লগতে সময়ে স্বায়ত্তশাসনৰ অধিকাৰ বিচৰাৰ জৰিয়তে আত্মনিয়ন্ত্ৰণৰ আকাঙ্খা কম-বেছি পৰিমাণে দেখিবলৈ পোৱা যায়।

জনজাতীয়সকলৰ মাজত আধুনিক শিক্ষাৰ বিস্তাৰ আৰু বৃটিছ ঔপনিবেশিক শাসন যন্ত্ৰত চাকৰি আদি কৰাৰ জৰিয়তে গঢ়ি উঠা নতুন মধ্যবিত্ত শ্ৰেণীটোৰ অভ্যুদয়ৰ লগে লগেই আধুনিক অৰ্থত আত্মনিয়ন্ত্ৰণৰ আকাঙ্খাৰ জন্ম হোৱা বুলি কব পাৰি। আধুনিক অৰ্থত এইবাবেই কোৱা হৈছে যে অসমৰ প্ৰতিটো জনগোষ্ঠী, বিশেষকৈ

পাহাৰৰ জনজাতিসকলে অতীজৰেপৰাই পাৰম্পৰিকভাৱে এক অৰ্থ নৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক স্বাতন্ত্ৰ বজায় আহিছে। আহোম ৰাজত্বকাল আৰু পিছৰ বৃটিছৰ দিনতো শাসকসকলে তেওঁলোকৰ জনজাতীয় নীতি-নিয়ম আৰু সমাজ গাঠনিত কোনো প্ৰত্যক্ষ হস্তক্ষেপ কৰা নাছিল। শিক্ষাৰ বিস্তাৰ আৰু চাকৰিজীৱি মধ্যবিত্ত শ্ৰেণীৰ উপাদান সৃষ্টি নোহোৱা হ'লেও জনজাতীয়সকলে স্বাধীনতাৰ পাছতো আগৰ-দৰেই নিজৰ ৰীতি-নীতি আৰু স্বাতন্ত্ৰ বজায় ৰাখিবলৈ চেষ্টা কৰিলেছেঁতেন। কিন্তু, শিক্ষিত লোকসকলৰ উদ্ভৱৰ ফলত, এওঁলোকে দেশৰ পৰিৱৰ্তিত পৰিস্থিতিত, সময়ৰ লগত খোজমিলাই নিজৰ নিজৰ জাতিটোক আগবঢ়াই নিবৰ বাবে, জিলা, প্ৰদেশ আদি বিভিন্ন পৰ্যায়ত স্বায়ত্তশাসনৰ আধুনিক ব্যৱস্থা গঢ়ি তোলাৰ ক্ষালে নেতৃত্ব দিবলৈ আগবাঢ়িল। বৃটিছ উপনিবেশিক শাসনৰ বিৰুদ্ধে সমগ্ৰ ভাৰত জুৰি গঢ়ি উঠা ভাৰতীয় জাতীয়তাবাদী আৰু স্বাধীনতা আন্দোলনৰ আদৰ্শ আৰু চিন্তা-ধাৰায়ো এওঁলোকক অনুপ্ৰাণিত কৰিলে। স্বাধীনতাৰ আজি চাৰিটা দশক পাছতো অসমৰ বিভিন্ন জনজাতিসকলৰ অস্তিত্বৰক্ষা আৰু স্বাতন্ত্ৰতাৰ আন্দোলনৰ ভৰি ধৰিছে শিক্ষিত যুৱকসমাজেই।

বৃটিছৰ দিনৰ পৰা আধুনিক শিক্ষাৰ বিস্তাৰৰ লগে লগে বহল অসমীয়া সমাজখনৰ লগতে জনজাতীয়সকলৰ মাজতো ক্ৰমান্বয়ে শিক্ষিত লোকৰ সংখ্যা বাঢ়ি আহিল। লাহে লাহে প্ৰতিখন সমাজতে চাকৰিয়াল, শিক্ষক আৰু ছাত্ৰৰ সংখ্যাও বাঢ়িল জনজাতীয় সমাজত খৃষ্টান মিচনেৰীৰ লাহে লাহে ঠলুৱা ধৰ্ম প্ৰচাৰকৰো আবিৰ্ভাৱ ঘটিল। ভৈয়ামৰ অসমীয়া সমাজখনত এনে খৃষ্টান ধৰ্মপ্ৰচাৰকসকলৰ সামাজিক ভূমিকা, সাহিত্য, সংস্কৃতিৰ দিশতে মূলতে সীমাবদ্ধ হৈ থাকিল যদিও পাহৰৰা জন-জাতীয় সমাজখনত এওঁলোকৰ ভূমিকা আৰু বেছি ব্যাপক হৈ পৰিল। একেধাৰে সমাজৰ ধৰ্মপ্ৰচাৰক, গীৰ্জা পৰিচালক, শিক্ষক, স্বাস্থ্যকৰ্মী আৰু সন্মানিত শিক্ষিত ব্যক্তি হৈ পৰা বাবে এওঁলোক সমাজৰ নেতৃত্বকাৰী ভূমিকালৈ আহি পৰিল। খাচী-সকলৰ বৰেণ্য নেতা বেতাৰেও নিকলচ ৰয় এনে শ্ৰেণীৰ নেতাৰ উদাহৰণ। এনেদৰে এহাতে গীৰ্জাৰ জৰিয়তে আৰু আনহাতে উপনিবেশিক প্ৰশাসনৰ চাকৰি-বাকৰিৰ জৰিয়তে প্ৰচলিত সমাজ ব্যৱস্থাৰ মাজতেই জনজাতীয় সমাজৰ বুকুত লাহে লাহে গঢ় উঠিল এটা শিক্ষিত আৰু মধ্যবিত্ত শ্ৰেণী; লগতে আচাৰৰ জনজাতীয় নোজাৰাৰ আদিৰ ঘৰৰপৰা পঢ়াশুনা কৰি ওলাই অহা যুৱকসকলো এই শ্ৰেণীটোৰ অংশীদাৰ হৈ উঠিল। আৰু এই শ্ৰেণীটোৱেই অসমৰ বিভিন্ন জনজাতীয় সমাজত

জাতীয় চেতনা গঢ়ি তোলা আৰু বিকশিত কৰাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিলে। নতুন নতুন চিন্তাধাৰা আৰু ধ্যান-ধাৰণা এওঁলোকে নিজ নিজ জনগোষ্ঠীৰ মাজলৈ কঢ়িয়াই আনিলে। যিবোৰ জনগোষ্ঠীৰ মাজত এই শ্ৰেণীটো ভালদৰে গঢ়ি উঠিল, সেইবোৰ জনগোষ্ঠীৰ মাজত সাংস্কৃতিক দিশত আধুনিক ৰূপটোৰ চৰ্চা আৰম্ভ হ'ল, গীত, মাত, নাটক আদিত লোক ৰূপটোৰ উপৰিও দুৰ্বলভাৱে হ'লেও আধুনিক ৰূপটোৱে আত্মপ্ৰকাশ কৰিলে। পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰা খৃষ্টান জনজাতীয় সমাজখনত এনেদৰে জাতীয় সংস্কৃতিৰ চৰ্চা দুৰ্বল হ'লেও অনা-খৃষ্টান জনজাতিসকলৰ মাজত এই দিশটোত ন ন কাম-কাজ ক্ৰমান্বয়ে হবলৈ ধৰিলে। এই শ্ৰেণীটোৰ জন্মৰ প্ৰথমছোৱা কালত, বিশেষকৈ অসমৰ ভৈয়ামৰ জনজাতিসকলৰ মাজত, যিসকল এনে লোক ওলাই আহিছিল, তেওঁলোক কিন্তু বহল অসমীয়াভাষী সমাজখনৰেই অংশীদাৰ হৈ পৰিছিল। নিজৰ জনজাতীয় সমাজ মূলৰপৰা আঁতৰিহে আহিছিল। কিন্তু, সংখ্যাও বাঢ়ি অহাৰ লগে লগে এই শ্ৰেণীটোৱে সীমিত চাকৰি-বাকৰি, অৰ্থনৈতিক সা-সুবিধা আৰু জীৱিকাৰ ক্ষেত্ৰত সমাজত নানা তৰহৰ প্ৰতিযোগীতাৰ সন্মুখীন হ'ব লগা হ'ল। প্ৰচলিত সমাজত অৰ্থনৈতিক বিকাশৰ বাট এওঁলোকে বহুক্ষেত্ৰত বন্ধ পালে, ইয়াৰ উপৰি প্ৰাচীনকলীয়া সামাজিক ভেদাভেদ আৰু বৈষম্যবো এওঁলোক বলি হ'ল। অসমৰ বৰ্ণহিন্দুসকলৰ উচাত্মিকতাবোধ, বিভেদমূলক আচৰণ আৰু জাতপাতৰ বহল অসমীয়াভাষী সমাজখনৰপৰা লাহে লাহে এওঁলোকক বিকৰ্ষণ কৰিবলৈ ধৰিলে। ৰক্ষণশীল নামনি অসমত উজনিতকৈ এই ঘটনা ঘটিল বেছিকৈ। এইবোৰ কাৰণতেই লাহে লাহে, একপ্ৰকাৰ অৱহেলা তথা অৱজ্ঞাৰ পৰিৱেশত জনজাতিসকলৰ মাজত দেখা দিয়া অৰ্থনৈতিক আৰু সামাজিক প্ৰশ্নবোৰে ৰাজনৈতিক ৰূপ পাবলৈ ধৰিলে। শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৱে স্বাভাৱিকতেই বিচাৰিলে ৰাজনৈতিক ক্ষমতাৰ অংশ। কিন্তু ৰাজনৈতিক ক্ষমতাৰো কাৰ্যকৰীভাৱে ভাগ পাবলৈ যেতিয়া তেওঁলোক সমৰ্থ নহ'ল, যেতিয়া তেওঁলোকক প্ৰকৃত বিশ্বাসত লৈ সমানতাৰ আসন দিয়াৰ পৰিৱৰ্তে মূলতে ৰাজনৈতিক সংগঠনবোৰতো ফুলজানিৰ দৰেহে ৰখা হ'ল, তেতিয়া এই শ্ৰেণীটোৱে স্বকীয়াকৈ নিজৰ বাবে ৰাজনৈতিক ক্ষমতাৰ কথা ভাবিবলৈ ধৰিলে। ইতিমধ্যেই তেওঁলোক নিজৰ নিজৰ জনগোষ্ঠীটোৰ ভিতৰত সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক সকলো দিশতেই নেতৃত্বকাৰী ভূমিকাৰে আহি পৰিছে, এতিয়া তেওঁলোকে সমগ্ৰ জনগোষ্ঠীটোৰ জাতীয় চেতনা গঢ়ি তোলা আৰু আত্মনিয়ন্ত্ৰণৰ আকাঙ্ক্ষাক নেতৃত্ব দিয়াৰ অভিপ্ৰায়ে তেওঁলোকে

ৰাজনৈতিক ক্ষমতা আৰু অৰ্থ নৈতিক উন্নয়নৰ বাট বিচাৰিবলৈ ধৰিলে। পাহাৰীয়া জিলাকেইখনৰ বিশেষ ঐতিহাসিক আৰু প্ৰশাসনিক গাঠনিৰ বাবে ( এই বিষয়ে পাছত কিছু বিতংকৈ আলোচনা কৰা হৈছে ) এই প্ৰচেষ্টাই প্ৰথমৰপৰাই পোন-পটীয়াকৈ ৰাজনৈতিক ৰূপ গ্ৰহণ কৰিলে। নাগাপাহাৰ, মিজোপাহাৰ ( লুচাই পাহাৰ ), খাচী-জয়ন্তীয়া আৰু গাৰোপাহাৰ ( মেঘালয় ) আৰু কম বেছি পৰিমাণে কাৰবি আংলং ( মিকিৰ পাহাৰ ) আৰু উত্তৰ কাছাৰত এই প্ৰক্ৰিয়া আছিল স্পষ্ট। আনহাতে অসমৰ ভৈয়ামৰ জনজাতিসকলৰ ক্ষেত্ৰত মূলতে সাংস্কৃতিক স্বাতন্ত্ৰ, জাতীয় অস্তিত্ব, ভাষাৰ আৰু লিপিৰ বিষয়, মাতৃভাষাত শিক্ষালাভৰ সুবিধা, ইংৰাজী ভাষাক শিক্ষাৰ মাধ্যম কৰি ৰখাৰ প্ৰশ্ন আদিত জাতীয় আবেগ মূৰ্তমান হৈ উঠিল। আৰু সময়ত ই গৈ স্বকীয় ৰাজ্য, কেন্দ্ৰীয়শাসিত অঞ্চল বা স্বায়ত্তশাসিত জনজাতীয় ৰাজ্য দাবীৰ ৰাজনৈতিক ৰূপো গ্ৰহণ কৰিলে। এইবোৰ প্ৰশ্নত আন্দোলনো গঢ়ি উঠিল আৰু লাহে লাহে এই মধ্যবিত্ত আৰু ছাত্ৰ-যুৱক শ্ৰেণীটোৰ নেতৃত্বত এইবোৰ প্ৰশ্নত গঢ়ি উঠা আন্দোলনত সমগ্ৰ জনগোষ্ঠীটোৱেই চামিল হৈ পৰিল। এই আটাইবোৰ ঘটনাই হ'ল অসমৰ বিভিন্ন জনজাতীয় জাতিসত্বাৰ ৰাজনৈতিক জাতীয় আকাঙ্ক্ষাৰ অথবা আত্মনিয়ন্ত্ৰণৰ আকাঙ্ক্ষাৰ প্ৰতিফলন।

যোৱা দুই-তিনিটা দশক জুৰি চলা বিকাশৰ লেহেমীয়া গতিৰ বাবে অৰ্থনৈতিক-ভাৱে জৰাগ্ৰস্ত অসমৰ সমাজত এচিমিলেচনৰ বাটবোৰ আছিল নিতান্তই কম। যদি নিৰবচ্ছিন্ন এক শক্তিশালী অৰ্থনৈতিক আৰু ঔদ্যোগীক উন্নয়ন থাকিলহেঁতেন, তেতিয়া এচিমিলেচন বা একীভৱনৰ কাম-কাজো আগবঢ়াৰ বাট থাকিলহেঁতেন। নাইবা কৃষিৰ ক্ষেত্ৰত সামন্তীয় অৱশেষবোৰ ধ্বংস হৈ আধুনিক কৃষিকাৰ্য ব্যাপক হাৰত গঢ়ি উঠিলেও এনে প্ৰক্ৰিয়াৰ বাট হয়তো ওলালহেঁতেন। কিন্তু অসমত এনে নহ'ল, সহজতেও হোৱা নাই। অদূৰ ভৱিষ্যতেও যে এনে এক অৰ্থ নৈতিক উন্নয়ন বা ঔদ্যোগীকৰণৰ জোৱাৰে অসমৰ সকলো গোষ্ঠিক সাঙৰি লবহি, তেনে আশাও কৰাটো ভুল। আৰু ইতিমধ্যেই অসমৰ বিভিন্ন জনজাতি-জনগোষ্ঠিৰ মাজত জাতীয় চেতনা যেনেদৰে গঢ়ি উঠিছে, সিও আৰু নাইকীয়া হ'ব নোৱাৰে, বৰঞ্চ ই আৰু বিকাশহে লাভ কৰিব। গতিকে এই প্ৰশ্নটো কেৱলমাত্ৰ অৰ্থ নৈতিক দৃষ্টি-কোণৰপৰাই বিচাৰ কৰি চাব নোৱাৰি ; ইয়াৰ লগত জড়িত আৰু তৎকালিকভাৱে গুৰুত্বপূৰ্ণ সামাজিক, ৰাজনৈতিক দিশবোৰো আমি সদায় মনত ৰাখিব লাগিব।

অসমৰ জনজাতিসমূহৰ মাজত যি জাতীয় চেতনাবোধ গঢ় লৈ উঠিছে, ই যে

ঐতিহাসিকভাবেই আমাৰ সামাজিক প্ৰেক্ষাপটত গঢ়ি উঠিবলৈ বাধ্য, সেই কথা আমি সকলোৱে উপলব্ধি কৰিব লাগিব। অসমৰ অসমীয়াভাষী লোকসকলৰ স্থান পোৱা বা বেয়া পোৱাৰ, বা তেওঁলোকৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত ই নিৰ্ভৰশীল নহয়। বিদেশী মিচনেৰীৰ সুপৰিকল্পিত ষড়যন্ত্ৰয়ো মূলতে ইয়াক জন্ম দিয়া নাই। ই এক ঐতিহাসিক নিয়ম অনুসৰিয়েই গঢ় লৈ উঠিছে, বিকাশ লাভ কৰিছে আৰু আজিৰ পৰ্যায় পাইছেহি। অসমীয়াভাষী জনসমাজত এই প্ৰক্ৰিয়াৰ উপলব্ধি নথকাৰ বাবেই আৰু বুদ্ধিজীৱিসকলেও এই প্ৰশ্নসমূহ তুলি ধৰি ইয়াৰ বিচাৰ-বিশ্লেষণৰ জৰিয়তে বুজাবুজিৰ এক সুস্থ পৰিবেশ গঢ়ি তুলিব নোৱাৰাৰ বাবে অসমৰ বিভিন্ন ভাষাভাষী, বিভিন্ন জনগোষ্ঠীৰ মাজত ভুল বুজাবুজি আৰু আত্মবিশ্বাস গঢ়ি উঠাৰ পৰিবেশহে সৃষ্টি হ'ল। সেয়েহে ক্ষমতালোভী ৰাজনৈতিক দলসমূহে নিজৰ সংকীৰ্ণ ৰাজনৈতিক স্বাৰ্থ পূৰণৰ বাবে সময়ে সময়ে এই জাতীয় আকাঙ্ক্ষাক ব্যৱহাৰ কৰিবলৈ সুবিধা পাইছে সমাজত সংঘাট আৰু বিভাজন সৃষ্টিৰ কামত। জনজাতীয় জাতীয় আকাঙ্ক্ষাৰ মহামিত্ৰ সাজি এই শক্তিবোৰে এহাতে জনজাতীয় লোকসকলক অ-জনজাতীয়ৰ বিৰুদ্ধে উচটাই দিছে, আকৌ আনহাতে অ-জনজাতীয়সকলক জনজাতীয়সকলৰ জাতীয় আকাঙ্ক্ষাৰ সুস্থ বিকাশৰ বাটত প্ৰতিবন্ধকৰূপে ঠিয় কৰাবলৈ চেষ্টা কৰিছে। ফলত বিষময় হৈ পৰিছে অসমৰ ৰাজনৈতিক আৰু সামাজিক পৰিবেশ, অবিশ্বাস আৰু ভুল বুজাবুজিয়ে সমন্বত সংঘৰ্ষবো সূত্ৰপাত ঘটাইছে, বাধাপ্ৰাপ্ত হৈছে অসমৰ সকলো জনগোষ্ঠীক সামৰি এক সুস্থ জাতীয় ঐক্যবোধ গঢ়ি উঠাৰ কাম। এনে এক পৰিস্থিতিৰ পৰিবৰ্তন সোনকালে ঘটাব নোৱাৰিলে অকল জনজাতীয় সৰু সৰু জন-গোষ্ঠীবেই নহয়, তুলনামূলকভাৱে বৃহৎ অসমীয়া জাতিৰো অস্তিত্ব বিপদাপন্ন।

অসমৰ ভৱিষ্যতৰ যিকোনো ৰাজনৈতিক গাঠনিৰ পৰিকল্পনাত জনজাতিসকলৰ নিজৰ স্বায়ত্ব শাসন আৰু ৰাজনৈতিক ক্ষমতাৰ লগতে ৰাজ্যখনৰ ৰাজনৈতিক ক্ষমতাৰ গাঠনিতো তেওঁলোকে উপযুক্তভাৱে অংশগ্ৰহণৰ সুবিধা থাকিব লাগিব। এই ৰাজনৈতিক ক্ষমতাৰ প্ৰশ্নটো উপযুক্ত গুৰুত্ব সহকাৰে বিচাৰ কৰি চাব লাগিব। জনসাধাৰণৰ গণতান্ত্ৰিক ৰাজনৈতিক অধিকাৰ নথকালৈকে কোনো জনগোষ্ঠীৰেই সৰ্বাঙ্গীন বিকাশ সম্ভৱপৰ নহয়। প্ৰতি জনগোষ্ঠীৰেই অৰ্থনৈতিক, সাংস্কৃতিক, ভাষিক, সামাজিক বিকাশৰ বাবে বাইজে কাৰ্যকাৰীভাৱে ৰাজনৈতিক ক্ষমতা পাব লাগিব। এই ৰাজনৈতিক ক্ষমতা বুলিলেই সুকীয়া ৰাজ্য বা সুকীয়া গোট বুলি ধাৰণা কৰি লোৱাতো অত্যন্ত স্থূল চিন্তা হ'ব। অসমৰ ঠলুৱা জনজাতিসকলক

ৰাজনৈতিক ক্ষমতাৰ ব্যৱস্থা দিয়াতো বিভিন্ন পৰিস্থিতিত স্বকীয়া স্বকীয়া হ'ব। প্ৰধানতে এই ব্যৱস্থা দুস্তৰপীয়া হোৱাতো প্ৰয়োজন। প্ৰথমটো পৰ্যায়ত প্ৰতিজন জনজাতীয় লোকে বৰ্তমান সংবিধানৰ সকলোখিনি সা-সুবিধা সামগ্ৰিকভাৱে ব্যক্তিক পৰ্যায়ত ভোগ কৰিব; অৰ্থাৎ বিধানসভা, লোকসভা আদিকে আৰম্ভ কৰি বিভিন্ন প্ৰতিনিধিমূলক ৰাজনৈতিক মঞ্চত অংশগ্ৰহণ কৰিব। দ্বিতীয় পৰ্যায়ত প্ৰতিটো জনগোষ্ঠীয়ে পৰিস্থিতি আৰু পৰিবেশ সাপেক্ষে জনগোষ্ঠীটোৰ সংৰক্ষণ, আৰ্থিক, সাংস্কৃতিক বিকাশ আদিৰ বাবে এক গণতান্ত্ৰিক নিৰ্বাচনৰ পদ্ধতিৰ মাজেৰে প্ৰয়োজনীয় কাৰ্যকাৰী ব্যৱস্থা লাভ কৰিব। প্ৰতিখন জনজাতীয় গাৱঁকে একোটা নিম্নতম একক হিচাবে ধৰি, এনে গাঁওবোৰৰ বাসিন্দা, অধীনৰ ব্যক্তিগত, ৰাজহুৱা মাটি, হাবি, বিল, নদী, বাট, ঘাট-বজাৰ আদিৰ ওপৰত তেওঁলোকৰ কাৰ্যকাৰী নিয়ন্ত্ৰণৰ ক্ষমতা থাকিব। এনেদৰে একোটা একক গঠন হোৱাৰ পাছত এটা জন-জাতিৰ এনে বিভিন্ন এককক লৈ এক সামগ্ৰিক সৰ্বোচ্চ ৰাজনৈতিক গোট থাকিব, যি গোটে জনজাতিটোৰ অৰ্থনৈতিক উন্নতি, সামাজিক প্ৰগতি, শিক্ষা, ভাষা, পৰিচালনা আৰু পৰিকল্পনাৰ ক্ষেত্ৰত কাৰ্যকাৰী ৰাজনৈতিক ক্ষমতা পাব। জন-জাতিটোৰ উন্নয়নৰ বাবে প্ৰয়োজনীয় চৰকাৰী অৰ্থসম্পদ বিতৰণৰ ব্যৱস্থা আৰম্ভ কৰি ইয়াৰ পৰিকল্পনাসমূহক প্ৰয়োজনীয় ক্ষমতা ইয়াৰ ওপৰত ন্যস্ত থাকিব। এনেদৰে গাঁওবোৰক একক কৰি ল'লে অসমৰ বিভিন্ন জিলাত বিভিন্নভাৱে—সিঁচৰিত হৈ থকা এটা জনজাতিৰ বিভিন্ন অংশক এক কাৰ্যকৰী ৰাজনৈতিক আৰু প্ৰশাসনিক গোটৰ অধীনলৈ আনিব পৰা যাব। এনে এটা ব্যৱস্থাৰ বাবে জনজাতিৰ লোক-সকলে বসবাস কৰা এলেকাবোৰৰ ভৌগোলিক সংযোগ থকাটোৱো কোনো প্ৰয়োজন নাই, গতিকে স্বকীয়া জিলা, স্বকীয়া ৰাজ্য আদি পাৰস্পৰিক পৃথকীকৰণীয়া চিন্তাবোৰ নকৰাকৈয়ে অসমৰ মাজতে, অসমৰ সমাজখনৰ বুকুতে প্ৰতিটো জনগোষ্ঠীয়ে আনকি ক্ষুদ্ৰাতিক্ষুদ্ৰ জনজাতিটোসমূহকে কাৰ্যকাৰীভাৱে ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণ কৰি স্বায়ত্তশাসন আৰু আত্মনিয়ন্ত্ৰণৰ আকাংক্ষা পূৰণ কৰিব পৰা যায়।

ইয়াৰ বাবে এলাহুকলীয়া পুৰণা ধাৰাৰ চিন্তাৰ পৰিবৰ্তে সম্পূৰ্ণ নতুন পৰ্যায়ত চিন্তা-চৰ্চা কৰাটো প্ৰয়োজন। ইয়াৰ বাবে বৰ্তমানৰ চৰকাৰী বিধি ব্যৱস্থা, আইন-কানুন আৰু চৰকাৰী বিভাগবোৰৰ গঠনৰ আমূল পৰিবৰ্তন আৰু পূৰ্ণবিন্যাসৰ প্ৰয়োজন হ'ব। সামাজিক প্ৰগতি আৰু ন্যায় প্ৰতিষ্ঠাৰ বাবেই তৎকালে এনেধৰণে

চিন্তা-চৰ্চা আৰু কাম কৰাৰ সময় আহি পৰিছে। ঐতিহ্যমণ্ডিত সমন্বয়ৰ অসমীয়া সমাজখনত বিভেদৰ পৰিবৰ্তে ঐক্য, অবিশ্বাসৰ ঠাইত পাৰস্পৰিক বিশ্বাস, শত্ৰুতাৰ পৰিবৰ্তে মৈত্ৰীৰ বাবে এনে এক ব্যৱস্থাৰ কোনো আধুনিক বিকল্প থকাৰ বাট দেখিবলৈ পোৱা নাযায়। বিপ্লৱৰ ভৱিষ্যতে সমাজৰ আমূল পৰিবৰ্তনৰ কথা চিন্তা কৰোতেও এই কথা পাহৰি গ'লে নহ'ব যে এনে ক্ষণ ওচৰ-চপাই আনিবৰ বাবেই সমাজত জাতিগত আৰু সাম্প্ৰদায়িক বিভেদ আৰু সংঘৰ্ষৰ বাটবোৰ এনে ধৰণৰ সংস্কাৰৰ ভৱিষ্যতেই নাইকীয়া কৰি ল'ব লাগিব বহু পৰিমাণে। অন্যথাই প্ৰতিক্ৰিয়াশীল শক্তিবোৰে সমাজত জাতিগত আৰু সাম্প্ৰদায়িক বিভাজন সৃষ্টি কৰিয়েই সমাজৰ প্ৰগতিৰ পথত হেঙাৰ ধৰিবলৈ সদায় চেষ্টা কৰি আহিছে, আৰু ভৱিষ্যতেও কৰি যাব। সমাজত স্থিতাৱস্থা আৰু কায়েমী স্বাৰ্থ বজায় ৰাখিবৰ বাবে জাতিগত আৰু সাম্প্ৰদায়িক বিভেদবোৰ জীয়াই ৰখা, বঢ়াই তোলা কাম আদি শাসকগোষ্ঠীৰ হাতত বৰ কাৰ্যকাৰী অস্ত্ৰ হৈ পৰিছে। এই অস্ত্ৰ ভোটা কৰিবলৈ এনেধৰণৰ হ্ৰস্বম্যাদী সংস্কাৰ আৰু দীৰ্ঘম্যাদী সামাজিক ৰূপান্তৰৰ পৰিকল্পনা, দুইটাই প্ৰয়োজন। সমাজৰ সকলো মানুহৰ বাবে এনে ব্যৱস্থাইহে শান্তি আৰু মৈত্ৰী অনাৰ লগতে সকলো জনগোষ্ঠীবোৰৰ উপযুক্ত ৰক্ষাকবচৰ লগতে আত্মনিয়ন্ত্ৰণৰ মৌলিক অধিকাৰৰ সেৱাপ্তি প্ৰদান কৰিব পাৰে।

অসমৰ জনজাতিসকলৰ মাজত আত্মনিয়ন্ত্ৰণৰ অধিকাৰ আৰু বিকৃতৰ যি আন্দোলনৰ সমস্যা হৈছে, সেইবোৰক কেৱলমাত্ৰ আৰ্থ-সামাজিক সমস্যা বুলি কৈ ইয়াৰ তৎকালীন কিছু সমাধানৰ প্ৰচেষ্টাৰপৰা আঁতৰি থাকিব খোজাৰ এটা প্ৰৱণতা ভালৰপৰা ওপৰলৈকে দেখা যায়। আৰ্থ-সামাজিক ভিত্তিটো কোনেও নাকচ কৰা নাই, কিন্তু এই সমস্যাবোৰক কেৱল আৰ্থ-সামাজিক বুলি কৈ বিভিন্ন জাতিগোষ্ঠীৰ জাতীয় সমস্যাৰ প্ৰশ্নটোক চাকোন দি থাব কৰি ৰাখিব নোৱাৰি, অসমৰ প্ৰায়বোৰ জনগোষ্ঠী, বিশেষকৈ ভৈয়ামৰ জনজাতিসকল মূলতে একে অৰ্থনৈতিক ব্যৱস্থাৰ অধীনতেই বসবাস কৰে। ইয়াৰ মাজত বৈষম্য আৰু ৰূপভেদ নিশ্চয় আছে, ইয়াক কোনেও উলাই কৰা নাই। কিন্তু বৰ্তমান যিবোৰ সমস্যা যেনেদৰে উদ্ভৱ হৈছে, সেইবোৰক মূলতে আৰ্থ-সামাজিক বুলি কোৱা নাযায়। এইবোৰ এফালে একোটাইত ৰাজনৈতিক সমস্যা, যিবোৰৰ সমাধানো হ'ব লাগিব ৰাজনৈতিকভাৱে। অসমত আজি সমন্বয় ওপৰৰপৰা ৰাখি দিব নোৱাৰি, কূটনৈতিক ছলচাতুৰিৰে বিভিন্ন জনগোষ্ঠীৰ লোকক ভুলবাটী কৰি ৰাখি জাতীয় সংহতিৰো স্থায়ী ভিত্তি তৈয়াৰ কৰা

নাযায়। কেৱল বাহিৰত দেখুৱাবলৈ গঢ়ি তোলা ফোপোলা বাক্যছটাই বহল জাতীয় মানসিকতা গঠনত ইন্ধন নোযোগায়। সেয়ে এনে সমস্যাবোৰক ইয়াৰ প্ৰকৃত ৰাজনৈতিক সামাজিক প্ৰেক্ষাপটত ঠিয় কৰি চাইহে ইয়াৰ সমাধানৰ সূত্ৰ বাহিৰ কৰিব লাগিব—যিটো সম্ভৱপৰ হ'ব একমাত্ৰ সকলো জনগোষ্ঠীৰ সমান অংশগ্ৰহণৰ জৰিয়তে এক বুজাবুজিৰ বাতাবৰণত গঢ়ি তোলা এক মুকলি আলোচনাৰেহে।

## সমস্যাৰ উৎসৰ ইতিহাস বিচাৰি

অসমৰ আজিৰ জনজাতীয় সমস্যা বহুপৰিমাণে সাম্ৰাজ্যবাদী বৃটিছৰ ঔপনিৱেশিক বিভাজন নীতিৰে বিষময় পৰিণতি। বৃটিছ আহি ইয়াত সোমোৱাৰ পৰাই জনজাতীয় এলেকাবোৰ লৈ বিতৰ্কৰ অন্ত পৰা নাই। ইয়াণ্ডাবু সন্ধিৰ পাছত অসম কম্পেনীৰ শাসনৰ তলৈ অহাৰ সময়ত কাষৰ আটাইবোৰ পাহাৰীয়া এলেকাই কৰবলৈ গ'লে স্বাধীন আছিল। আহোম শাসনকালত আহোমৰজাৰ লগত চুবুৰীয়া জনজাতীয় ৰজাবোৰৰ যি সম্পৰ্ক আছিল, বৃটিছ অহাৰ সময়লৈ মোৱামৰীয়া গণ-অভ্যুত্থান আৰু মানৰ আক্ৰমণৰ পাছত এই সম্পৰ্কবোৰ ভাগি পৰিছিল। অসমত কম্পেনীৰ শাসন প্ৰৱৰ্তন কৰাৰ পাছত লাহে লাহে বৃটিছে সীমান্ত অঞ্চল সুৰক্ষিত কৰাৰ নামত এটা এটাকৈ পাহাৰীয়া জাতিক ছলে-বলে কৌশলে সৈমান কৰিলে। বৃটিছে অৱশ্যে তথাপিও বহু দিনলৈকে পাহাৰীয়া জাতিবোৰক শাসন কৰাৰ ক্ষেত্ৰত স্থিৰ সিদ্ধান্ত ল'ব পৰা নাছিল। বৃটিছ শাসনৰ শেষৰফাললৈ, বিশেষকৈ মণ্টেগু-চেমচফৰ্ড ৰিফৰ্মৰ সময়লৈ বৃটিছে পাহাৰীয়া জাতিসমূহৰ শাসন আৰু বিশেষকৈ এই অঞ্চলবোৰৰ অসমৰ ভৈয়ামৰ লগত সম্পৰ্কৰ বিষয়ে কিছুমান নীতি নিৰ্দ্ধাৰণ কৰিবলৈ সক্ষম হৈছিলগৈ। সেই তেতিয়াই নিৰ্ণয় কৰা নীতিবোৰৰ ফল আমি এতিয়াও ভোগ কৰি আছো।

পাহাৰ অঞ্চলৰ অধিবাসীসকলক সৈমান কৰি তাত বৃটিছ প্ৰভুৰ শাসন কৰাৰ সময়ত তেওঁলোকে কেইটামান কথা মন কৰিলে। তেওঁলোকে দেখিলে যে ঐতিহাসিক আৰু ভৌগোলিকভাৱে জনজাতি অধ্যুষিত এই পাহাৰীয়া এলেকাক তিনিটা প্ৰধান ভাগত ভাগ কৰা যায়। জনবসতি অত্যন্ত পাতলীয়া একেবাৰে সীমা-ন্তৰিয়া এলেকাবোৰ, য'ত সৰু সৰু জনগোষ্ঠীবোৰ দূৰে দূৰে সিঁচৰিত হৈ আছে, সেইবোৰ

অঞ্চলক সীমান্ত অঞ্চল বুলি চিহ্নিত কৰা কৰা যায়। বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ এলেকাটোকে তেওঁলোকে উত্তৰ-পূৰ সীমান্ত অঞ্চল ( NEFA—North East Frontier Agency ) বুলি এনেদৰে নামাকৰণ কৰিলে। এই এলেকাৰ ওপৰত বৃটিছে কোনোদিনে নিজৰ প্ৰত্যক্ষ শাসন প্ৰবৰ্তন কৰা নাছিল, বৰঞ্চ এনে এলেকা-বোৰত নিজৰ দাবী সাব্যস্ত কৰি তেওঁলোকে কিছুমান বেহাৰেপাৰৰ সীমান্ত চকী আৰু ঠাইবিশেষে সামৰিক ঘাটি বা সেবিচন ৰাখিছিল। স্বাভাৱিকভেই বৃটিছে তেতিয়াই যাতায়তহীন এই দুৰ্গম এলেকাবোৰত বিশেষ অৰ্থনৈতিক লাভৰ বাট দেখা পোৱা নাছিল। সীমামূৰীয়া নাগাপাহাৰ আৰু মিজো বা লুচাই পাহাৰ এলেকা দুটাৰ পৰিস্থিতি অৱশ্যে ইয়াতকৈ সুকীয়া আছিল। এই দুটা এলেকাতো বৃটিছৰ তাৎকালিক বিশেষ অৰ্থনৈতিক স্বাৰ্থ নাথাকিলেও যুঁজাৰু নাগা আৰু মিজোসকলক বশ কৰি ৰখাটো ৰাজনৈতিকভাৱেই প্ৰয়োজন হৈ পৰিছিল। সেয়ে এই দুই খণ্ডত জনজাতীয় সমাজ গাঠনি, নিয়ম-নীতি, অৰ্থব্যৱস্থা আদিৰ কোনো ধৰণৰ পৰিবৰ্তন নকৰাকৈয়ে বৃটিছে সৈন্যবলৰ সহায়ত নিজৰ ক্ষমতা প্ৰতিষ্ঠা কৰি শান্তি-শৃঙ্খলা ৰক্ষা কৰাৰ দায়িত্ব লৈছিল। এই দুইখণ্ড এলেকা বৃটিছে অসমৰ লগত সাঙোৰা নাছিল। এই এলেকাবোৰক তেওঁলোকে পৰিসীমাৰ বাহিৰৰ এলেকা বা Excluded area নাম দিছিল আৰু এই এলেকালৈ আনঠাইৰপৰা মানুহ সোমাব নোৱাৰা কৰিবলৈ ইনাৰলাইন সীমা আইনৰ প্ৰৱৰ্তন কৰিছিল। এই ব্যৱস্থা প্ৰবৰ্তন কৰোতে বৃটিছে মূলতে যদিও প্ৰশাসনিক আৰু ৰাজনৈতিক স্বাৰ্থতেই কাম কৰিছিল, তথাপিও এই ব্যৱস্থাৰ সুদূৰপ্ৰসাৰী ফলাফল হ'লগৈ।

এই ইনাৰলাইন ব্যৱস্থা প্ৰৱৰ্তনৰ ফলত এইবোৰ এলেকাত আন ঠাইৰ মানুহ, বিশেষকৈ সুদখোৰ মাৰোৱাৰী, বিহাৰী আৰু বঙালী মহাজনবোৰ সোমাই অবাধে গৈ জনজাতীয় লোকসকলক শোষণ কৰিব নোৱাৰা হ'ল। আৰু অবাধ জনপ্ৰব্ৰজন ৰোধ হোৱাৰ ফলত পিছপৰা জনজাতীয় লোকসকলৰ স্বকীয় অস্তিত্ব ৰক্ষ: পৰিল। ত্ৰিপুৰাত এই ব্যৱস্থা নথকাৰ ফলতে পূৰ্ববঙ্গৰপৰা হোৱা অবাধ প্ৰব্ৰজনে ত্ৰিপুৰী জনজাতিসকলক ঘৰতে সংখ্যালঘু কৰাৰ নিচিনা ঘটনা এই এলেকাবোৰত নঘটিল। এই কামে দেখাত জনজাতীয়সকলৰ বিৰাট উপকাৰ কৰা যেন লাগিলেও প্ৰকৃততে তেনে নহয়। এহাতে ই অসমৰ ভৈয়ামৰ সমাজৰ লগত পাহাৰী জনজাতিসকলৰ পাৰস্পৰিক যোগাযোগ বন্ধ কৰি দি তেওঁলোকৰো স্বাভাৱিক সমাজবিকাশৰ বাট বন্ধ কৰি দিলে আৰু আনহাতে তেওঁলোকক ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক

আৰু অৰ্থনৈতিকভাৱে সংকীৰ্ণ, সীমাবদ্ধ আৰু বিচ্ছিন্ন কৰি পেলালে। এই কথাষাৰৰ কিছু ব্যাখ্যা কৰাটো প্ৰয়োজন।

বৃটিছ অহাৰ সময়ত গৃহযুদ্ধ আৰু মানৰ আক্ৰমণত খান্‌খান্ হোৱা অসমীয়া সমাজখনত অসমীয়া মানুহৰ বেহা-বেপাৰ আৰু বিশেষকৈ সুদখোৰ মহাজনী কাৰবাৰ নাছিল। বৰঞ্চ বৃটিছৰ দিনত বাহিৰৰপৰা অহা মহাজনসকলৰ সুদ-শোষণত অসমীয়া মানুহহে জুৰুলা হৈ পৰিছিল। মাটিৰ প্ৰাচুৰ্যতা থকা অসমৰপৰা অসমীয়া মানুহ গৈ পাহাৰৰ মাটি দখল কৰি জনজাতীয়সকলক থেদিব মাটিৰপৰা বঞ্চিত কৰাৰো কোনো সম্ভাৱনা নাছিল। বৰঞ্চ অসমৰ পৰ্যাপ্ত অনাবাদী মাটি ভাঙি খেতি কৰিবলৈ সেইসময়ত পূৰ্ববংগৰপৰাহে অসমলৈ নিচিগা ধাৰে প্ৰব্ৰজনৰ সোঁত বৈছিল।

বৃটিছে ইনাৰলাইন ব্যৱস্থা প্ৰবৰ্তন কৰোতে যুক্তি দিছিল যে এনে বাধা-নিষেধ নাথাকিলে ভৈয়ামৰ মানুহে গৈ পাহাৰীসকলক শোষণ কৰিব। কিন্তু, সেইসময়ৰ সামাজিক পৰিস্থিতি লক্ষ্য কৰিলে দেখা যায় যে অসমৰ ভৈয়ামৰ মানুহে গৈ শোষণ কৰাৰ বাস্তৱ প্ৰয়োজনো নাছিল, সম্ভাৱনাও নাছিল। অৱশ্যে সীমান্ত এলেকা একেবাৰে খোলা থাকিলে বংগৰপৰা হোৱা প্ৰব্ৰজনৰ সোঁত সময়ত গৈ পাহাৰ সোমোৱাৰ কথাটো একেবাৰে অমূলক নহয় যদিও এই প্ৰথা প্ৰবৰ্তনৰ সময়ত তেনে হোৱাৰ কোনো ইংগিত অৱশ্যে কতো দেখিবলৈ পোৱা নাযায়। বৰঞ্চ এই ইনাৰলাইন প্ৰথাৰ সমগ্ৰ নীতিয়েই বৃটিছৰ অসমৰ পাহাৰ আৰু ভৈয়ামক সুকীয়া সুকীয়া আৰু বিচ্ছিন্ন কৰি ৰখাৰ মতলবহে বুলি স্পষ্ট হৈ পৰে। অসমৰ পাহাৰ-ভৈয়ামৰ মাজত আৰু অসমৰ জনজাতীয় অ-জনজাতীয় সমাজৰ মাজত বৃটিছৰ এই নীতিয়ে ঐতিহাসিক আদান-প্ৰদান বন্ধ কৰি দি এক চিৰস্থায়ী দূৰত্বৰ সৃষ্টি কৰি ৰাখিবলৈ সক্ষম হ'ল।

বৃটিছে যে পাহাৰ এলেকাৰ জনজাতিসকলক একেবাৰে বিচ্ছিন্ন কৰি ৰাখিছিল তেনে নহয়। বহুক্ষেত্ৰত প্ৰশাসনিক প্ৰয়োজনত আৰু বহুসময়ত পৰিকল্পিতভাৱে বৃটিছে পাহাৰীয়া জনজাতীসকলৰ মাজত কিছু বেপাৰী আৰু খৃষ্টানধৰ্ম প্ৰচাৰ কৰিবৰ বাবে মিছনেৰীসকলক সোমাবলৈ সুবিধা কৰি দিছিল। খৃষ্টান মিছনেৰী-সকলে অসমৰ ভৈয়ামৰ জনসাধাৰণৰ মাজত খৃষ্টানধৰ্ম প্ৰচাৰ কৰিবলৈ অসমৰ্থ হয়; ভৈয়ামৰ জনসাধাৰণে হিন্দু ধৰ্ম এৰি খৃষ্টানধৰ্ম গ্ৰহণ কৰিবলৈ একেবাৰে আগ্ৰহ দেখুৱালে। ইয়াৰ কাৰণে মিছনেৰীসকলে তাৰ পাহাৰীয়া অঞ্চলৰ

ধৰ্ম প্ৰচাৰৰ কাম-কাজ লৈ যাবলৈ বাধ্য হ'ল। বৃটিছ প্ৰশাসনে প্ৰত্যক্ষভাৱে নহলেও, পৰোক্ষভাৱে এই মানুহ সোমাব নোৱাৰা excluded এলেকাত মিছনেৰীসকলক অবাধে ধৰ্ম প্ৰচাৰ কৰিবলৈ দিলে। লাহে লাহে মিছনেৰীসকলৰ চেষ্টাত খৃষ্টানধৰ্মৰ লগতে কিছু পৰিমাণে শিক্ষা আৰু সভ্যতাৰ পোহৰ দুৰ্গম পাহাৰৰ মাজত সোমাল যদিও জনজাতিসকলৰ প্ৰাচীন আচাৰ-বিচাৰ, সভ্যতা আৰু সংস্কৃতিৰ বহু দুমূৰ্ল্য উপাদান, আচাৰ-বিচাৰ লোপ পালে। পুৰণা পৰম্পৰাৰ শিপাবোৰ কাট খাই যোৱাত আমদানীকৃত পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱত জনজাতি-সকলৰ যি আচহুৱা আৰু মূল নোহোৱা বাহ্যিক বিকাশ হ'ল সি তেওঁলোকক নিজৰ ঐতিহ্য, অস্তিত্ব ৰক্ষা আৰু সংস্কৃতি সম্পৰ্কে সংশয়াচ্ছন্ন কৰি পেলোৱাতহে সহায়ক হ'ল। ভাৰত স্বাধীন হোৱাৰ সময়ত সেয়ে তেওঁলোকৰ মনত অহৰহ ভয় সোমাল। পাহাৰৰ মাটিৰপৰা ৰস টানি, কাষৰ জনসমাজৰ সাৰ পানী পাই যিহেতু তেওঁলোকৰ কোনো শক্তিশালী সাংস্কৃতিক বুনিয়াদ গঢ়ি নুঠিল। কলা-সংস্কৃতি যিহেতু লোক-নৃত্যৰ পৰ্যায়ত, ভাষা-মৌখিক কঠিত ভাষাৰ ৰূপত, আৰু অৰ্থনীতি এহাতে প্ৰাচীন পশ্চাৎপদ জনজাতীয় স্তৰত আৰু আনহাতে ঔপনিবেশিক শাসন-ব্যৱস্থাৰ গোলামী কৰাৰ ওপৰত নিৰ্ভৰশীল হৈ থাকি গ'ল, সেয়ে নিজৰ জাতীয় সত্তা ৰক্ষা আৰু বিকাশ কৰাৰ সম্পৰ্কে তেওঁলোকৰ আত্মবিশ্বাস নাইকীয়া হৈ পৰিল। ঔপনিবেশিক পশ্চিমীয়া ভাবজ সংস্কৃতিয়ে চেক্সপীয়েৰ, মিল্টন, বাইবল, নিউটনক চিনাকী কৰি দিব পাৰে, কিন্তু জাতীয় সত্তা আৰু অস্তিত্বৰ ওপৰত আত্মবিশ্বাস আনি দিব নোৱাৰে। ভাৰত স্বাধীন হোৱাৰ সময়ত বৃটিছ প্ৰশাসনৰ কঠিন হৈ পৰা বাধা-নিষেধৰ নীতি-নিয়মবোৰ নাইকীয়া হৈ যাব বুলি, আৰু ইয়াৰ ফলত ভৈয়ামৰ ভাৰতীয় আৰু অসমীয়াই তেওঁলোকক গিলি খাব বুলি পাহাৰৰ জনজাতীয় নেতাসকল সন্ত্ৰস্ত হৈ পৰিল। বিচ্ছিন্নতাৰ প্ৰাচীৰবোৰ বৰ্তাই ৰাখিব পাৰিলেহে তেওঁলোকে নিৰাপদ বোধ কৰা হ'ল। আত্মবিশ্বাসহীনতাই আনি দিয়া এই শংকা বিচ্ছিন্নতাবাদী চিন্তাধাৰাৰ অন্যতম মূল কাৰণ। আৰু এই সমগ্ৰ প্ৰক্ৰিয়া-টোতেই বৃটিছ ঔপনিবেশিক শাসনৰ ইনাৰলাইন নীতি প্ৰৱৰ্তনৰ ফলাফল।

এই EXCLUDED AREA বিলিৰ বাহিৰেও আৰু এক বিৰাট পাহাৰীয়া এলেকা বৃটিছৰ অধীনত আছিল য'ত তেওঁলোকৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাৰ্থ অধিক ব্যাপকভাৱে জড়িত হৈ আছিল। এইবোৰ এলেকাৰ অধিবাসীসকলৰ ভৈয়ামৰ লগত সম্পৰ্ক আছিল অধিক নিবিড়, যতাৰতো তেওঁলোক মূলতিৰ নানা

আৰু মিজোসকলৰ দৰে দুৰ্দ্ধৰ্ষ নহয়, যাতায়াতৰ ব্যৱস্থাও এই এলেকাত অপেক্ষাকৃত-ভাৱে অধিক সুচল। এই এলেকাবোৰৰ পৰ্যাপ্ত বনজ, প্ৰাণীজ আৰু খনিজ সম্পদৰ-পৰা ঔপনিবেশিক শাসনৰ অধিক লাভ হোৱাৰ বাট আছে। সেয়ে এনেবোৰ এলেকাত বৃটিছসকলে অধিক প্ৰত্যক্ষ শাসনৰ আৰম্ভণি কৰিলে। চিলং, খাচী জয়ন্তীয়া পাহাৰৰ বাকী অংশ, গাৰোপাহাৰ, মিকিৰ পাহাৰ (বৰ্তমানৰ কাৰবি-আংলং), আৰু উত্তৰ কাছাৰৰ পাৰ্বত্য এলেকাক তেওঁলোকে সেয়ে (Partially Excluded area) বুলি নামাকৰণ কৰি এই অঞ্চলৰ বাবে সুকীয়া প্ৰশাসনিক বিধি-নিয়মৰ প্ৰৱৰ্তন কৰিলে। এইবোৰ এলেকাতো জনজাতিসকলৰ আচাৰ-বিচাৰ আৰু ৰীতি-নীতিৰ ওপৰত প্ৰত্যক্ষ প্ৰশাসনিক হস্তক্ষেপ কৰা নহ'ল, কেৱল সাধাৰণ প্ৰশাসন, আইন-আদালত আৰু শান্তি-শৃংখলাৰ ব্যৱস্থা অধিক কটকটীয়া কৰি গঢ়ি তোলা হ'ল আৰু ইয়াত ইনাৰলাইন ব্যৱস্থাৰ বাধা-নিষেধ আৰোপ কৰা নহ'ল।

মণ্টেগু-চেমচফৰ্ড সংস্কাৰৰ পাছত আৰু চাইমন কমিচনৰ সময়ত ভাৰতত ভাৰতীয়সকলক যেতিয়া প্ৰাদেশিক ভিত্তিত স্বায়ত্বশাসন দিয়াৰ কথা উঠিল, উত্তৰ-পূৰ্বাঞ্চলৰ ক্ষেত্ৰত তেতিয়া আকৌ ইতিমধ্যে গঢ়ি তোলা এই Excluded আৰু Partially excluded এলেকাখিনিক লৈ নানান প্ৰশ্ন উঠিল। এই এলেকাবোৰক অসম প্ৰদেশৰ লগত সাঙোৰা হব নে সুকীয়াকৈ ৰখা হ'ব সেই কথা লৈ প্ৰচণ্ড বিতৰ্ক হৈছিল। সেই সময়ৰ অসম চৰকাৰেও এই এলেকাবোৰ অসমৰ-পৰা সুকীয়াকৈ ৰখাটো বিচাৰিছিল। চাইমন কমিচনক ভাৰতীয় জাতীয় কংগ্ৰেছ বৰ্জকট কৰাত ইয়াৰ আগত অসমৰ কোনো আগশাৰীৰ কংগ্ৰেছী নেতাই সাক্ষ্যদান নকৰিলে। কিন্তু চাৰ চৈয়দ চাদুল্লাই কমিচনৰ আগত সাক্ষ্যদান কৰোতে এই এলেকাবোৰ অসমৰ লগত সাঙুৰি ৰখাৰ বিৰোধীতা কৰিছিল। তেওঁৰ মন্তব্য আছিল যে খাচী পাহাৰৰ অধিবাসীসকলৰ বাহিৰে এইবোৰ এলেকাত বসবাস কৰা বাকী মানুহবোৰ অৰ্দ্ধসভ্য অৱস্থাত বাস কৰা আৰু ভৈয়ামৰ অসমীয়া মানুহৰ লগত এওঁলোক কোনো কালকালাই একেবাৰে নিমিলে। সেয়ে এই পাহাৰীয়া অঞ্চলবোৰ অসমৰ লগত লগ লগাই ৰখাৰ কোনো যুক্তি থাকিব নোৱাৰে। এইবোৰ অঞ্চলকেইটা বাদ দিয়া প্ৰয়োজন। কনকলাল বৰুৱাই অসমৰ পাহাৰ আৰু ভৈয়ামত একেধৰণৰ সুষম প্ৰশাসনিক ব্যৱস্থা এটা প্ৰৱৰ্তন কৰাৰ পৃষ্ঠপোষকতা কৰিছিল যদিও তেওঁতেও খাচী-জয়ন্তীয়া, মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰৰ

বাহিৰে ৰাখী অঞ্চলবোৰৰ অসমৰ লগত চামিলকৰণৰ বিৰোধীতা কৰিছিল। অসমৰ এই নেতাসকলৰ মত আছিল যে এই এলেকাবোৰ অসমৰ লগত থাকিলে অসমৰ কোনো ধৰণৰ লাভ নহয়, বৰঞ্চ অসমৰ ৰাজহৰ এক বৃহৎ অংশ এই অঞ্চলৰ প্ৰশাসনৰ কামত ব্যয় হ'ব। খাচী নেতা বেভাৰেও নিকলচ ৰয়ে এনে চিন্তাধাৰাৰ বিৰোধীতা কৰিছিল। তেওঁৰ বক্তব্য আছিল যে চাইমন কমিচনে দিব খোজা প্ৰাদেশিক স্বায়ত্তশাসন আৰু প্ৰশাসনিক ক্ষমতাৰ ভাগ ভৈয়ামৰ লগতে পাহাৰ অঞ্চলৰ বাইজেও সমানে পাব লাগে আৰু সেয়ে এই সকলো এলেকা অসমৰ লগতে সাঙোৰ খাই থাকিব লাগে।

চাইমন কমিচনে দিয়া বিপৰ্টত পূৰ্বৰ ব্যৱস্থাটোৰ কিন্তু বিশেষ সালসলনি নকৰিলে। এই বিপৰ্টৰ ওপৰত ভিত্তি কৰি ১৯৩৬ চনত জাৰী কৰা এখন ৰাজকীয় অধ্যাদেশৰ জৰিয়তে EXCLUDED, PARTIALLY EXCLUDED এলেকাসমূহ আৰু ইনাৰলাইন ব্যৱস্থা বাহাল ৰখা হ'ল। অসমৰ মিকিৰ পাহাৰ (বৰ্তমানৰ কাৰবি আংলং) উত্তৰ কাছাৰ। খাচী-জয়ন্তীয়া পাহাৰ আৰু গাৰোপাহাৰ এলেকা Partially excluded এলেকাৰ ভিতৰত পৰিল। এইবোৰ এলেকাৰপৰা অসম বিধানসভাৰ বাবে প্ৰতিনিধি থকাৰ ব্যৱস্থা থাকিল। কিন্তু, প্ৰাদেশিক বিধানসভাই প্ৰণয়ন কৰা যিকোনো আইন ৰাজ্যপালৰ বিশেষ অনুমোদন সাপেক্ষেহে ইয়াত বলবৎ হ'ব পাৰিব। মন্ত্ৰীসভাৰ ইয়াত প্ৰত্যক্ষ নিয়ন্ত্ৰণ নাথাকিব। গৱৰ্ণৰৰ প্ৰতিনিধিৰ ওপৰত ন্যস্ত থাকিল প্ৰশাসন। ইনাৰলাইনৰ ব্যৱস্থা থকা Excluded এলেকাবোৰৰ ওপৰত প্ৰাদেশিক চৰকাৰৰ কোনোধৰণৰ কৰ্তৃত্বই নাথাকিল।

১৯৪৭ চনত ভাৰতবৰ্ষৰ স্বাধীনতাৰ বিলতো এইবোৰ ব্যৱস্থাই বাহাল থাকিল। ভাৰতৰ সংবিধান প্ৰণয়নৰ সময়ত এই এলেকাৰ বাইজৰ মতামতৰে শাসন ব্যৱস্থা যুক্ত কৰিবৰ বাবে সাংবিধানিক সভাৰ ( Constituent Assembly ) সহায় কৰিবলৈ, সমস্যাটোৰ সকলো দিশ পৰীক্ষা কৰি পৰামৰ্শ দিবলৈ, গোপীনাথ বৰদলৈৰ অধীনত 'বৰদলৈ কমিটি' গঠন কৰি দিয়া হয়। বৰদলৈ কমিটিয়ে অসমৰ পাহাৰ অঞ্চলৰ বিভিন্ন জনজাতীয় নেতাৰ মতামত লৈ অসমৰ জনজাতীয় এলেকাবোৰ স্বায়ত্তশাসনৰ বিধিব্যৱস্থাৰ চুপাৰিচ কৰে। আগৰ Partially excluded এলেকাবোৰৰ সন্দৰ্ভত বৰদলৈ কমিটিয়ে জিলাভিত্তিক ষষ্ঠ অনুচ্ছেদৰ স্বায়ত্ত-শাসন ব্যৱস্থাৰ পৃষ্ঠপোষকতা কৰে।

সাংবিধানিক সভাত বৰদলৈ কমিটিৰ প্ৰতিবেদনৰ ওপৰত হোৱা বিতৰ্কত

অসমৰ প্ৰতিনিধি ৰোহিনীকুমাৰ চৌধুৰীয়ে এই প্ৰস্তাৱসমূহৰ তীব্ৰ বিৰোধিতা কৰিছিল। তেওঁ কৈছিল যে 'আমি অসমৰ জনজাতিসকলক গামৰি খুমুৰাই ল'ব ( Assimilate কৰিব—একীভৱন কৰিব ) বিচাৰো। তেওঁলোকক বেলেগ কৰি ৰাখিলে তেওঁলোকে তিব্বত বা বাৰ্মাৰ লগতহে যোগ দিব, ভাৰতৰ লগত কেতিয়াও নিদিয়ে।' খাচী নেতা ৰেভাৰেণ্ড নিকলাচ ৰয়েও ৰৰদলৈৰ প্ৰস্তাৱৰ বিৰোধীতা কৰিছিল, কিন্তু, তেওঁৰ বিৰোধীতাৰ দৃষ্টিভঙ্গী আৰু কাৰণ সম্পূৰ্ণ সুকীয়া আছিল। তেওঁ আশংকা কৰিছিল যে সুকীয়া স্বায়ত্তশাসনৰ ব্যৱস্থাবোৰ জনজাতিসকলৰ সৰ্বাঙ্গীন বিকাশৰ বাবে পৰ্যাপ্ত নহয়। এইবোৰে জনজাতিসকলক বিশেষ উপকাৰ নকৰিব, বৰঞ্চ এইবোৰে জনজাতিসকলক অসম তৈয়াৰৰ সমাজৰপৰা পৃথক কৰি ৰখাতহে সহায় কৰিব।

ৰোহিণী কুমাৰ চৌধুৰীৰ জনজাতিসকলক এচিমিলেট কৰি পেলোৱাৰ ধাৰণাৰ মাজতে কিন্তু ভবিষ্যৎ বিৰোধ আৰু বিভাজনৰ বীজ নিহিত হৈ আছিল। এচিমিলেট কৰাৰ ধাৰণাৰ অৰ্থ হ'ল জনজাতিসকলৰ স্বকীয় অস্তিত্ব আৰু নিজস্ব সত্তাৰ অৱলুপ্তি ঘটাই অসমীয়াভাষী সমাজখনৰ মাজত তেওঁলোকক নিশ্চিহ্ন কৰি গ্ৰাস কৰা। এটা সময়ত, সমাজ বিকাশৰ এটা পৰ্যায়ত, সামন্তীয় কৃষক অৰ্থনীতিৰ অংশীদাৰ হৈ পৰাৰ ভিত্তিতে এনে এচিমিলেচন আৰু একীভৱনৰ প্ৰক্ৰিয়াৰ ভিত্তিতেই অসমীয়া সমাজখন গঢ়ি উঠিছিল। কিন্তু এই কামযে এক বিশেষ ঐতিহাসিক পৰ্যায়তহে সম্ভৱপৰ হৈছিল; আজি একবিংশ শতিকাত, শিক্ষা-দীক্ষাৰ প্ৰসাৰ আৰু মধ্যবিত্তশ্ৰেণীৰ উত্থানৰ পাছত, এনে নিচৰ্ত্ত এচিমিলেচনৰ ভিত্তিতে জনজাতীয়সকল বৃহৎ অসমীয়া সমাজখনত বিলীন হৈ যোৱাটো যে ঐতিহাসিকভাৱেই সম্ভৱ নহয়, সেইটো অসমৰ প্ৰতিজন অসমীয়াই আজি ভালদৰে বুজি উঠা প্ৰয়োজন। পৰিতাপৰ কথা যে আজিও অসমৰ সাধাৰণ মানুহৰ কথা বাদেই, সমাজবিজ্ঞান চৰ্চা কৰা বুলি দাবী কৰা বহুতো বুদ্ধিজীৱিৰ মনত এনে ভ্ৰান্ত চিন্তাৰ বীজ নথকা নহয়। যি সময়ত পাহাৰৰ নেতাসকলে সমানতাৰ ভিত্তিত সমন্বয় (Integration) বিচাৰিছিল, সেইসময়ত অসমৰ কংগ্ৰেছৰ আৰু বাহিৰৰো বহু শীৰ্ষস্থানীয় অসমীয়া নেতাই জনজাতিসকলক নিশ্চিহ্ন কৰি গামৰি লোৱাৰ চিন্তা পোষণ কৰিছিল। কিন্তু, তেওঁলোকে পাহৰি গৈছিল যে অসমৰ অতীতত এচিমিলেচন হোৱাৰ দৰে সেই-সময়লৈ এচিমিলেচন হোৱাৰ বাট নাইকীয়া হৈ গৈছিল। জনজাতিসকলক

অসমীয়া সমাজৰ মাজত বিলুপ্ত কৰি পাম বুলি লোৱাৰ প্ৰৱণতা অসমীয়া জাতিপ্ৰেমৰ-পৰা নাহে, আহে অসমৰ সমাজ আৰু ইতিহাস সম্পৰ্কে পুতৌজনক অজ্ঞতা আৰু মূৰ্খামীৰ পৰাহে। এনেধৰণৰ মনোভাৱেই অসমখন বাৰে বাৰে বিভক্ত হোৱাত ইন্ধন যোগাই আহিছে।

সাংবিধানিক সভাত হোৱা এই স্বায়ত্তশাসনৰ বিতৰ্কত অসমৰ পাহাৰৰ জনজাতীয় এলেকাসমূহক দিব খোজা স্বায়ত্তশাসনৰ সুবিধাৰ যথেষ্ট বিৰোধীতা হৈছিল যদিও ভাৰতীয় সংবিধানৰ অন্যতম জনক ড° আম্বেদকাৰে, বৰদলৈ কমিটিৰ প্ৰস্তাৱসমূহ সমৰ্থন কৰে। তেখেতে যুক্তি দিয়ে যে স্বায়ত্তশাসনৰ যথোচিত সুবিধা নিদিলে অসমৰ জনজাতিসকলৰ অৱস্থাও আমেৰিকা মহাদেশৰ ৰেড্ ইণ্ডিয়ানসকলৰ দৰে হ'বগৈ আৰু সেয়ে তেওঁলোকক বহুখিনি ৰক্ষণাবেক্ষণ দিয়াটো প্ৰয়োজন। ইয়াৰ ফলতেই সাংবিধানিক সভাই ভাৰতৰ সংবিধান প্ৰণয়ন কৰোঁতে অসমৰ যি কেইখন পাহাৰী জিলা Partially excluded areaত পৰিছিল সেইকেইখনৰ বাবে সংবিধানৰ ষষ্ঠ অনুচ্ছেদৰ অধীনত জিলা পৰিষদ গঠনৰ জৰিয়তে স্বায়ত্তশাসনৰ সা-সুবিধা ৰাখিলে। আম্বেদকাৰৰ পৰামৰ্শ মতে এই ব্যৱস্থাও যদি সময়ত যথেষ্ট বুলি বিবেচিত নহয় তেন্তেহলে এই এলেকাবোৰক অসমৰ ভিতৰতে একোখন স্বায়ত্তশাসিত প্ৰদেশলৈ ৰূপান্তৰিত কৰি অধিক স্বায়ত্তশাসন দিয়াৰ ব্যৱস্থাও সংবিধানৰ ২৪৪ (ক) অনুচ্ছেদৰ অধীনত ৰখা হ'ল। এই সুবিধা লৈয়েই মেঘালয় ৰাজ্য গঠনৰ সময়ত প্ৰথমে অসমৰ ভিতৰতে স্বায়ত্তশাসিত ৰাজ্য হিচাবে গঠন কৰা হৈছিল। অতি কম সময়ৰ ভিতৰতেই মেঘালয়ক কেন্দ্ৰীয় চৰকাৰে পূৰ্ণাঙ্গ ৰাজ্যলৈ পৰিণত কৰিলে। বৰ্তমান অসমৰ কাৰবি আংলং আৰু উত্তৰ কাছাৰ জিলাতো সংবিধানৰ এই ২৪৪ (ক) অনুচ্ছেদৰ ব্যৱস্থাৰ অধীনত স্বায়ত্তশাসিত ৰাজ্য গঠনৰ বাবে আন্দোলন আৰম্ভ হৈছে।

এই অনুচ্ছেদত স্পষ্টভাৱে লেখি থোৱা আছে যে, "Not withstanding anything in this constitution, parliament may, by law, form within the state of Assam an autonomous state comprising all or any of the tribal areas specified in Part I of the table appended to paragraph 20 of sixth schedule and create therefore (A) a body, whether elected or partly nominated-

**and partly elected, to function as legislature for the autonomous state or (B) a council of ministers or both, with such constitution powers and functions in each case as may be specified in the law."**

এই ব্যৱস্থাৰ অধীনত অসমৰ খাচী-জয়ন্তীয়া আৰু গাৰোপাহাৰ জিলাক লৈ মেঘালয়া ৰাজ্য গঠন কৰাৰ পাছত বাকী থাকে কাৰবি আংলং আৰু উত্তৰ কাছাৰ (আগৰ সংযুক্ত মিকিৰপাহাৰ আৰু উত্তৰ কাছাৰ জিলা) জিলা। এতিয়া সমগ্ৰ ভাৰতৰ ভিতৰতে সংবিধানৰ এই ২৪৪ (ক) অনুচ্ছেদৰ বিধি ব্যৱস্থা অসমৰ এই দুখন জিলাৰ ক্ষেত্ৰতে প্ৰযোজ্য। আৰু, অসমৰ এই জিলা দুখনৰ অধিবাসীসকলে আজি অসমৰ ভিতৰত এই ব্যৱস্থাৰ অধীনত অধিক স্বায়ত্ত শাসন বিচাৰিছে।

## নাগালেণ্ড আৰু মিজোৰাম : আত্মনিয়ন্ত্ৰণৰ সংগ্ৰামৰ আন এটা দিশ

নাগা আৰু মিজোসকলৰ সমস্যাটো একেই আত্মনিয়ন্ত্ৰণৰ সমস্যা হলেও অসমৰ বাকীকেইখন পাহাৰীয়া জিলাবোৰৰ ঐতিহাসিকভাৱে এই দুটা অঞ্চলৰ সমস্যাৰ কিছু পাৰ্থক্যও নথকা নহয়। আগতেই কৈ অহা হৈছে যে নাগাপাহাৰ এলেকাক বৃটিছে EXCLUDED AREA কৰি অসমৰপৰা বিচ্ছিন্ন কৰি ৰাখিছিল। বৃটিছ অহাৰ আগলৈকে অসমৰ আহোম ৰাজ্যৰ লগত নাগাসকলৰ এক সুস্থিৰ সম্পৰ্ক গঢ়ি উঠিছিল। আহোম ৰাজ্য প্ৰতিষ্ঠাৰ সময়ত প্ৰথম ৪০।৫০ বছৰমান আহোম-নাগাৰ যুঁজ-বাগৰ লাগি আছিল যদিও পাছলৈ দুই-এক বিকল ব্যতিক্ৰমৰ বাহিৰে নাগাপাহাৰ আৰু অসমৰ ভৈয়ামৰ মাজত সামাজিক আদান-প্ৰদান, সমন্বয়, ব্যৱসায়-বাণিজ্য আৰু বুজাবুজিৰ এক সম্প্ৰীতিমূলক সম্বন্ধ গঢ়ি উঠিছিল। এই সম্বন্ধ ইমানেই গাঢ় আৰু ব্যাপক আছিল যে নাগাসকলৰ বিভিন্ন জনজাতীয় ভৈয়ামৰ মাজত আদান-প্ৰদানৰ বাবে অসমীয়া ভাষাই যোগসূত্ৰ ৰক্ষাকাৰী ভাষা হৈ পৰিছিল। নাগাপাহাৰত অসমীয়া ভাষাৰ ৰূপ পৰিবৰ্তন হৈ 'নাগামীজ' নামৰ এক দুৰ্বোধ্য ৰূপ

হ'লগৈ। আজিও বিভিন্ন নাগা ফৈদ আৰু ভৈয়ামৰ লগত এই ভাবাই সম্বন্ধ ৰক্ষা কৰি আহিছে। কিন্তু, বৃটিছ আহি সোমোৱাৰ লগে লগে এই প্ৰীতিৰ সম্পৰ্কত বাধা পৰিল। তাৰ পিছত বৃটিছে নাগা পাহাৰক Excluded এলেকা ঘোষণা কৰি ইনাৰলাইন ব্যৱস্থা প্ৰবৰ্তন কৰাৰ পাছত নাগাপাহাৰ অসমৰপৰা সকলো ফালৰপৰাই বিছিন্ন হৈ পৰিল। বৃটিছ যুগত, মিছনেৰীসকলৰ চেষ্টাত হোৱা শিক্ষা প্ৰসাৰৰ ফলত বিভিন্ন নাগাপাহাৰত যিচাম নতুন শিক্ষিত যুৱক ওলাই আহিল, তেওঁলোকৰ মনত ভৈয়ামৰ বাইজৰ লগত থকা ঐতিহ্যমণ্ডিত প্ৰীতিৰ সম্পৰ্কৰ কোনো অৱশেষেই থকাতো সম্ভৱ নাছিল। পশ্চিমীয়া শিক্ষাৰ আলোকেৰে আলোকিত, মূলতে খৃষ্টধৰ্মাৱলম্বী নতুন নাগা যুৱকসকলে হিন্দুপ্ৰধান অসমৰ ভৈয়াম আৰু প্ৰাচীন ঐতিহ্যৰ শিপাদালৰ প্ৰতি উদাসীন হোৱাটোৱেই স্বাভাৱিক। ইতিমধ্যে তেওঁলোকে চুবুৰীয়াবটো বাদেই নিজৰে প্ৰাচীন পৰম্পৰাৰ শিপাদাল হেৰুৱাই পেলাইছে।

আনহাতে অসম প্ৰদেশৰ অধীনতেই, স্বাধীনতাৰ পিছতো এক বিশেষ বিছিন্ন এলেকা হিচাবে তেওঁলোকক সাঙুৰি ৰখা হ'ল। অসম মন্ত্ৰীসভাৰ বিশেষ ক্ষমতা আৰু নিয়ন্ত্ৰণ এইবোৰ এলেকাত নাথাকিল, কিন্তু, ৰাজ্যপালৰ অধীনহৈ অসমৰ লগতে তেওঁলোক থাকি গ'ল। এই এলেকাবোৰত কিবা এটা কৰিবলৈ অসম চৰকাৰ ক্ষমতাহীন, আনহাতে এই এলেকাবোৰৰ চৰকাৰ বুলিবলৈ ৰাজ্য চৰকাৰথনেই। এনে এক জাবৰ পৰিস্থিতিত, স্বাধীনতাৰ পিছতো, অসমত পাহাৰীয়া নাগা আৰু মিজোসকলৰ লগত ভৈয়ামৰ নতুন সম্পৰ্কৰ বাট মুকলি হোৱাতকৈ অবিশ্বাস আৰু অনৈক্যৰ বাট মুকলি হোৱাতহে সূচল হ'ল।

নাগা জাতীয় আন্দোলনৰ নেতা আঙ্গামী জাপ' ফিজোৱে ভাৰত স্বাধীন হোৱাৰ আগেয়ে কৈছিল, "নাগাসকল মংগোলীয় প্ৰজাতিৰ লোক আৰু মনত পৰাৰ দিনৰেপৰাই নাগাসকলৰ বাৰয়টা প্ৰজন্মই তেওঁলোকৰ নিজৰ সকল আৰু সম্পূৰ্ণ স্বাধীন জীৱনধাৰাৰ মাজেৰে সগৰ্বে বসবাস কৰি আহিছে। নাগাসকলে নিজৰ তাৰৰ তাৰৰ পৰিয়ালবোৰৰ সহযোগিতাত গঢ়ি উঠা এখন সমাজত বাস কৰে আৰু এই সমাজখন পৃথিৱীৰ যিকোনো দেশৰ জনসমাজৰ সমানেই পূৰ্ণা আৰু গণতান্ত্ৰিক ভিত্তিত গঢ়ি উঠা এখন বাস্তৱ সমাজ। ঐতিহাসিকভাৱেই নাগাভূমিৰ ভাৰতৰ লগত কোনো সম্পৰ্ক নাই আৰু নাগাভূমিৰ যিটো অংশ বৃটিছৰ অধীন হৈছিল, সেই অংশটোকো সদায় বৃটিছ ভাৰতৰ বাকী অংশকাৰা

স্বকীয়াকৈ বখা হৈছিল।" কিজোৰ বন্ধু, নাগাসকলৰ অন্যতম নেতা চাখৰেই মহাত্মা গান্ধীলৈ দিয়া এখন চিঠিত লেখিছিল যে, "বৃটিছ অহাৰ আগতে নাগাসকল স্বাধীন আছিল। ১৮২৯ চনত বৃটিছে নাগাসকলক প্ৰথম আক্ৰমণ কৰে। সুদীৰ্ঘ ৩০ বছৰৰ বেছিকাল নাগাসকলে বৃটিছৰ লগত যুঁজ কৰে আৰু ১৮৭৯ চনত পৰাস্ত হয়। বৃটিছৰ প্ৰজা হৈ পৰা নাগাসকলে ১৯২৯ চনত চাইমন কমিচন যেতিয়া কহিমালৈ আহে; তেতিয়াই প্ৰথমবাৰৰ বাবে স্বাধীনতাৰ দাবী জনায়। ১৯৪৫ চনত বৃটিছে ভাৰত এৰাৰ আগতে নাগাসকলে এই দাবী পুনৰ উত্থাপন কৰে। যদিও নাগাসকলক জিলা পৰ্যায়ৰ স্বায়ত্তশাসনৰ সুবিধা আগবঢ়োৱা হৈছিল তাক তেওঁলোকে প্ৰত্যাখ্যান কৰে। নাগাসকলৰ স্বাধীনতাৰ দাবী সমগ্ৰ নাগা বাইজৰ দাবী....।"

এই কথাখিনি উদ্ধৃত কৰা হ'ল বৃটিছৰ **excluded area**-ৰ নীতিৰ পৰিণতি দেখুৱাবলৈ। বৃটিছ প্ৰশাসনৰ কালছোৱাত নাগাসকলৰ মাজত এই নীতিৰ বাবেই কোনোদিনেই এক ভাৰতীয় মনোভাৱে গা কৰি নুঠিল। ফলত স্বাধীনতাৰ পিছত নাগাসকলে অসমৰ লগতহে নালাগে ভাৰতৰ লগতে থকাৰ কোনো যথাৰ্থতা দেখা পোৱা নাছিল। নাগাপাহাৰ এলেকা নামত অসমৰ অন্তৰ্ভুক্ত হৈ থকাৰ সময়ত, ক্ষমতাহীন অসম ৰাজ্য চৰকাৰে নাগা সমস্যাত বিশেষ হস্তক্ষেপ কৰিব পৰাৰ অৱস্থাত নাছিল, কিন্তু, অসম ৰাজ্য চৰকাৰৰ নেতাসকলে নাগা ৰাইজৰ আৰু নেতাসকলৰ লগত সম্পৰ্ক ভাল কৰাৰ একো চেষ্টাও নকৰিলে। বৰঞ্চ এহাতে ভাৰতৰ কেন্দ্ৰীয় শাসকসকলৰ সুৰতে সুৰ মিলাই নাগাসকলক দেশদ্ৰোহী আখ্যা দি আৰু আনহাতে নিজৰ প্ৰশাসনিক অক্ষমতাৰ ফলত নাগাসকলৰ লগতে বাকী পাহাৰীয়া জনজাতিসকলৰ মনতো অবিশ্বাসৰ জন্ম দিয়াতহে সক্ষম হ'ল।

মিজোৰামৰ ক্ষেত্ৰতেই অসম চৰকাৰৰ ভূমিকা পৰীক্ষা কৰি চালে এই কথা স্পষ্ট হৈ পৰে।

১৯৪৭ চনত ভাৰতৰ স্বাধীনতাৰ সময়ত মিজোসকলৰ নেতৃত্বকাৰী সংগঠন মিজো ইউনিয়নে মিজোৰামৰ (তেতিয়াৰ লুচাই পাহাৰ) ভাৰতৰ লগত অন্তৰ্ভুক্তিৰ বাবে সৰ্বসন্মতভাৱে আবেদন জনাইছিল আৰু অসম ৰাজ্যৰ ভিতৰতে জিলা পৰিষদৰ ক্ষমতা লৈয়েই মিজোসকলৰ সমাজৰ সংস্কাৰ আৰু উন্নতিৰ বাবে আগ্ৰহ প্ৰকাশ কৰিছিল। মন কৰিবলগীয়া যে অসমৰ তৈয়াৰৰ ভূ-খণ্ডৰ লগত

মিজো জনজাতিসকলৰে সম্পৰ্ক আটাইতকৈ কম আছিল। কিন্তু, অসমৰ ৰাজ্যিক চৰকাৰে মিজো নেতাসকলক জিলাখনৰ উন্নয়নৰ কাম-কাজ কৰাত কোনো বিশেষ সা-সুবিধাতো নিদিলেই বৰঞ্চ ভেঙুৰলোকৰ আচাৰ-ব্যৱহাৰে মিজোসকলৰ মনত ৰাজ্য চৰকাৰে মিজোসকলক অত্যন্ত অৱহেলাৰ চকুৰেহে চায় বুলি এক বদ্ধমূল ধাৰণাৰ জন্ম দিলে। পৰিস্থিতিৰ আটাইতকৈ অৱনতি ঘটিল ১৯৫৮ চনত। সেইবছৰ মিজোৰামত হঠাৎ প্ৰচণ্ড আকাল হ'ল। পাহাৰৰ বাঁহবোৰ হঠাৎ ফুলিল আৰু বাঁহৰ ফুল খাই এন্দুৰবোৰৰ অস্বাভাৱিক হাৰত বংশবৃদ্ধি ঘটিল। হাজাৰে হাজাৰে এন্দুৰে পথাৰৰ সকলো খাদ্য নষ্ট কৰি জিলাখনত কম সময়ৰ ভিতৰতেই ভয়ংকৰ খাদ্য অনাটন আৰু আকালৰ সৃষ্টি কৰিলে। মিজোৰামত এইটো আচহুৱা ঘটনা নহয়, প্ৰতি ৫০ বছৰৰ মূৰে মূৰে এনেদৰে বাঁহ ফুলি মৰি যায় আৰু বাঁহৰ ফুল খাই এন্দুৰৰ বংশ বৃদ্ধি হয় আৰু শস্য নষ্ট কৰে। ইয়াক মিজোসকলে 'মাওতাম' বুলি কয়। এই সময়ৰ জিলা পৰিষদৰ বাৰম্বাৰ অনুৰোধ সত্ত্বেও বিমলা প্ৰসাদ চলিহাৰ ৰাজ্যচৰকাৰে মিজোৰামৰ আকাল দূৰ কৰিবৰ বাবে খাদ্যশস্য পঠোৱাৰ কোনো খৰতকীয়া ব্যৱস্থা গ্ৰহণ নকৰিলে। অসম চৰকাৰৰ এই অকৰ্মণ্যতা আৰু উদাসীনতাই মিজোসকলৰ মাজত এই ধাৰণা বদ্ধমূল কৰি তুলিলে অসম ৰাজ্যচৰকাৰে জনজাতীয় পাহাৰ অঞ্চলৰ দুখদুৰ্দশা আৰু উন্নয়নৰ বাবে একেবাৰেই আগ্ৰহী নহয়, বৰঞ্চ জনজাতীয়সকলৰ প্ৰতি অসমীয়া ৰাজ্য চৰকাৰৰ অৱহেলাৰ মনোভাবহে স্পষ্ট। এই আকালৰ মোকাবিলা কৰিবলৈ গঠিত মিজো নেচনেল ফেমাইন ফ্ৰন্টত আইজালৰ জিলা পৰিষদৰ লালডেঙ্গা নামৰ কেৰাণী এজনৰ যোগদান আৰু তাৰ পাছৰ সংঘৰ্ষৰ কাহিনী আজি ইতিহাস হৈ পৰিছে। সেইসময়ৰ চিলঙত বহি থকা চলিহাৰ 'অসমীয়া চৰকাৰে' যদি মিজোসকলৰ অনাটনৰ সময়ত খাদ্যশস্য পঠিয়াই সাহায্যৰ হাত আগবঢ়ালেহেঁতেন, কোনে কব পাৰে, মিজোৰাম হয়তো এতিয়াও অসমৰ লগতে থাকিলহেঁতেন।

নাগালেণ্ড আৰু মিজোৰামৰ প্ৰসংগ দুটা এই প্ৰবন্ধৰ পৰিসৰত উত্থাপন কৰাৰ উদ্দেশ্য দুটা। প্ৰথমে অসমৰ এই EXCLUDED এলেকা দুটা অসমৰ-পৰা বিচ্ছিন্ন হৈ যোৱাৰ ঐতিহাসিক প্ৰেক্ষাপটৰ আভাষ দিয়া। আৰু, দ্বিতীয়তে, এই পাহাৰৰ জনজাতিসকলে নিজে আগবাঢ়ি অহা সত্ত্বেও, ভেঙুৰলোকক বিশ্বাসত লৈ, অসমৰ মাজতে স্বায়ত্তশাসনৰ সা-সুবিধা দি, সসন্মানে জীয়াই

থকাৰ ব্যৱস্থা, সুবিধা পায়ো গঢ়ি তোলাৰ ক্ষেত্ৰত অসমীয়া নেতাসকলৰ অজ্ঞতা, প্ৰশাসনিক অকৰ্মণ্যতা, ৰাজনৈতিক অপৰিপক্কতা আৰু বিফলতাৰ আভাষ দিয়া। পৰিতাপৰ কথা যে নাগাপাহাৰ আৰু বিশেষকৈ মিজোৰামত হোৱা এই ভুল তাতেই শেষ নহ'ল। প্ৰায় একেধৰণৰ ঘটনাৰ পুনৰাবৃত্তি মেঘালয়াৰ ক্ষেত্ৰতো হ'ল আৰু আজি কাৰবিআংলংৰ ক্ষেত্ৰতো একেখন নাটকৰে পুনৰাভিনয় আৰম্ভ হোৱা নাইনে।

অসমৰপৰা জনজাতীয় সকল আঁতৰি যাব খোজা বুলি তেওঁলোকক বিচ্ছিন্নতাবাদী আদি আখ্যা দি জগৰীয়া কৰাৰ আগতে আমি নিজকে প্ৰশ্ন কৰি চাইছোনে যে অসমৰ মাজত জনজাতীয় লোকসকলক সমমানে জীয়াই থাকিবৰ পৰিবেশ আমি অসমীয়া ৰাইজে, অসমীয়া নেতা আৰু বুদ্ধিজীৱিসকলে কৰি দিব পাৰিছোনে? এই প্ৰশ্নটো বোধকৰো আমি সকলোৱে নিজকে কৰা'তো ভাল হ'ব।

## কাৰবি আংলং আৰু উত্তৰ কাছাৰ প্ৰসংগ

ভাৰত স্বাধীন হোৱাৰ আগতেই কাৰবি আংলঙত আধুনিক অৰ্থত ৰাজনৈতিক সংগঠন আৰম্ভ হয়। তেতিয়া মিকিৰ পাহাৰ বুলি জনাজাত এই পাহাৰীয়া এলেকা দুভাগ হৈ নগাঁও আৰু শিৱসাগৰ জিলাৰ লগত লাগেৰে থাই আছিল। ১৯৪৭ চনৰ মাৰ্চ মাহত, ভাৰত স্বাধীন হোৱাৰ আগতেই, হাৱাইপুৰত খৰচিং ইংতিক সভাপতি আৰু চেমচন সিং ইংতিক সম্পাদক হিচাবে লৈ কাৰবিসকলৰ প্ৰথমটো জাতীয় ৰাজনৈতিক সংগঠন কাৰবি-আ-দৰবাৰৰ জন্ম হয়। বৰদলৈ কমিটিৰ আগত কাৰবি জাতিৰ হৈ কাৰবি-আ-দৰবাৰৰ তৰফৰপৰা চাৰলিং টেৰণ, চন্দ্ৰসিং টেৰণ, চয় চয় তেৰাং, বাকেলং তেৰাং আৰু কংকং তেৰাঙে সাক্ষ্য দিয়ে। প্ৰথমবাৰৰ বাবে তেওঁলোকে কাৰবিসকলৰ বাবে জিলাপৰ্যায়ৰ স্বায়ত্তশাসনৰ দাবী তোলে। কাৰবি নেতাসকলে কাৰবি-আ-দৰবাৰৰ নেতৃত্বত সেই স্বাধীনতাৰ প্ৰাক্কালতে স্পষ্ট আৰু দ্ব্যৰ্থহীনভাৱে অসমীয়া ৰাইজৰ সহযাত্ৰী-সমভাগী হৈ অসমৰ ৰাইজৰ লগত থাকি, অসমৰ মাজতে কাৰবি ৰাইজৰ স্বকীয়তা ৰক্ষা কৰিব পৰাৰ ব্যৱস্থা থকা এখন জিলা গঠনৰ জৰিয়তে স্বায়ত্তশাসনৰ সুবিধা বিচাৰিছিল। স্বাধীনতাৰ সেই জোকজোকাণিতে কাৰবি নেতাসকলে অসম আৰু অসমীয়াৰ লগত অভিন্নভাৱে

থাকিবৰ ইচ্ছা প্ৰকাশ কৰি সমূহ অসমীয়া ৰাইজ আৰু নেতাসকলৰ ওপৰত যি গভীৰ বিশ্বাস আৰু আস্থা প্ৰকাশ কৰিছিল, তাৰ মৰ্যাদা আজি আমি ৰাখিব পাৰিছোনে? আজিৰ কাৰবি আংলঙৰ সমস্যা বিচাৰ কৰোতে আমি এই কথা সদায় মনত ৰখাটো প্ৰয়োজন।

কাৰবি নেতাসকলে বৰদলৈ কমিটিক দিয়া প্ৰতিবেদনত কিছুমান প্ৰস্তাৱ তুলি ধৰিছিল। নগাঁও আৰু শিৱসাগৰ জিলাৰ লগত সংযুক্ত কৰি ৰখা মিকিৰ পাহাৰৰ এলেকাখিনি লৈ ৪১৭৪ বৰ্গমাইলৰ এক সুকীয়া জিলা গঠন কৰিব লাগে আৰু সীমা নিৰ্দ্ধাৰণৰ বাবে এখন কমিটি তৎকালে গঠন কৰিব লাগিব। ভূমিৰ ৰক্ষণাবেক্ষণ, শিক্ষা আৰু সামাজিক নীতি নিয়মৰ সুৰক্ষাৰ ব্যৱস্থা কৰিব লাগিব। যোগ্য কাৰবি যুৱকক চাকৰি দিব লাগিব। অসমৰ ভিতৰত জিলাখনৰ স্বায়ত্ত শাসনৰ সুবিধা দিব লাগিব। ৫০ হেজাৰ জন জনসংখ্যাৰ ভিতৰৰপৰা এজনকৈ অসম বিধানসভাৰ সদস্য থাকিব লাগিব। ৰাজ্য মন্ত্ৰীসভাত জনজাতীয় কল্যাণ বিভাগটো জনজাতীয় লোকৰ হাতত দিব লাগিব ইত্যাদি।

গোপীনাথ বৰদলৈয়ে নীতিগতভাৱে এই প্ৰতিবেদন মানি লয় আৰু সংবিধান সভাৰ ওচৰত কাৰবি আংলং আৰু উত্তৰ কাছাৰৰ বাবে সংবিধানৰ প্ৰস্তাবিত ষষ্ঠ অনুচ্ছেদৰ অধীনত জিলাপৰ্যায়ৰ স্বায়ত্তশাসনৰ সুবিধা দিয়াৰ চুপাৰীচ কৰে। ইয়াৰ পিছতে সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলাৰ জন্ম হয়। তেতিয়াৰপৰা কাৰবি আংলং আৰু উত্তৰ কাছাৰ জিলাৰ জনজাতীয়সকলে অসমৰ ভিতৰতে থাকি স্বায়ত্তশাসনৰ সা-সুবিধা ভোগ কৰি আহিছে। তথাপিও যোৱা দশকটোত কাৰবি আংলংৰপৰা কেবাবাৰো অধিক স্বায়ত্তশাসনৰ সা-সুবিধাৰ বাবে দাবী উঠিছে। বিভিন্ন সময়ত সুকীয়া ৰাজ্য, কেন্দ্ৰীয় শাসিত ৰাজ্য আৰু সম্প্ৰতি অসমৰ ভিতৰতে সংবিধানৰ ২৪৪ (ক ধাৰাৰ অধীনত স্বায়ত্তশাসিত ৰাজ্য গঠনৰ বাবে আন্দোলন আৰম্ভ হৈছে ( সংবিধানৰ এই অনুচ্ছেদৰ ঐতিহাসিক প্ৰেক্ষাপট আৰু ব্যৱস্থাসমূহৰ বিষয়ে আগতে উল্লেখ কৰা হৈছেই )। উত্তৰ কাছাৰ জিলাতো এই আন্দোলনৰ ঢৌ পাইছেহি আৰু ইয়াৰ সমৰ্থনত একাধিক সংগঠনো গঢ়ি উঠিছে।

জিলাপৰিষদৰ স্বায়ত্তশাসনতকৈ অধিক ক্ষমতা বিচৰাৰ কাৰণবোৰ কি সেইকথা বিচাৰ কৰি চোৱাটো প্ৰয়োজন আছে। আন্দোলনকাৰীসকলৰ দাবীবোৰ বিচাৰ কৰি চোৱাৰ সময়ত অৱশ্যে আনকেইটামান দিশো উল্লেখ কৰাটো অপ্ৰাসঙ্গিক নহ'ব।

কাৰবি আংলঙৰ ৰাজনীতিত আত্মপ্ৰকাশ কৰা প্ৰতিটো নতুন সংগঠন আৰু নেতাই সদায়েই এই স্বকীয়া ৰাজ্যৰ দাবীটোৰ সহায় লৈয়েই ৰাইজৰ মাজত নিজৰ পৰিচিতি আৰু প্ৰভাৱ সৃষ্টি কৰিবলৈ যত্ন কৰি আহিছে, অৰ্থাৎ এই দাবীটোৰ জৰিয়তে তেওঁলোকে সহজে ৰাজনৈতিক আত্মপ্ৰকাশ আৰু প্ৰতিষ্ঠাৰ বাট এটা পাইছে। গতিকে সাধাৰণ ৰাইজ আৰু বিশেষকৈ শিক্ষিত জনজাতীয় যুৱকসকলৰ মাজত দাবীটোৱে যে এক জনপ্ৰিয় আৰু আবেগিক স্থান অধিকাৰ কৰি আছে সেইকথা নিশ্চিত। অসমৰ আনকেইখন পাহাৰীয়া জিলাত ইতিমধ্যে জনজাতীয় ৰাজ্য স্থাপন হোৱাৰ ফলত এই দাবীৰ জনপ্ৰিয়তাও বাঢ়ি আহিছে।

এই কথা ঠিক যে ষষ্ঠ অনুচ্ছেদৰ অধীনত কাৰবি আংলং আৰু উত্তৰ কাছাৰ জিলাৰ গঠন হোৱাৰ পাছৰ দুটা দশক জুৰি ৰাজ্য চৰকাৰে জিলাপৰিষদক নামমাত্ৰ ক্ষমতাহে দিছিল। ৭০ৰ দশকৰ মাজভাগতহে ৰাজ্য-চৰকাৰে বহুখিনি কাৰ্যকাৰী ক্ষমতা জিলাপৰিষদৰ হাতত অৰ্পণ কৰে। মেঘালয় ৰাজ্য সৃষ্টিৰ সময়ত কাৰবি আংলং আৰু উত্তৰ কাছাৰৰ জনজাতীয় নেতাসকলে অসমৰ লগত থাকিবলৈ সিদ্ধান্ত লোৱাৰ পাছতে এই অধিক ক্ষমতাৰ হস্তান্তৰ হয়। এতিয়া পৰ্বতীয়া জনজাতীয় নেতাসকলে কৈছে যে কাৰবি জাতিৰ জাতীয় আকাঙ্ক্ষা পূৰণ কৰিব পৰাকৈ এই ক্ষমতাখিনি যথেষ্ট নহয়, বিশেষকৈ জিলাখনৰ উন্নয়নৰ বাবে পৰিকল্পনা প্ৰস্তুত কৰা, বাজেট নিৰ্দ্ধাৰণ আৰু বিত্তীয় ক্ষমতা যিহেতু ৰাজ্যচৰকাৰৰ হাততে আছে, গতিকে জিলাপৰিষদে জনজাতীয়সকলৰ উন্নয়নৰ প্ৰকৃত কাম-কাজ হাতত লবলৈ সক্ষম নহয়। সেয়ে সংবিধানৰ ২৪৪ (ক) অনুচ্ছেদৰ জৰিয়তে স্বায়ত্তশাসিত ৰাজ্য গঠন কৰিলেহে পাহাৰী জনজাতিসকলে স্বায়ত্তশাসন আৰু আত্মনিয়ন্ত্ৰণৰ প্ৰকৃত অধিকাৰ পাবলৈ সক্ষম হ'ব বুলি তেওঁলোকে দাবী কৰে।

আজি এবছৰৰ আগতে কাৰবি আংলঙত এই দাবীপূৰণৰ বাবে গঢ়ি উঠা 'স্বায়ত্তশাসিত ৰাজ্য দাবী সমিতি' নামৰ সংগঠনে ভাৰতৰ প্ৰধানমন্ত্ৰীৰ ওচৰত দাখিল কৰা এখন স্মাৰকপত্ৰত এই দাবী সাব্যস্ত কৰাৰ পক্ষে যুক্তি দাঙি ধৰিছে। তেওঁলোকৰ মূল বক্তব্য পৰীক্ষা কৰি চালে দেখা যায় যে তেওঁলোকৰ মতে ষষ্ঠ অনুচ্ছেদৰ অধীনৰ জিলাপৰিষদৰ ক্ষমতা পাহাৰী জনজাতিসকলৰ জাতীয় আকাঙ্ক্ষা পূৰণৰ বাবে যথেষ্ট নহয় আৰু এই ব্যৱস্থাই তেওঁলোকক ভৈয়ামৰ সংখ্যাগৰিষ্ঠ জনগোষ্ঠীৰ ( অসমীয়াৰ ) অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক আগ্ৰাসনৰ বিৰুদ্ধে ৰক্ষাকৱচ দিবলৈকো যথেষ্ট নহয়। স্মাৰকপত্ৰখনত তেওঁলোকে কিছু অসম

চৰকাৰ বা অসমীয়া মানুহে পাহাৰৰ জনজাতিসকলক অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক শোষণ কৰাৰ কোনো ধৰণৰ সাক্ষ্য প্ৰমাণ তুলি ধৰিব পৰা নাই। ৬০ৰ দশকত অসমীয়া ভাষাক 'অসমীয়া' ৰাজ্য চৰকাৰে জাপি দিব খোজোতে পাহাৰী জনজাতিসকলে বিদ্ৰোহ কৰাৰ ফলত অসম ভাগ ভাগ হ'ল বুলি তেওঁলোকে তোলা অভিযোগটোও সঁচা নহয়। ৰাজ্য ভাষা প্ৰচলন আইন বলবৎ আৰু ইংৰাজীভাষাকো অসমত শিক্ষাৰ মাধ্যম কৰি ৰখা নৰখাৰ প্ৰশ্নটোলৈ ৰাজ্যচৰকাৰ আৰু জনজাতিসকলৰ মাজত উত্তেজনা বৃদ্ধি হৈছিল। জনজাতিসকলৰ এই প্ৰশ্নত আন্দোলনো হৈছিল। বহুকেইজন জনজাতি নেতাই অসমৰপৰা ইংৰাজী মাধ্যম উঠাই দিয়াৰ বিৰোধীতা কৰি কৈছিল যে ই তেওঁলোকৰ ওপৰত অসমীয়া ভাষা জাপি দিব খোজাৰ এটা কৌশল। কিন্তু ভাষাৰ আবেগঘন প্ৰশ্নটো তেতিয়া জনজাতি নেতাসকলে বাস্তৱ প্ৰয়োজন বা বৈজ্ঞানিক কাৰণতকৈ ৰাজনৈতিক অস্ত্ৰ হিচাবেহে ব্যৱহাৰ কৰিছিল। ৰাজ্যচৰকাৰ আৰু ৰাজ্যিক শাসকদলৰ লগত ৰাজনৈতিক মোকাবিলাৰ ক্ষেত্ৰত বিভেদৰ তাৎকালিক কাৰণ হিচাবে ভাষা সমস্যাই মূৰ দাঙি উঠা দেখা যায়। অৱশ্যে এই কথা আমি সদায় মনত ৰখাটো প্ৰয়োজন যে অসমৰ সৰু সৰু জনগোষ্ঠীবোৰে নিজৰ জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে সচেষ্ট হওঁতে অসমীয়া ভাষা গ্ৰহণ কৰিলে অসমীয়া সমাজত তেওঁলোক বিলুপ্ত হৈ যাবগৈ বুলি আশংকা কৰাটো সঁচা। অত্যন্ত পৰিতাপৰ কথা যে অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক নেতা, বুদ্ধিজীৱিসকলে এনে ভুল ধাৰণা দূৰ কৰিব পৰাতো দূৰৰে কথা, সময়ে সময়ে অবিবেচক আৰু দায়িত্বজ্ঞানহীন মন্তব্য আৰু কামেৰে অসমৰ পাহাৰ ভৈয়ামৰ জনজাতিসকলৰ মাজত এনে ধাৰণা শক্তিশালীহে কৰি তুলিছে। অসম সাহিত্য সভাৰো ভূমিকা এই ক্ষেত্ৰত মুঠেই সুস্থ আৰু উৎসাহজনক নহয়।

অসমৰ জনজাতিসকলৰ মনত জন্ম হোৱা সংশয় আৰু অবিশ্বাসৰ বাবে যে অসমৰ সংখ্যাগৰিষ্ঠ অসমীয়াভাষী নেতা আৰু বুদ্ধিজীৱিসকলৰ কাম-কাজ আৰু কথা-বতৰাই মূলতে দায়ী সেই বিষয়ে কোনো সন্দেহ নাই। অসমৰ ৰাজ্যিক চৰকাৰৰ নেতাসকলে জনজাতিসকলক দেখুৱাই অহা অৱহেলা আৰু অনাস্থাৰ বাবেই প্ৰথমৰপৰাই অসমত জনজাতি অ-জনজাতিৰ বিভেদ বাঢ়ি আহিছিল। জনজাতি-সকলৰ যিসকলে (পাহাৰীয়া জিলাকেইখনৰ) জিলা পৰ্যায়ত স্বায়ত্তশাসনৰ সা-সুবিধাও পাইছিল আৰু পাইছে তেওঁলোকেও অসমৰ নেতাসকলৰ কাম-কাজৰ ফলত অসমৰ লগত সন্মানে বসবাস কৰি নিজৰ নিজৰ জাতিৰ উন্নতিৰ অৰ্থে

কাম কৰিব পৰাৰ সম্ভাৱনা দেখা দিয়া নাছিল আৰু নাইও। কিন্তু যদি প্ৰস্তুত হোৱা এনে অবিশ্বাসৰ পৰিস্থিতিত ভাষা, লিপি, সংস্কৃতি আদিৰ ক্ষেত্ৰত থকা সমাধান কৰিব পৰা প্ৰশ্নবোৰেই আবেগিক বহুত লাগি চিৰস্থায়ী বিভেদৰ ক্ষেত্ৰ হৈ পৰিছে। যিহেতু অসমৰ ৰাজনৈতিক নেতাসকলে অসমৰ থিলঞ্জীয়া জনগোষ্ঠী-বোৰৰ ভাষিক, সাংস্কৃতিক, অৰ্থনৈতিক উন্নয়ন আৰু অস্তিত্বৰ বাবে প্ৰথমৰপৰাই কোনোধৰণৰ পৰিকল্পিত ব্যৱস্থা নল'লে গতিকে আজি এনে অবিশ্বাস আৰু বিভেদৰ পৰিবেশ অৱধাৰিতভাৱেই আহি পৰিল। অসমীয়া বুদ্ধিজীৱি আৰু সাংবাদিকসকলৰ ভূমিকা এইক্ষেত্ৰত আৰু লজ্জাকৰ। জনজাতিসকলক মুখেৰে উপদেশ বৰ্ষণ কিন্তু দৈনন্দিন কাম-কাজত অৱজ্ঞাৰ আচৰণ কৰাৰ বাহিৰে সমস্যাটোৰ গভীৰলৈ গৈ যোৱাই এটা সমাধানৰ সূত্ৰ আগবঢ়োৱাত তেওঁলোক বৌদ্ধিকভাৱে পুৰুষ্টো লগাকে ব্যৰ্থ। অসমীয়া নেতৃত্বৰ ওপৰত জনজাতীসকলৰ অবিশ্বাস আৰু আস্থাহীনতাৰ ইও এটা ডাঙৰ কাৰণ।

জনজাতিসকলৰ নেতৃত্বৰ যে দোষ নাই তেনে নহয়। কাৰবি আংলঙৰ কথাই চোৱা যাওক ; এই কথা ঠিক যে কাৰবি আংলঙত দুৰ্নীতি আজি এক সামাজিক পৰম্পৰা হৈ পৰিছে। জিলাখনৰ দুৰ্নীতিগ্ৰস্ত অৱস্থাৰ উন্নতি নহ'লে স্বায়ত্তশাসিত ৰাজ্য বা পূৰ্ণাঙ্গ ৰাজ্য একেবাৰেই জিলাখনৰ উন্নতি কৰিব নোৱাৰে, জাতিটোৰ বিকাশ আৰু অস্তিত্বৰক্ষাৰ নিৰাপত্তা দিব নোৱাৰে। যোৱা ৩০ বছৰৰ ওপৰকাল ষষ্ঠ অনুচ্ছেদৰ অধীনত জিলাপৰিষদৰ ক্ষমতা পোৱা সত্বেও কাৰবি নেতাসকলে জাতিটোৰ বিশেষ উন্নতি ঘটাব নোৱাৰিলে। ভাৰতৰ আন কোনোঠাইতে ইমান সক জাতি এটাই এনে সুবিধা পোৱা নাই। অবশ্য আচ্ছাদিত কাৰবি আংলঙৰ আজিৰ টকলা পাহাৰবোৰেই কাৰবি নেতাসকলৰ দুৰ্নীতি আৰু ৰাজনৈতিক নেতৃত্বৰ দৈন্যতাকে স্পষ্ট কৰি তুলিছে। কাৰবি যুৱসমাজৰ মাজতো দুৰ্নীতিৰ বিৰুদ্ধে কোনো সামাজিক সচেতনতা দেখা পোৱা নাযায়, বৰং, বহুতৰ মাজত শাসন ক্ষমতাৰ আৰু সুবিধাৰ ভাগ নোপোৱাৰ ক্ষোভহে স্পষ্ট। জাতিটোৰ উন্নয়নৰ বাবে কোনো পৰিকল্পিত কাৰ্যসূচী—কাৰবি নিবাৰ্থ সেৱাৰ কোনো খচৰা তেওঁলোকে (অকল কাৰবিয়েই নহয়—অসমৰ আটাইবোৰ জনজাতিৰ নতুন নেতৃত্বই) প্ৰস্তুত কৰিব পৰা নাই। স্বায়ত্তশাসিত বা স্বকীয়া ৰাজ্য পালেই আলাউদ্দিনৰ যাদুৰ চাকি এটা কাৰো হাতত আহি নপৰেহি যে যোৱাৰ মাৰি দিলেই লাহুৰ বলত বাতিটোৰ ভিতৰতে কাৰবি বাইজৰ দুখ অৱস্থাৰ কিবা মৌলিক পৰিবৰ্তন ঘটিব।

যোৱা ত্ৰিশ বছৰে অসম ৰাজ্য চৰকাৰ আৰু কাৰবি আংলঙৰ নেতাসকলৰ সম্পৰ্কৰ ক্ষেত্ৰত এটা কথা স্পষ্টকৈ দেখা যায়। যেতিয়াই ৰাজ্যচৰকাৰ আৰু কাৰবি নেতা-সকলৰ সম্পৰ্ক সৌহাৰ্দ্যমূলক হৈ থাকে তেতিয়াই স্বায়ত্তশাসনৰ দাবীবোৰ তল পৰি থাকে। কিন্তু, যেতিয়া সম্পৰ্কত অবিশ্বাস আৰু মনোমালিন্য সোমায়, যেতিয়াই ৰাজ্যচৰকাৰৰ নেতাসকলে জনজাতীয় নেতাসকলক বিশ্বাসত লব নোৱাৰে তেতিয়াই কাৰবি আংলঙত সুকীয়া ৰাজ্যৰ দাবী উত্থাপিত হয়। সম্প্ৰতে অসমত আঞ্চলিকদলৰ চৰকাৰ গঠন হোৱাৰ সময়তো এই ঘটনাই ঘটা দেখা গ'ল। অসম আন্দোলনৰ সময়ত যিসকল কাৰবি যুৱ নেতাই অসমৰ ছাত্ৰ নেতাসকলৰ লগ লাগি আন্দোলন কৰিছিল, ক্ষমতালাভৰ পাছত অসমৰ প্ৰাক্তন ছাত্ৰ নেতাসকলে কাৰবি যুৱ নেতাসকলক অৱহেলা আৰু উপেক্ষা কৰিবলৈ ল'লে। সহজ সুবিধাবাদৰ পোতনীবোকাত সংগ্ৰামী মৈত্ৰীৰ ঐতিহ্যও পোত খালে। মন কৰিবলগীয়া যে এই অসম আন্দোলনত ভাগ লোৱা কাৰবি যুৱ নেতাসকলেই কাৰবি আংলঙৰ শেহতীয়া স্বায়ত্তশাসিত ৰাজ্য গঠন আন্দোলনৰ নেতৃত্বত আছে। দুৰ্ভাগ্যজনক-ভাৱে একেধৰণৰ ঘটনাৰেই পুনৰাবৃত্তি ঘটিব ধৰিছে। পাৰ্থক্য এইবাৰ মাত্ৰ এটাই যে অসমৰ বুদ্ধিজীৱি আৰু সংবাদপত্ৰৰ এচাম এইবাৰ কিন্তু আগৰ দৰে নীৰৱ নহয়।

কাৰবিসকলকে ধৰি অসমৰ অন্যান্য জনজাতিসকলৰ নতুন জাতীয় চেতনা বিকাশ আৰু অস্তিত্ব ৰক্ষাৰ আকাঙ্ক্ষাৰ পৰিপেক্ষিতত গঢ়ি উঠা স্বায়ত্তশাসনৰ দাবীবোৰৰ ক্ষেত্ৰত ওপৰৰ কথাখিনি পাহৰি যোৱাতো ঠিক নহ'ব।

## উদয়াচল আৰু ভৈয়ামৰ জনজাতীয় লোকসকলৰ আকাঙ্ক্ষা

আজি বহু বছৰৰ পৰা অসমত উদয়াচল নামৰ জনজাতী ৰাজ্য এখন গঠনৰ দাবী উত্থাপিত হৈ আহিছে। উদয়াচলৰ দাবীৰ পিছতেই অসমৰ কাৰবি আংলঙত স্বায়ত্তশাসিত ৰাজ্য আৰু সময়ে সময়ে সুকীয়া পূৰ্ণাঙ্গ ৰাজ্য গঠনৰ দাবীও উত্থাপিত হৈছে। সময়ত হয়তো অসমৰ মিচিং, বড়ো, তিৱা আদি জনজাতিসকলৰ মাজৰ-পৰাও সুকীয়া ৰাজ্যৰ দাবী আৰু ইয়াৰ বাবে আন্দোলন গঢ়ি উঠাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি।

'উদয়াচল'ৰ দাবী বা আন এনেধৰণৰ ৰাজ্যৰ দাবীৰ প্ৰসংগ উত্থাপন হোৱাৰ লগে লগে দুটা প্ৰশ্নই আহি ভুমুকি মাৰেহি। এটা হ'ল অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ সমস্যাটো আৰু দ্বিতীয়তো এই সমস্যাৰ সমাধান নোহোৱাৰ বাবে উদ্ভৱ হোৱা অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠীবোৰৰ জাতীয় অস্তিত্ব ৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ সমস্যা। পুনৰোল্লেখৰ দোষদুষ্ট হ'লেও এইসময়তে এই সমস্যা দুটাৰ বিষয়ে আকৌ কিছু আলোচনা কৰাটো প্ৰয়োজন।

আধুনিক অৰ্থত অসমীয়া জাতিগঠনৰ প্ৰক্ৰিয়া আহোমসকল অসমলৈ অহাৰ সময়ৰপৰা ভালকৈ আৰম্ভ হোৱা বুলি কব পাৰি। তাৰ আগতে অসমত বৃহৎ বড়ো-কছাৰী জনগোষ্ঠীৰ বিভিন্ন ফৈদ আৰু আন সৰু সৰু জনগোষ্ঠীবোৰে বাস কৰিছিল। এই জনগোষ্ঠীবোৰৰ মাজত যুঁজবাগৰো যেনেকৈ হৈছিল, তেনেদৰে আকৌ একোজন শক্তিশালী নেতাৰ অধীনত কেন্দ্ৰীকৰণ ঘটি একোখন ডাঙৰ ৰাজ্যও গঢ়ি উঠিছিল। উজনিত আহোমসকলে, নামনি অসমত কোঁচ আৰু কমতা ৰাজবংশই আৰু মধ্য অসমত ভূঞাসকলে নানান ৰাজ্য গঠনৰ ফলত অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোক একো একোটা সবল আৰু স্থায়ী প্ৰশাসনৰ অধীনলৈ অহাৰ ফলত একেধৰণৰ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু জাতিগত সংমিশ্ৰণৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল আৰু এনেদৰেই অসমীয়া জাতি গঢ়ি উঠাৰ বুনিয়াদ গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আদি বৈষ্ণৱ গুৰুসকলৰ ভক্তি আন্দোলনৰ কাম-কাজে এই বুনিয়াদ আৰু শক্তিশালী কৰি তোলে আৰু বিভিন্ন বহিঃশত্ৰুৰ বিৰুদ্ধে হোৱা যুঁজ-বাগৰত এই মানুহখিনিৰ নিজস্ব ভৌগোলিক আৰু ৰাজনৈতিক সত্ত্বা গঢ় লৈ উঠে। এই প্ৰক্ৰিয়াৰ মাজেৰে পুৰণি জনজাতীয় সমাজৰ গোষ্ঠীগত বান্ধোনবোৰ নাইকীয়া হৈ গৈ আৰ্য, আৰ্যেতৰ-মঙ্গোলীয় সকলো জাতি আৰু জাৰিকগোষ্ঠিৰ লোক মিলি লাহে লাহে 'অসমীয়া কৃষকলৈ' ৰূপান্তৰিত হৈ অসমীয়া জাতি আৰু ভাষাৰ বাজহাড়তাল গঢ়ি উঠে। কিন্তু, অসমৰ অৰ্থনীতিৰ, বিশেষকৈ কৃষি অৰ্থনীতিৰ ক্ৰমবিকাশ ঐতিহাসিকভাৱে নোহোৱাৰ বাবে অসমৰ বিভিন্ন গোষ্ঠীৰ সকলো লোকেই সম্পূৰ্ণভাৱে "অসমীয়া কৃষকলৈ" ৰূপান্তৰিত হ'ব নোৱাৰিলে। অসমৰ মীৰামৃৰিয়া, খৰণা, নগা কাৰবীয়া আৰু পাহাৰীয়া অঞ্চলৰ বিৰাট সংখ্যক জনজাতীয় লোক ব্ৰহ্মপুত্ৰ উপত্যকাত স্থায়ী খেতিবাতি, কেন্দ্ৰীভূত প্ৰশাসন আৰু অৰ্থনৈতিক ব্যৱহাৰ মাজেৰে গঢ়ি উঠা কৃষ্টিৰ আৰু ভুবৰ 'অসমীয়া' খেতিয়ক সমাজখনৰ বাহিৰত, এই শক্তিকাৰ আগভাগলৈকে,

জনজাতীয় অর্থনৈতিক স্তৰতেই ৰৈ গ'ল। অসমৰ বৃহৎ বড়ো-কছাৰী জনগোষ্ঠীৰ এক বৃহৎ অংশ, কাৰবি, তিৱা, মিচিংসকলকে আদি কৰি বহু জনগোষ্ঠীয়েই এনেদৰে থাকি গ'ল। অসমীয়া সমাজখনৰ অত্যন্ত গুৰুত্বপূৰ্ণ অংশ আৰু নিকট সম্পৰ্কিত হ'লেও এওঁলোকৰ মাজত জনজাতীয় গোষ্ঠীচেতনা, ৰীতি-নীতি, ভাষা আৰু বাহ্যোনবোৰ থাকি গ'ল। আনকালে বহু সংখ্যক জনজাতীয় লোক একেবাৰে চিন-ভিন নোহোৱাকৈ গঢ়ি উঠা অসমীয়া খেতিয়ক সমাজখনত সোমাই পৰি বিলীন হৈ গ'ল। মোৱামৰীয়া গণ-অভ্যুত্থান, মানৰ আক্ৰমণ, আৰু এই দুই ঘটনাৰ ফলত আহোম ৰাজ্য, ইয়াৰ প্ৰশাসনিক আৰু অৰ্থনৈতিক ব্যৱস্থা ভাগি পৰাত, সাম্ৰাজ্যবাদী বৃটিছৰ বিভেদকামী হস্তক্ষেপ, কানী বৰবিহুৰ আগমন, ধৰ্মীয় গোড়ামি আৰু ভেদভাব—এনে এশ এবুৰি কাৰণে অসমীয়া কৃষক সমাজৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশ বিভিন্ন ধৰণে পিছুৱাই গৈ থাকি এই লোকসকলক মূল সমাজখনত সোমাই পৰাৰ সুবিধা আৰু নিদিলে। স্বাধীনতাৰ পাছত প্ৰবৰ্তন কৰা বিভিন্ন সংৰক্ষণৰ নীতিয়েও ইয়াত ইন্ধন যোগালে। ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক পৰিস্থিতিয়ে এনে পৰিবেশৰ সৃষ্টি কৰিলে য'ত আগৰ দৰে একীকৰণ আৰু এচিমিলেচন প্ৰক্ৰিয়াৰ দ্বাৰা অসমীয়া জাতি গঠনৰ পথবোৰ এটা এটাকৈ বন্ধ হৈ আহিল।

৫০ৰ দশকবোৰত লাহে লাহে শিক্ষাৰ প্ৰচাৰ আৰম্ভ হৈছিল এনে জনগোষ্ঠীবোৰৰ মাজতো এখন সৰু হ'লেও শিক্ষিত মধ্যবিত্তৰ সমাজ লাহে লাহে গঢ় লৈ উঠাৰ কথা আগতেই উল্লেখ কৰি অহা হৈছে। ইয়াৰ লগে লগে মধ্যবিত্ত সমাজ বিকাশ হোৱাৰ স্বাভাৱিক নিয়ম আৰু ফলাফল হিচাবেই জাতীয় চেতনা-বোধেও বিকাশ লাভ কৰিবলৈ আৰম্ভ কৰিলে। এই ঘটনা যেনেদৰে এহাতে ঐতিহাসিকভাৱে অৱশ্যম্ভাবী, আনহাতে ই তেনেদৰে এক সৰ্বভাৰতীয় ব্যাপ্তি থকা ঘটনা। এনে জাতীয় চেতনাবোধৰ উন্মেষে সমগ্ৰ দেশৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ অৱধাৰিতভাৱেই বিচাৰিব। আজিৰ সৰ্বভাৰতীয় আৰু অসমৰ পৰিপ্ৰেক্ষিতত সমস্যা হৈছে এই ঐতিহাসিকভাৱে বিকশিত আৰু সংগত আকাংক্ষাক কেনেকৈ সমগ্ৰৰ মাজেৰে সমাজত প্ৰতিষ্ঠা কৰি ফলৱতী কৰা যায়।

এনে জনগোষ্ঠীবোৰৰ স্বাভাৱিক আৰু সংগত আত্মনিয়ন্ত্ৰণৰ আকাংক্ষাক সময়ে সময়ে ইয়াৰ মধ্যবিত্ত নেতৃত্বই সম্পূৰ্ণ নিজৰ সুযোগ-সুবিধাৰ বাবে সমগ্ৰৰ পৰিবৰ্তে সংঘৰ্ষ আৰু বিচ্ছিন্নতাৰ দিশলৈ পৰিচালিত কৰে [illegible]ভাৱে। তেওঁলোকক

এই কামত সহায় কৰে সমাজৰ শাসকগোষ্ঠী আৰু সংখ্যাগৰিষ্ঠ জাতীয় বা ভাষিক-গোষ্ঠীৰ অকৰ্মণ্যতা, অৱহেলা আৰু মূৰ্খামীয়ে। অসমৰ ক্ষেত্ৰতো উদয়াচলকে আদি কৰি বিভিন্ন জনজাতীয় ৰাজ্য গঢ়ি উঠাৰ মূলো ইয়াতেই নিহিত হৈ আছে।

প্ৰশ্ন হৈছে একো একোটা সৰু জাতিসত্বাৰ জাতীয় বিকাশ আৰু আত্মপ্ৰতিষ্ঠাৰ বাবে এক বিভিন্ন আৰু স্বকীয়া ৰাজ্যৰ গঁঠাই প্ৰয়োজন নে ? কেনেকুৱা যুক্তিৰ ওপৰত ভিত্তি কৰি এনে দাবীবোৰ তোলা হৈছে ? 'উদয়াচল' বিচৰা হৈছিল মূলতে বড়ো জনগোষ্ঠীৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক আকাংক্ষাক বাস্তৱ ৰূপ দিয়াৰ বাবে। কিন্তু, ইয়াৰ ৰাজনৈতিক আৰু সাংগঠনিক ৰূপ কেনে হ'ব, অৰ্থাৎ ই পূৰ্ণাঙ্গ ৰাজ্য, স্বায়ত্তশাসিত ৰাজ্য নে সংবিধানৰ ষষ্ঠ অনুচ্ছেদৰ অন্তৰ্গত এখন স্বায়ত্তশাসিত জিলা হ'ব, সেই বিষয়ে ইয়াৰ মূল প্ৰৱক্তা পি·টি·চি·বা ভৈয়াম জনজাতীয় পৰিষদ নিজেও খুব স্পষ্ট নহয়। নিখিল বড়ো ছাত্ৰসংস্থাকো তেওঁলোকে এই বিষয়ে স্পষ্টকৈ দিব পৰা নাই। দুইটা সংগঠনৰ মত-পাৰ্থক্যৰ ইও এটা কাৰণ। ১৯৬৭ চনতে জন্মলাভ কৰা পি. টি চি এ দলৰ মাজত এই কাৰণতেই ইতিমধ্যেই কেবাবাৰো বিভাজন ঘটিছে আৰু ইয়াৰপৰা বহুতো কৰ্মী ওলাই গৈ নতুন দল খুলিছে। অলপতে এই দলৰ এজন যুৱ নেতাই ইউ, টি, এন, এল, এফ (UTNLF—United Tribal National Liberation Front) নামৰ দল এটা খুলি বিধানসভালৈ নিৰ্বাচিত হৈছে। নেতৃত্বৰ মাজত গোষ্ঠীদ্বন্দ্ব, লক্ষ্যৰ ক্ষেত্ৰত অস্পষ্টতা আৰু হোহোকা পিছলা মনোভাৱৰ বাবে ভৈয়াম জনজাতীয় পৰিষদ দলৰ মাজত বিভাজন ঘটিছে। আনহাতেদি এই দলৰ জন্ম আৰু কাম-কাজে জনজাতীয় সকলৰ মাজতো বড়ো-অনাবড়ো জনজাতীয় বিভাজন আৰু ভুল বুজাবুজিৰো সৃষ্টি কৰিছে।

স্বাধীনতাৰ পাছৰ কালছোৱাৰ কংগ্ৰেছী চৰকাৰবোৰে জনজাতীয় লোকসকলৰ সৰ্বাঙ্গীণ উন্নয়নৰ বাবে একো কামেই নকৰিলে। জনজাতিসকলৰ জাতীয় বিকাশ আৰু সাংস্কৃতিক সংৰক্ষণৰ ক্ষেত্ৰত চৰম উদাসীনতা আৰু অৱহেলাহে প্ৰদৰ্শন কৰিলে। ইয়াৰ ফলতেই এনে দাবীবোৰ আজি এনেদৰে উত্থাপিত হৈছে। চৰকাৰী অমনোযোগীতা আৰু অৱহেলাত কিছুমান নতুন চাম জনজাতীয় যুৱকে আজি বিচ্ছিন্নতাৰ মাজতহে জাতীয় আকাংক্ষা পূৰণৰ সমল বাট দেখিবলৈ পাইছে।

অসমৰ জনজাতীয়, বিশেষকৈ ভৈয়ামৰ জনজাতীয়সকলৰ 'উদয়াচলকে' আদি

কৰি স্বকীয়া ৰাজ্য দাবী কৰাৰ প্ৰসংগত এটা কথা আঙুলিয়াই দিয়াতো প্ৰয়োজন। বৰ্তমান বড়ো বুলিলে যি জনগোষ্ঠীক বুজা যায়, ঐতিহাসিকভাৱে তেওঁলোক অসমৰ বৃহৎ বড়ো-কছাৰী জনগোষ্ঠীৰ এটা ঠালহে। বিকাশৰ বিভিন্ন পৰ্যায়ত বড়ো-কছাৰী মূল জনগোষ্ঠীটোৰ বিভিন্ন ফৈদে বেলেগ বেলেগ ঠাইত স্বকীয়াকৈ আৰ্থ-সামাজিক আৰু সাংস্কৃতিকভাৱে বিকাশ লাভ কৰিছে। তেওঁলোকৰ আচাৰ-আচৰণ আনকি ভাষাও ওচৰ সম্বন্ধীয়া হ'লেও স্বকীয়া স্বকীয়া হৈ পৰিল। মূল বড়ো-কছাৰী জনগোষ্ঠীটোৰ বড়োসকলৰ বাহিৰে আন প্ৰধান ঠালকেইটা হ'ল বাভা, সোনোৱাল, চুতিয়া, মৰাণ মটক, টিৱাল-ঠেঙাল আৰু ডিমাচাসকল। প্ৰাচীন জড়বাদী ধৰ্মবিশ্বাস পৰিত্যাগ কৰি হিন্দু ধৰ্ম গ্ৰহণ আৰু জনজাতীয় আচাৰ-আচৰণ, মদ, গাহৰীমাংস, আদি পৰ্যায়ক্ৰমে পৰিত্যাগ কৰা কছাৰীসকলক পৰ্যায়ক্ৰমে তিতলীয়, মদপী আৰু শৰণীয়া বুলি জনা যায়। এওঁলোক ব্যাপক অসমীয়া সমাজখনত সোমাই পৰিছে। প্ৰাথমিকভাৱে জনজাতীয় ৰাজ্যৰ দাবীয়ে অসমৰ ভৈয়ামৰ সকলো জনজাতিকে সামৰি লবলৈ চেষ্টা কৰিছিল যদিও ই আজি কেৱল-মাত্ৰ বড়োসকলক কেন্দ্ৰ কৰি সংকুচিত হৈ পৰিছেহি। বাকীবোৰ গোষ্ঠীৰ বা ফৈদৰ মাজত উদয়াচলৰ বা জনজাতীয় লেণ্ড-ট্ৰাইবেল লেণ্ড ৰাজ্যৰ দাবী আজি বিশেষ জোৰদাৰ বা জনপ্ৰিয় নহয়। গতিকে পি. টি. চি. এ., ইউ. টি এন. এল-এক আজি পৃথক ৰাজ্যৰ দাবী তোলা জনজাতীয় ৰাজনৈতিক দলবোৰে অসমৰ ভৈয়ামৰ সকলো জনজাতিৰেই আকাঙ্খাৰ প্ৰতিনিধিত্ব কৰে বুলি ভবাটো ভুল হ'ব। এই সংগঠন-কেইটাৰ শক্তি আৰু ব্যাপ্তি আজি মূলতে বড়োভাষীসকলৰ মাজতে সীমাবদ্ধ হৈ পৰিছে। ভৈয়াম জনজাতি পৰিষদ দলৰপৰা যোৱা নিৰ্বাচনৰ আগে আগে ওলাই আহি এচাম নেতাই প্ৰতিষ্ঠা কৰা ইউ. টি এন এল-এক দলে পি. টি চি এ দলতকৈ স্পষ্টভাৱে অসমৰ সকলো জনজাতীয় এলেকাক সামৰি লৈ ট্ৰাইবেল লেণ্ড নামৰ এখন পূৰ্ণাঙ্গ স্বকীয়া ৰাজ্যৰ দাবী পুৰণা 'উদয়াচলৰ' দাবীতকৈ অধিক স্পষ্টভাৱে তুলিছে যদিও এই নতুন দলটোও মূলতে বড়োজনগোষ্ঠী কেন্দ্ৰীক। অসমৰ সকলো জনজাতীয় গোষ্ঠী মিলি অ-জনজাতি সকলৰপৰা পৃথক এক ৰাজ্য গঢ়াৰ কল্পনা আকৰ্ষণীয় হলেও বাস্তৱত কিন্তু প্ৰতিটো জনজাতীয় গোষ্ঠীয়ে স্বকীয়া স্বকীয়াকৈহে নিজা নিজা অস্তিত্ব ৰক্ষাৰ বাবে বেছি আগ্ৰহশীল হোৱাতো পৰিলক্ষিত হয়।

অসমৰ সমাজখনত জনজাতীয় আৰু অ-জনজাতীয় লোক ভৌগোলিক আৰু জনসংখ্যা বিন্যাসৰ অৱস্থানৰপৰা এনেদৰে আজি মিহলি হৈ আছে যে কেইটামান

বিচ্ছিন্ন এলেকাৰ বাহিৰে এওঁলোকৰ একোটা নিৰ্দিষ্ট এলেকাত ভাগ কৰা নাযায়। ভাগ কৰিবলৈ গ'লে গাঁৱে গাঁৱে হয়তো স্বকীয়া ৰাজ্যৰ সীমাৰ জেওৰা দিব লাগিব। বাস্তৱিকতেই ই সম্ভৱপৰ নহয়। আনহাতে জনজাতীয় এলেকা আৰু তথাকথিত ট্ৰাইবেল ব্লক আৰু বেল্টবোৰৰ ভিতৰত উচ্চবৰ্ণৰ লোকসকলক বাদ দিও যি বিৰাট সংখ্যক অনুসূচিত জাতি, পিছপৰা সম্প্ৰদায়, নেপালী, ৰাজবংশী আৰু পমুৱা মুছলমান লোক স্বাধীনভাৱে বহুবছৰ আগৰপৰাই বসবাস কৰি আছিছে, জনজাতীয় স্বকীয়া ৰাজ্য গঠন হ'লে এওঁলোকৰ কি হ'ব? এওঁলোক বিদেশীও নহয় যে বহিষ্কাৰ কৰা যাব। এনে জনজাতীয় ৰাজ্য গঠনৰ দাবীৰ মাজতে যে অসমৰ থলুৱা সমাজৰ জনজাতীয় অ-জনজাতীয় সকলোৰে বহুসংখ্যক লোক ঘৰবাৰী এৰি ভগনীয়া হোৱা আৰু সাম্প্ৰদায়িক সংঘৰ্ষৰ ভয়াবহ ব্ৰণ লুকাই আছে, তাক আমি বুজিব লাগিব।

অসমৰ প্ৰতিটো জনজাতীয় গোষ্ঠী বা জাতিসত্তাৰে জাতীয় অস্তিত্ব ৰক্ষাৰ লগতে সৰ্বাঙ্গীন বিকাশৰ ব্যৱস্থা কৰাৰ তৎকালিক প্ৰয়োজনীয়তা আছে। কিন্তু, ইয়াৰ বাবে স্বকীয়া ৰাজ্য লাগিবই এনে ধাৰণা কৰাটো সম্পূৰ্ণ একপক্ষীয় কথা। জনজাতীয় স্বাৰ্থৰক্ষাৰ বাবে বিচ্ছিন্ন ৰাজ্যৰ দাবী উত্থাপন কৰাৰ মাজত মধ্যবিত্ত জনজাতীয় নেতাসকলৰ ক্ষমতাৰ আকাঙ্ক্ষা নিহিত হৈ থাকিব পাৰে, কিন্তু একেল স্বকীয়া ৰাজ্য গঠনৰ মাজতে জনজাতীয় ৰাইজৰ মুক্তিৰ প্ৰতিশ্ৰুতি লোৱাই থকা নাই। অসমত সৰু সৰু জনজাতীয় গোটসকলৰপৰা আৰম্ভ কৰি সৰ্বভাৰতীয় তুলনাত ক্ষুদ্ৰ অসমীয়াভাষী সকলোকে সকলো জনগোষ্ঠীয়েই অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক আনকি জাতিগতভাৱেও ইমান নিকট সম্বন্ধৰে বান্ধ খাই আছে যে সেই বান্ধ ছিঙি থুলিলে প্ৰতিটো জাতিসত্তা দুৰ্বল আৰু নিশ্চিহ্ন হৈ যোৱাৰহে সম্ভাৱনা অধিক। জনজাতিসকলৰ অস্তিত্বৰক্ষা, সাংস্কৃতিক বিকাশ আৰু প্ৰতিষ্ঠাৰ বাবে এহাতে আইনগত সা-সুবিধা, দূৰদৃষ্টিমূলক দীৰ্ঘম্যাদী পৰিকল্পনা আৰু সন্মিলিত মিলৰ মাজেৰে ৰাজনৈতিক স্বায়ত্তশাসনৰ সুবিধা দিব লাগিব। বিচ্ছিন্ন ৰাজ্যগঠন জাতীয় সমস্যা সমাধানৰ সহজ আৰু সোনপটীয়া ৰাস্তা নহয়। ইতিহাস আৰু পৰিস্থিতিয়ে আজি অসমৰ সকলো জনগোষ্ঠীকেই এনে অৱস্থাত আনি থিয় কৰাইছেহি যে আমি নিজৰ অস্তিত্বৰক্ষা, বিকাশ আৰু আত্মনিয়ন্ত্ৰণৰ বাবেও একেলগে থকাৰ বাহিৰে উপায় নাই। এইখিনি কথাকে মনত ৰাখি এই প্ৰবন্ধৰ আৰম্ভণিত অসমৰ ভৈয়ামৰ জনজাতীয় লোকসকলক অসমৰ ভিতৰতে গাওঁভিত্তিক এক স্বকীয়া সাংগঠনিক চিন্তাধাৰাৰে স্বায়ত্তশাসন আৰু আত্মনিয়ন্ত্ৰণৰ পূৰ্ণাঙ্গ আৰু কাৰ্যকাৰী

ব্যৱস্থা প্ৰদান সম্পৰ্কে এক নতুন পৰিকল্পনাৰ আভাষ দিয়া হৈছে। এই দিশত আলাপ-আলোচনা কৰাটো বোধকৰো উচিত হ'ব।

## জনজাতীয় ভাষাৰ বিকাশ আৰু লিপিৰ সমস্যা

অসমৰ জনজাতিসকলৰ একো একোটা নিজস্ব ভাষা আছে। কিন্তু, এই ভাষাবোৰৰ নিজস্ব লিপি নাই। ভাষাৰ বিকাশৰ বাবে সেয়ে তেওঁলোকে একোটা লিপি গ্ৰহণ কৰাটো প্ৰয়োজন হৈ পৰে। এই ভাষা আৰু লিপিৰ সমস্যাটো যিহেতু শিক্ষা-বিস্তাৰৰ লগত যুক্ত, গতিকে জনজাতিসকলৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে এইটো এটা বৰ ডাঙৰ সমস্যা। বৰ পৰিতাপৰ কথা যে অসমত বহুতে আজিও জনজাতীয় ভাষাবোৰক উপযুক্ত মৰ্যাদা দিব নোখোজে, বৰঞ্চ এইবোৰ ভাষাক তুচ্ছ তাচ্ছিল্য কৰাৰ হে এটা মনোবৃত্তি দেখিবলৈ পোৱা যায়। অসমীয়া ভাষীসকলৰ ধাৰণা যে অসমত জনজাতীয় ভাষাবোৰ স্বকীয়া স্বকীয়াকৈ বিকশিত হবলৈ হ'লে অসমীয়া ভাষা আৰু সাহিত্য দুৰ্বল হৈ পৰিব। সেয়ে তেওঁলোকে জনজাতীয়সকলৰ ওপৰত অসমীয়া ভাষাতো জাপি দিব বিচাৰে। আজি কিছু বছৰ আগলৈকে এনে মনোবৃত্তি অতি খোলাকৈ প্ৰকাশ কৰা হৈছিল, আজি যদিও ইমান খোলাকৈ কথাটো কোৱা নহয় তথাপিও এনে চিন্তা আৰু প্ৰচেষ্টা আজিও নাইকীয়া হৈ যোৱা নাই। এনে মনোবৃত্তি আৰু কাম-কাজে এহাতে যেনেদৰে জনজাতীয় আৰু অ-জনজাতীয়সকলৰ মাজত অবিশ্বাসৰ সৃষ্টি কৰিছে, আনহাতে তেনেদৰে ই জনজাতীয় লোকসকলৰ জাতীয় অনুভূতিক আঘাট কৰি তেওঁলোকক কাষচপাই অনাৰ পৰিবৰ্তে অসমীয়া ভাষা আৰু সাহিত্যৰপৰা ক্ৰমে ক্ৰমে দূৰলৈহে ঠেলি দিছে। অবিশ্বাসৰ এই পৰিস্থিতিত জনজাতীয় ভাষাৰ বিকাশ যিমানদূৰ ক্ষতিগ্ৰস্ত হৈছে, তাতকৈ বেছি পৰিমাণে ক্ষতিগ্ৰস্ত হৈছে অসমীয়া ভাষাৰ বিকাশ আৰু অসমত একতা আৰু উমৈহতীয়া মানসিকতা গঢ়ি উঠাৰ বাটবোৰ।

অসমীয়া ভাষীসকল অসমীয়া ভাষাৰ ক্ষেত্ৰত প্ৰয়োজনতকৈ সদায় বেছি স্পৰ্শকাতৰ আৰু আবেগিক। এনে হোৱাৰ বাস্তৱ ঐতিহাসিক কাৰণো নোহোৱা নহয়। অতীতলৈ চালেই আমি দেখিবলৈ পাওঁক যে আধুনিক অৰ্থত অসমীয়া জাতীয়তাবাদৰ জন্মই হৈছিল অসমীয়া ভাষাক কেন্দ্ৰ কৰি। অসমৰ স্কুল, অফিচ, আদালতত

বাংলা ভাষাৰ প্ৰচলন আৰু তাৰ বিৰুদ্ধে নৱ্যশিক্ষিত অসমীয়াসকলৰ প্ৰতিবাদ আৰু দীঘলীয়া সংগ্ৰামৰ অন্তত মাতৃভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ কথা অসমীয়াই পাহৰি যাব নোৱাৰে। তাৰ পিছতো প্ৰতিবাৰেই অসমত অসমীয়াই নিজৰ ভাষা আৰু অস্তিত্ব ৰক্ষাৰ বাবে যুঁজি থাকিব লগা হৈছে। ভাৰতৰ অন্তৰাজ্য আৰু বিদেশৰপৰা হোৱা ক্ৰমাগত প্ৰব্ৰজনৰ ফলত অসমত অসমীয়াভাষী সকলৰ সংখ্যা কমি যোৱাৰ আশংকা প্ৰত্যেক অসমীয়াভাষীৰে মজ্জাগত হৈ পৰিছে। ইয়াৰ কিছুমান বাস্তৱ কাৰণো নোহোৱা নহয়। ৬০ ৰ দশকত আৰম্ভ হোৱা ভাষা আন্দোলনৰ সময়ত অসমৰ বংগভাষী লোকসকলৰ এচাম নেতাই অসমত বাংলা ভাষাক দ্বিতীয় চৰকাৰী ৰাজ্যিক ভাষা কৰাৰ বাবে উত্থাপন কৰা দাবী আৰু তাৰ ফলত হোৱা ভাষিক সংঘৰ্ষই অসমীয়াক আকৌ এবাৰ ভয় খুৱালে। এই ভয় অমূলকো নহয়। অসমলৈ প্ৰব্ৰজন কৰা পূৰ্ববংগৰ মুছলমান কৃষকসকলে অসমীয়া ভাষা গ্ৰহণ কৰি নিজৰ মাতৃভাষা অতীজতে বাংলা হোৱা সত্বেও লোকপিয়লত অসমীয়া বুলি নোকোৱা হ'লে ৬০ৰ দশকতে অসমীয়া ভাষা সঁচাকৈ ৰাজ্যখনত সংখ্যালঘুৰ ভাষা হৈ পৰিলহেঁতেন। তেতিয়াই বৰাক উপত্যকাত বাংলা ভাষাই দ্বিতীয় ৰাজ্যিক ভাষাৰো স্থান পালে। এইবিলাক ঘটনাই অসমীয়াভাষীসকলক যি ভয় খুৱালে, সেই ভয়ৰপৰা আজিও তেওঁলোক মুক্ত হোৱা নাই। ৬০ৰ দশকৰ পৰাই স্বাভাবিকতে অন্ততঃ ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়া ভাষাৰ স্কুল খোলাৰ জৰিয়তে অসমীয়া ভাষা চলোৱাৰ চৰকাৰী ব্যৱস্থাবোৰো আৰম্ভ হয়। এই সময়ৰ পৰাই আকৌ জনজাতীয় সকলৰো জাতীয় চেতনাবোধৰ বিকাশ দ্ৰুত হৈ উঠে। অসমীয়াভাষীসকলে অসমীয়া ভাষা ৰক্ষাৰ জাতীয়তাবাদী সংগ্ৰামত জনজাতীয়সকলক সহযোগী হিচাবে বিচৰাৰ পৰিবৰ্তে তেওঁলোকক অসমীয়া কৰি দেখুৱাবলৈ চেষ্টা কৰে। গতিকে জনজাতীয় লোকসকলৰ ভাষাৰ বিকাশত, লিপি গ্ৰহণত তেওঁলোকে অপ্ৰয়োজনীয় হেঁচা দি জনজাতীয়সকলক অসমীয়া ভাষা গ্ৰহণৰ লগতে জনজাতীয় ভাষাৰ বাবে অসমীয়া লিপি গ্ৰহণ কৰাৰ ক্ষেত্ৰতো জোৰ দিয়ে। জনজাতীয়সকলৰ জাতীয় আকাংক্ষাক অসমৰ মাজতে প্ৰাপ্য ঠাই আৰু বিকাশৰ সুবিধা দিয়াতকৈ জনজাতীয়সকলক এচিমিলেত কৰা বা বহল অসমীয়াভাষী সমাজখনত সামৰি লোৱাৰ চিন্তা আৰু চেষ্টা অধিক প্ৰবল হৈ উঠে। ফলত স্বাভাৱিকতে বিকাশমান জনজাতীয় জাতীয় চেতনাৰ লগত অসমীয়া ভাষাৰ পৃষ্টপোষকসকলৰ এটা সংঘাট আহি পৰে। অসমীয়া নেতাসকলৰ (বৌদ্ধিক আৰু ৰাজনৈতিক) এনে দূৰদৃষ্টিহীন, উপলব্ধি বৰ্জিত মনোভাৱৰ বিৰুদ্ধে একপ্ৰকাৰ

বিদ্ৰোহ ঘোষণা কৰি অসমীয়া ভাষা আৰু লিপিক এৰি পেলোৱাৰ চৰম সংকল্প নতুন চাম জনজাতীয় নেতাই গ্ৰহণ কৰে। বড়োসকলে তৈয়ামত আৰু পাহাৰত থাকীসকলে এই প্ৰক্ৰিয়াত আগভাগ লয়। অথচ তেতিয়াই যদি অসমৰ নেতাসকলে, সাহিত্যিক-বুদ্ধিজীৱি, আৰু অসম সাহিত্য সভাৰ কৰ্ণধাৰসকলে জনজাতীয় আকাংক্ষাক বুজিবলৈ চেষ্টা কৰি বৃহত্তৰ অসমীয়া সমাজখনৰ মাজত তেওঁলোকক স্বকীয় অস্তিত্ব, নিজস্ব ভাষা আদিৰ ৰক্ষা আৰু বিকাশত সহযোগীতা আগবঢ়ালে-হেঁতেন, তেতিয়াহলে স্বাভাৱিকতে জনজাতীয়সকলৰ জাতীয় চেতনাৰ বিকাশৰ কামকাজো অসমীয়া ভাষাৰ জৰিয়তেই হ'লহেঁতেন। যিসকল জনজাতীয় লোকে ষাঠিৰ দশক আৰু তাৰো আগতে সাহিত্যচৰ্চা আৰম্ভ কৰিছিল, তেওঁলোকৰ ভাব প্ৰকাশৰ ভাষা আছিল অসমীয়া। অসমীয়া ভাষাতে তেওঁলোকে লেখামেলা, চিন্তাচৰ্চা কৰিছিল। কিন্তু, ৭০ৰ দশকৰ পাছৰপৰা অসমীয়া ভাষাত লেখামেলা কৰা এজনো শক্তিশালী জনজাতীয় লেখক আগৰ দৰে ওলোৱা নাই কিয়? জাতি এটাৰ বিকাশমান জাতীয় চেতনা আৰু আত্মপ্ৰতিষ্ঠাৰ প্ৰচেষ্টা কোনো উপায়েৰেই বন্ধ কৰি ৰাখিব পৰা নাযায়, ই ঐতিহাসিক ভাবেই অসম্ভৱ। কিন্তু এই বিকাশমান ধাৰাটোক সহায় সহযোগৰ জৰিয়তে ইয়াক সংঘাটৰ বাটৰপৰা সমন্বয় আৰু মৈত্ৰীৰ বাটলৈ ঘূৰাই আনিব পৰা যায়। অসমীয়া নেতাসকলে এই কাম কৰা হ'লে আজি অসমত দেখাদিয়া জনজাতীয় অ-জনজাতীয় অবিশ্বাস আৰু ভাষা তথা লিপিৰ সমস্যা এনেদৰে উদ্ভৱ নহলেইহেঁতেন।

শিক্ষাৰ বহুল প্ৰচাৰৰ বাবে জনজাতীয়সকলৰ মাজত মাতৃভাষাত প্ৰাথমিক শিক্ষা দানৰ ব্যৱস্থা গঢ়ি তোলাৰ প্ৰয়োজনীয়তা আছে। সকলোৰেই নিজৰ নিজৰ মাতৃভাষাত শিক্ষলাভ কৰিবলৈ সাংবিধানিক অধিকাৰ আছে। অসমৰ জনজাতীয় লোকসকলে নিজৰ নিজৰ মাতৃভাষাত শিক্ষা লাভ কৰিব পৰাৰ ব্যৱস্থা কৰাতো প্ৰয়োজন। ইতিমধ্যে নানান বিলাই বিপত্তিৰ মাজেৰে বড়োভাষা এইদিশত যথেষ্ট দূৰ আগবাঢ়ি গৈছেই। প্ৰাথমিক পৰ্যায়ৰ উপৰিও বড়োভাষাত মজলীয়া স্কুল আৰু হাইস্কুল পৰ্যায়ত শিক্ষাদানৰ ব্যৱস্থা গঢ়ি উঠিছে। বিশ্ববিদ্যালয়তো বড়োভাষাৰ শ্ৰেণী খোলা হৈছে। কাৰবি ভাষাত প্ৰাথমিক শিক্ষাৰ পৰ্যায়লৈ আৰু মিচিংভাষাত সম্ভৱতে এই পৰ্যায়লৈ আহি পৰিছে। ৰাভা, তিৱা আদি জনগোষ্ঠীবোৰৰ মাজতো এনে প্ৰচেষ্টা হৈছে। সমাজবিকাশৰ স্বাভাৱিক প্ৰক্ৰিয়াতে এনে হবই, ইয়াক কোনেও বাধা দি ৰাখিব নোৱাৰে। অসম চৰকাৰে যিমান সোনকালে সম্ভৱ এই

ব্যৱস্থাবোৰ গঢ়ি তোলা প্ৰয়োজন। বিলম্বই বিদ্বেষৰ জন্ম দি অসমীয়া ভাষা সাহিত্যৰে ক্ষতি কৰিব বেছিকৈ।

জনজাতীয়সকলে তেওঁলোকৰ ভাষাৰ বাবে কি লিপি গ্ৰহণ কৰে সেইটো সম্পূৰ্ণভাৱে তেওঁলোকৰ বৌদ্ধিক নেতাসকলৰ ওপৰত এৰি দিয়া প্ৰয়োজন। কোনোবাই দেৱনাগৰী। কোনোবাই ৰোমান লিপি গ্ৰহণ কৰিলেই যে অসমীয়া ভাষাৰ লোকচান হ'ব তেনে নহয়। বৰং তেওঁলোকক অসমীয়া লিপি জাপি দিব খুজিলেহে ইয়াৰ বিপৰীত ফল হোৱাৰ সম্ভাৱনা।

ভাষা, লিপি আৰু শিক্ষাৰ মাধ্যমৰ প্ৰশ্নটো শেষবিচাৰত জনজাতিসকলক স্বায়ত্বশাসনৰ অধিকাৰ দান প্ৰশ্নটোৰ লগত জড়িত। অসমীয়াভাষী লোকে গৈ জনজাতীয় ভাষাৰ উন্নতি কৰি দিবগৈ নোৱাৰে, সেইকাম জনজাতিসকলে নিজেই কৰিব লাগিব। কিন্তু, তাকে কৰিবলৈ সক্ষম হ'বৰ বাবে তেওঁলোকক প্ৰয়োজনীয় ৰাজনৈতিক ক্ষমতা বা অন্য অৰ্থত স্বায়ত্বশাসনৰ সুবিধা দিব লাগিব। এই প্ৰবন্ধত উল্লেখ কৰা ৰাজনৈতিক ক্ষমতা বিন্যাসৰ ব্যৱস্থা বা তেনেধৰণৰ অন্য উপায়েৰে এই ক্ষমতা জনজাতিসকলে লাভ কৰাটো নিশ্চিত কৰিলে, এহাতে যেনেদৰে জাতীয় আত্মপ্ৰতিষ্ঠা আৰু স্বায়ত্বশাসনৰ আকাংক্ষা পূৰণ কৰা হ'ব, আনহাতে তেনেদৰে শেষ বিচাৰত অসমৰ সমাজখনৰ পৰা বিভেদ গুচাই অসমীয়া ভাষা সাহিত্য আৰু সমাজখনকে শক্তিশালী কৰাৰ কাৰ্যকাৰী ব্যৱস্থা লোৱা হ'ব।

অসমৰ বুকুত বড়ো ভাষাৰ অধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ ওঠৰজন বড়ো শহীদ হ'ব লগা হ'ল। অসমৰ সামগ্ৰিক মংগলৰ বাবেই আন জনজাতীয় ভাষাবোৰৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত এনে ঘটনাৰ যাতে পুনৰাবৃত্তি নঘটে।

ভাষা সন্দৰ্ভত বড়োসকলৰ শেহতীয়া দাবী আছিল বড়োভাষাক সহযোগী ৰাজ্যভাষাৰ মৰ্যাদা দানৰ দাবী। অসমলৈ আঞ্চলিক দলৰ চৰকাৰ অহাৰ আগতেই এই দাবীটো অসম চৰকাৰে নীতিগত ভাৱে মানি লৈছে যদিও আজিও তাক কাৰ্যকাৰী কৰাৰ কোনো ব্যৱস্থা গ্ৰহণ কৰা হোৱা নাই। দাবীটো প্ৰথমে উত্থাপিত হওঁতেই অসমত তুমুল বাক-বিতণ্ডা হৈছিল। আকৌ আগৰ দৰেই অসমৰ সাহিত্যিক বুদ্ধিজীৱিসকলৰ বেছিভাগেই প্ৰস্তাৱটোৰ বিৰোধীতা কৰিছিল। কিন্তু, অসমৰ খিলঞ্জীয়া জনগোষ্ঠীবোৰৰ ভাষাই সহযোগী ৰাজ্যভাষাৰ মৰ্যাদা যে অসমতেই পাব লাগিব, অসমৰ বাহিৰত পাব নোৱাৰে সেই কথাটো কোনেও মন কৰি চোৱা নাছিলে। অসমৰ আটাইবোৰ জনজাতীয় ভাষাই যদি সহযোগী ৰাজ্যভাষা হয়, আৰু

বিশেষ প্ৰশাসনিক ব্যৱস্থা গ্ৰহণৰ জৰিয়তে ইয়াক যদি ৰূপায়িত কৰা হয়, তেনে অসমীয়া ভাষা আৰু সাহিত্যৰ ক্ষতি হোৱাৰ পৰিবৰ্তে, বিশ্বাস আৰু মৈত্ৰীৰ পৰিবেশত স্বাভাৱিক কাৰণতেই অসমীয়া ভাষা সংযোগ ৰক্ষাকাৰী ভাষা হিচাবে আৰু অধিক শক্তিশালী আৰু ব্যাপক হৈহে পৰিব।

অসমৰ সৰু সৰু ঠলুৱা জনজাতীয় ভাষাবোৰৰ এটা ভাষা নাইকীয়া হৈ যোৱা মানেই অসমৰ উমৈহতীয়া জাতীয় পৰম্পৰাৰ এটা ঐতিহ্য বিলোপ হৈ যোৱা। এনে দুখজনক ঘটনা যাতে নঘটে, তাৰবাবে অসমৰ প্ৰত্যেকজনে চিন্তাচৰ্চা আৰু চেষ্টা কৰা প্ৰয়োজন।

## অসমৰ জনজাতীয়সকলৰ সাংস্কৃতিক বিকাশৰ সমস্যা

অসমীয়া সংস্কৃতি মূলতে বহুধাৰাৰ সম্মিলনৰে সৃষ্টি হোৱা এক সমন্বয়ৰ সংস্কৃতি। ঐতিহাসিক ভাৱেই অসমৰ বিভিন্ন জনগোষ্ঠীৰ উপাদানেৰে ই গঢ় লৈ উঠিছে, সমন্বয়ৰ মাজেৰে লাভ কৰিছে ইয়াৰ প্ৰাণশক্তি আৰু গতিশীলতা। অসমৰ ঐতিহ্যই হৈছে সকলো জনগোষ্ঠীৰ একতা আৰু সমন্বয়।

যেনেদৰে উপাদানসমূহ স্বকীয় শক্তিৰে শক্তিশালী হলেহে সমন্বয়ৰ মাজেৰে বিকাশ লাভ কৰা উমৈহতীয়া সম্পদটি অধিক শক্তিশালী হৈ বিকশিত হব পাৰে, তেনেদৰে অসমৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ নিজস্ব সংস্কৃতিসমূহৰ বিকাশৰ বাট মুকলি কৰিব পাৰিলেহে সমগ্ৰ অসমবাসীৰে সাংস্কৃতিক বিকাশ সম্ভৱপৰ হব। অসমৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা, সাহিত্য, কলা-কৃষ্টিক অধিক বিকশিত কৰি তুলিব পৰাৰ ওপৰতে নিৰ্ভৰ কৰিছে অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰো ভৱিষ্যৎ।

অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিকাশমান সংস্কৃতিৰ উন্নয়নৰ বাবে চিন্তাচৰ্চা আৰু কাম কৰাৰ মানসিকতা আৰু ইয়াৰ প্ৰয়োজনীয়তা অসমৰ বহু শুভবুদ্ধি সম্পন্ন সাংস্কৃতিক কৰ্মী আৰু সংগঠনে বুজি উঠিছে। ই এক শুভ লক্ষণ। কিন্তু এই বিকাশৰ উপাদান আৰু প্ৰক্ৰিয়া কেনে হোৱাতো প্ৰয়োজন সেইবিষয়ে চিন্তা ভাৱনা কৰাৰ প্ৰয়োজন আহি পৰিছে।

প্ৰতিটো স্বকীয় সংস্কৃতিত, ইয়াৰ বিভিন্ন বিভাগ যেনে—নৃত্য-গীত, সঙ্গীত, নাটক, কাব্য আৰু সাহিত্যতো মূলতে তিনিটা পৰ্যায় থকাতো দেখিবলৈ পোৱা যায়। এই

পৰ্যায়কেইটা এক দীঘলীয়া ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজেৰে গঢ়লৈ উঠে আৰু এটা আনটোৰ লগত সম্পৰ্কযুক্ত। এই তিনোটা পৰ্যায় উচিত ভাৱে বিকশিত হ'লেহে এটা জাতিৰ সংস্কৃতিয়ে এক পূৰ্ণাঙ্গ ৰূপ পাব পাৰে। এই তিনিটা পৰ্যায় হ'ল লোক (FOLK), ধ্ৰুপদী (CLASSICAL) আৰু আধুনিক (MODERN)। অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত লক্ষ কৰিলে দেখিবলৈ পোৱা যায় যে সংস্কৃতিৰ প্ৰতিটো বিভাগতে, সংগীত, নাটক, সাহিত্য আদিত, কম-বেছি পৰিমাণে এক দীঘলীয়া ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজেৰে এই তিনিওটা পৰ্যায়েই বিকাশ লাভ কৰি সামগ্ৰিক ভাৱে অসমীয়া সংস্কৃতিক আৰু ইয়াৰ প্ৰতিটো বিভাগকে পূৰ্ণতা প্ৰদান কৰিছে। উদাহৰণ স্বৰূপে সঙ্গীতৰ ক্ষেত্ৰতে দেখা যায় যে বিহুগীত, বনঘোষা, বনগীত, বিয়ানাম আৰু বিভিন্ন গীত মাত আদিৰে লোক সংগীতৰ এটা নিটোল পৰ্যায়; বৰগীত আৰু সত্ৰীয়া গীতমাতৰ মাজত ৰাগ ৰাগিনী, তাল-মান আদি উচ্চাংগ সংগীতৰ ব্যাকৰণৰে পুষ্ট এক ধ্ৰুপদী সংগীতৰ পৰ্যায় দেখা যায়। কলাগুৰু বিষ্ণুৰাভাই অসমৰ এই ধ্ৰুপদী সংগীতৰ ধাৰাটোকে কামৰূপী সংগীত বুলিছিল। আকৌ এই লোক আৰু ধ্ৰুপদী পৰ্যায়ৰ ওপৰত ভেটি কৰিয়েই জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা, পাৰ্বতিপ্ৰসাদ আৰু আন আন গীতিকাৰ-সংগীতজ্ঞসকলৰ চেষ্টাত গঢ়ি উঠিছে অসমীয়া আধুনিক সংগীতৰ ধাৰাটো। নাটকৰ ক্ষেত্ৰতো, ওজাপালিৰ দৰে লোকনৃত্যৰ পৰ্যায়, অংকীয়া নাটৰ দৰে ধ্ৰুপদী নাটৰ ধাৰা আৰু 'লভিতা', 'শোণিতকুঁৱৰী' আদি আধুনিক নাটকৰ পৰ্যায় দেখিবলৈ পোৱা যায়। সংস্কৃতিৰ প্ৰতিটো বিভাগতে কম বেছি পৰিমাণে এই তিনিটা পৰ্যায়ৰ সমাহাৰ দেখা যায়।

অসমৰ অন্যান্য জনগোষ্ঠীবোৰৰ বিকাশমান সংস্কৃতিলৈ লক্ষ কৰিলে দেখা যায় যে বহুতো সংস্কৃতিৰ ক্ষেত্ৰতেই এই তিনিওটা উপাদান সম্পূৰ্ণকৈ নাই। উদাহৰণ স্বৰূপে বড়ো নাইবা কাৰবি সংস্কৃতিৰ ক্ষেত্ৰত দেখা যায় যে ইয়াত জন-সাধাৰণৰ শ্ৰম, দৈনন্দিন জীৱনৰ প্ৰয়োজনীয়তা, আনন্দ-বিষাদ প্ৰণয়-প্ৰীতি আৰু লৌকিক অনুষ্ঠানৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা এক সমৃদ্ধ লোক সংস্কৃতিৰ ধাৰা আছে। লোক সঙ্গীত, লোক নৃত্য, লোক সাহিত্যৰ ক্ষেত্ৰত প্ৰতিটো জনগোষ্ঠীয়েই সমৃদ্ধিশালী। কিন্তু ঐতিহাসিক কাৰণতেই এনে সংস্কৃতিবোৰৰ ধ্ৰুপদী পৰ্যায়টোৰ সৃষ্টি নহ'ল। ভাৰতীয় ধ্ৰুপদী সংস্কৃতি মূলতঃ ৰজা আৰু সামন্তসকলৰ পৃষ্ঠপোষকতাত জন্ম আৰু বিকাশ লাভ কৰা বস্তু। অসমৰ বিভিন্ন জনজাতীয়সকলৰ মাজলৈ এনে সংস্কৃতিৰ আমদানি আৰু তাৰ স্থানীয় বিকাশ হব নোৱাৰাৰ কাৰণ হ'ল জনজাতি

গোষ্ঠীবোৰৰ মাজত শক্তিশালী সামন্ত পৃষ্ঠপোষক গঢ়ি উঠাটো। কছাৰী ৰাজ্যত ৰজাৰ পৃষ্ঠপোষকতাত বড়োসকলৰ মাজত এই ধ্ৰুপদী সংস্কৃতিয়ে কিছুদূৰ শিপাইছিল বুলি অনুমান কৰাৰ সংগত ঠাঁই আছে যদিও তথ্য প্ৰমাণেৰে ইয়াক প্ৰমাণ কৰাটো টান। বহু সম্পদ হয়তো ইতিমধ্যে হেৰাই গৈছে। এই ধ্ৰুপদী পৰ্যায়টো নথকাৰ বাবে জনজাতীয় সংস্কৃতিসমূহত আধুনিক সংগীত বা সংস্কৃতিৰ ধাৰাটোও শক্তিশালী ভাবে গঢ় লৈ উঠিব পৰা নাই।

সাংস্কৃতিক বিকাশৰ কামকাজ সদায় এক কষ্টসাধ্য প্ৰচেষ্টা। প্ৰচুৰ আত্মত্যাগ আৰু ক্লেশ স্বীকাৰৰ জৰিয়তেহে এই দিশত কাম কৰাটো সম্ভৱপৰ হৈ উঠে। অসমৰ জনজাতীয় সংস্কৃতিসমূহৰ উত্তৰোত্তৰ বিকাশৰ জৰিয়তে অসমীয়া সংস্কৃতিৰ বিকাশৰ বাবে জনজাতীয়, অ-জনজাতীয় সকলো সাংস্কৃতিক কৰ্মীৰ ঐকান্তিক প্ৰচেষ্টাৰ প্ৰয়োজন। লোক সংস্কৃতিবোৰৰ বিজ্ঞানমূলক অধ্যয়ন, উদ্ধাৰ, প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰাটো প্ৰয়োজন। এইবোৰক কেৱলমাত্ৰ চৌকেত দেখুৱাৰ পৰা বস্তু কৰি নাৰাখি আজিৰ দিনৰ লগত খাপখোৱাকৈ, বাইজৰ কামত অহাকৈ, বিকাশ আৰু ব্যৱহাৰ কৰিব লাগিব। দ্বিতীয়তে জনজাতীয় সাংস্কৃতিক কৰ্মীসকলক ধ্ৰুপদী সংস্কৃতিৰ পৰ্যায়টোৰ লগত পৰিচিত কৰাৰ জৰিয়তে প্ৰতিটো জনগোষ্ঠীৰ মাজলৈ নিজৰ ভাষাত এনে সংস্কৃতিৰ একোটা সোঁত লৈ যাব পাৰিব লাগিব। বৰগীতসমূহৰ বড়ো বা কাৰ্বী ভাষাত অনুবাদ কৰি গোৱাটো এটা প্ৰাথমিক প্ৰচেষ্টা হব পাৰে। তৃতীয়তে, জনজাতিসমূহৰ মাজত জন্মহোৱা আধুনিক ধাৰাটোক জনজাতীয় বাইজৰ জাতীয় জীৱন আৰু আকাংক্ষাৰ লগত খাপখোৱাকৈ বিকশিত কৰাত সহায় কৰাটো প্ৰয়োজন। এনে সাংস্কৃতিক কাম-কাজ কিন্তু ৰাজনৈতিক আদৰ্শৰ অবিহনে কৰা নাযায়, কাৰণ বাইজৰ ৰাজনৈতিক আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত সাংস্কৃতিক কৰ্মীয়েহে বিভিন্ন জনগোষ্ঠীৰ সমাজ জীৱনৰ মাজলৈ সোমাই গৈ পাৰস্পৰিক বিনিময়ৰে সুস্থভাবে সাংস্কৃতিক বিকাশৰ কামকাজ কৰিব পাৰে। জনজাতীয় সংস্কৃতিৰ উন্নতিৰ জৰিয়তে বহল অসমীয়া সাংস্কৃতিক জীৱনৰ বিকাশৰ অন্য কোনো বিকল্প পথ চকুত নপৰে।

## সমন্বয় আৰু সম্প্ৰীতি : কোন পথেদি ?

আজিৰ অসমত যেতিয়া জনজাতীয়-অ-জনজাতীয় বিভেদবোৰ মূৰ দাঙি উঠিছে, মূৰ মূৰে ধৰি একেলগে থাকিবে কমাল কৰা মানুহৰ মাজত অবিশ্বাস আৰু অন্যায়ৰ

পৰিৱেশ গঢ় লৈ উঠিছে, তেতিয়াই জাতি ভাষা নিৰ্বিশেষে সকলো অসমবাসীৰ মাজত সমন্বয় আৰু সম্প্ৰীতিৰ জৰিয়তে এক ঐক্যবোধ আনিবলৈকো ততুপৰি দশৰ লোকসকলৰ প্ৰচেষ্টা আৰম্ভ হৈছে। সমন্বয়ৰ প্ৰয়োজনীয়তা আৰু সাধনৰ পথৰ সন্ধান চলিছে। বিগত বছৰবোৰত ঘটি যোৱাৰ দৰে ৰাজনৈতিক শক্তিবোৰে জনসম্প্ৰদায়বোৰৰ মাজত সাময়িক অন্ধ উত্তেজনাৰ সৃষ্টিকৰি সংঘৰ্ষৰ সূত্ৰপাত যাতে ঘটাব নোৱাৰে তাৰ বাবেও সাম্প্ৰদায়িক বুজাপৰা গঢ়ি তোলাৰ প্ৰচেষ্টা আৰম্ভ হৈছে। সাম্প্ৰদায়িক অবিশ্বাস আৰু উত্তেজনাৰ কাৰণ বিচাৰি চালে দেখা যায় যে সাধাৰণতে ৰাজনৈতিক দলবোৰে নিজৰ ক্ষুদ্ৰ দলীয় স্বাৰ্থ পূৰণ কৰিবৰ বাবেই সমাজত এনে চিন্তাধাৰাক উৎসাহ দিয়ে। দেশৰ শাসক দলৰ ইয়াত সদায় এটা ডাঙৰ ভূমিকা থাকে। এই ভূমিকা কিন্তু ধৰা পেলোৱাটো সহজসাধ্য নহয়, সাপ হৈ খুটি, বেজ হৈ জৰাব মন্ত্ৰ ভাৰতীয় শাসক দল আৰু আঞ্চলিক দলবোৰে ইতিমধ্যে ভালকৈ বপ্ত কৰি পেলাইছে। এই দলবোৰৰ কাম-কাজ দেখ দেখকৈ সাম্প্ৰদায়িক নীতিৰ পৃষ্ঠপোষকতা কৰা দলবোৰতকৈ সদায় বেছি ভয়াবহ কিয়নো বাহিৰত ধৰ্মনিৰপেক্ষ আৰু সাম্প্ৰদায়িকতা বিৰোধী মুখাখন এওঁলোকৰ সদায় থাকে, কাম কৰে গোপনে গোপনে। সেয়ে সময়মতে ইয়াক বাধা দিয়াটোও অসম্ভৱ হৈ পৰে। কেতিয়াবা শাসক যন্ত্ৰৰ বৰ্দীয়া বাহিনী—বিশেষকৈ পুলিচ, চি-আৰ-পি আদিকো এনে ভূমিকাত ব্যৱহাৰ কৰা হয়। এনে ধৰণৰ দলবোৰে সমাজত বিভিন্ন সম্প্ৰদায়ৰ মাজত অনৈক্য আৰু বিদ্বেষৰ সৃষ্টি কৰিয়েই নিজৰ ৰাজনৈতিক ক্ষমতা বজায় ৰাখিবলৈ চেষ্টা কৰে। ৰাইজৰ আস্থাভাজন হবলৈ বাহিৰত সমন্বয় সম্প্ৰীতিৰো ঢুচকাবাজ কৰে।

সেয়ে আলোচনাৰ আৰম্ভনিতে এটা কথা স্পষ্ট হোৱাটো প্ৰয়োজন যে সকলো সামাজিক প্ৰক্ৰিয়াৰ দৰে সমাজৰ সমন্বয় আৰু সম্প্ৰীতিৰ ক্ষেত্ৰতো দুটা পথ দেখা যায়। এটা শাসকগোষ্ঠীৰ বা বজাৰবীয়া পথ আৰু আনটো ইয়াৰ বিপৰীতে জনসাধাৰণৰ বৈজ্ঞানিক পথ। বজাৰবীয়া পথৰ চৰিত্ৰৰ বিষয়ে বহুসাধাৰ উল্লেখিয়াই কহা হৈছেই। সমন্বয়ৰ বাবে কৰা এনে সকলো প্ৰচেষ্টাই হয় জোৰাতাপলি মৰা উপৰুৱা কাম, সমাজজীৱনৰ গভীৰলৈ এইবোৰে একেবাৰে স্পৰ্শ নকৰে। বিভিন্ন জনগোষ্ঠীৰ নিজৰ সমস্যা আৰু আশা আকাংক্ষাক আওকাণ কৰি তেওঁলোকে সমন্বয়ৰ আৰু সংহতিৰ সূত্ৰ ওপৰৰ পৰা জোৰকৰি জাপি দিবলৈ চেষ্টা কৰে। এক কৃত্ৰিম সম্প্ৰীতিৰ বাতাৱৰণ সৃষ্টি কৰিব খোজাৰ মাজেদি বিভিন্ন জন সম্প্ৰদায়ৰ

কোত আৰু সমস্যাবোৰক হয় উপেক্ষা কৰা হয়, নতুবা হেঁচামাৰি চকুৰ আঁতৰ কৰি ৰাখিব বিচৰা হয় ফলত দেশৰ, সমাজৰ সমস্যাসমূহ সমাধান নোহোৱাকৈ উমি উমি জ্বলি থাকে আৰু কোনো স্বাৰ্থান্বেষীৰ সামান্য চেষ্টাতে আকৌ মূৰদাঙি উঠি সামাজিক পৰিবেশ সাম্প্ৰদায়িকতাৰ বিষেৰে বিষময় কৰি তোলে। প্ৰকৃত সম্প্ৰীতি আৰু সমন্বয় গঢ়ি উঠাৰ পৰিবৰ্তে শেষ বিচাৰত সমাজত অনৈক্য আৰু অবিশ্বাস গঢ়ি উঠাৰহে সম্ভাৱনা প্ৰবল হৈ উঠে।

কেতিয়াবা এনে সমন্বয়ৰ প্ৰচেষ্টা চলোৱা হয় অত্যন্ত কৌশলৰে। সমাজত বিভিন্ন জাতি ধৰ্ম বা তাথিক সম্প্ৰদায়ৰ মাজত উত্তেজনা বাঢ়িলে বা সংঘৰ্ষৰ সূত্ৰপাত হলে শাসকগোষ্ঠীৰ উদ্যোগত শান্তি কমিটি, সমন্বয় কমিটি আদি স্থাপন কৰাৰ ধুম উঠে। এনে কমিটিবোৰত প্ৰতি জনগোষ্ঠীৰপৰা এজন বা দুজনকৈ সদস্য ৰাখি এক প্ৰতিনিধিত্বমূলক মঞ্চ তৈয়াৰ কৰাৰ চেষ্টা চলে। উপৰুৱাকৈ চালে দেখা যায় যে ইয়াত প্ৰতিটো গোষ্ঠীয়েই অংশগ্ৰহণ কৰিছে, ফলত জনসাধাৰণৰ মনত সমন্বয় সম্প্ৰীতি সম্পৰ্কে এক মিছা আশাৰ সৃষ্টি হয়। কিন্তু, যিহেতু বিভিন্ন জন সম্প্ৰদায়ৰ নিজস্ব সমস্যাসমূহ তুলি ধৰা, বিচাৰ বিশ্লেষণ কৰা আৰু সেইবোৰৰ সমাধানৰ বাট উলিয়াই কাৰ্যকাৰী ব্যৱস্থা লব পৰাকৈ সা-সুবিধা আৰু ক্ষমতা দি সমিতিবোৰ গঠন কৰা নহয়, গতিকে গোটেই প্ৰচেষ্টাটোৱেই এসময়ত প্ৰহসনত পৰিণত হয়গৈ। এনে কাম কৰিবলৈ এই মঞ্চসমূহৰ সৃষ্টি কৰা হোৱা নাই, কৰা হয় মাথো বাহিৰত সমন্বয় সম্প্ৰীতিৰ এক মোহজাল ৰচি সমাজৰ প্ৰকৃত সমস্যাবোৰ লুকুৱাই ৰাখি শাসকগোষ্ঠীটোৰ তৎকালিক ৰাজনৈতিক স্বাৰ্থ পূৰণৰ বাবেহে। সময়ত আকৌ এই সমিতিবোৰেই বিবাদৰ মঞ্চ হৈ সাম্প্ৰদায়িকতাৰ কঠিয়াতলি হৈ পৰে। এনেধৰণৰ ৰক্তাঘৰীয়া জাকজমকীয়া অনুষ্ঠান প্ৰতিষ্ঠানবোৰৰ চৰিত্ৰ আৰু কামকাজৰ কৌশল স্পষ্টকৈ বুজি নাপালে সাধাৰণ মানুহ বিভ্ৰান্ত হোৱাৰেই সম্ভাৱনা বেছি, আৰু বাস্তবিকতে হয়ো। এনে প্ৰচেষ্টাই কেতিয়াও সমাজত স্থায়ী সমন্বয় আৰু সম্প্ৰীতিৰ জন্ম দিব নোৱাৰে।

অসমৰ আজিৰ সামাজিক পৰিস্থিতিলৈ চাওক, জনজাতীয় অ-জনজাতীয়সকলৰ মাজত ঠায়ে ঠায়ে অবিশ্বাস আৰু বিদ্বেষ বাঢ়ি আহিছে আৰু ইয়াৰ সুযোগলৈ নিজৰ স্থিতি সবল কৰিবলৈ চেষ্টা কৰিছে বিভিন্ন জনজাতীয় অ-জনজাতীয় সংগঠনে। এনে সামাজিক উত্তেজনা জীয়াই ৰাখিব পাৰিলেই তেওঁলোকৰ লাভ হয়। গতিকে যিকোনো মুহূৰ্তত অসমত জনজাতীয় অ-জনজাতীয়ৰ মাজত এক সংঘৰ্ষৰ সূত্ৰপাত

হোৱাৰ সম্পূৰ্ণ সম্ভাৱনা আছে। এনে হলেই ওপৰত বৰ্ণোৱা অহা ঐক্য মঞ্চ, শান্তি মঞ্চ বা সম্প্ৰীতি মঞ্চ আটাইবোৰ এটা এটাকৈ দেখিবলৈ পোৱা যাব।

শেহতীয়াকৈ এনে কাম সামাজিক ক্ষেত্ৰৰ পৰা ৰাজনৈতিক মঞ্চলৈকো পৰিব্যাপ্ত হোৱা দেখা গৈছে। ৰাজনৈতিক ক্ষমতাৰ ভাগ-বতৰা কৰাৰ জৰিয়তে সৃষ্টি কৰিব বিচৰা হৈছে সমন্বয়। জাতি গঢ়ি তুলিব বিচৰা হৈছে বিধান সভাৰ মজিয়াত। বহু চিন্তাশীল ব্যক্তিও এনে কৌশলৰ সহজ চিকাৰ হৈছে। উদাৰনৈতিক ভাৱবাদী চিন্তাধাৰাৰে তেওঁলোকে ভাবিছে যে দেশত এক প্ৰতিনিধিত্ব মূলক ব্যৱস্থা তলৰ পৰা ওপৰলৈ গঢ়ি তুলিব পাৰিলেই সমাজত সমন্বয় আৰু সম্প্ৰীতি স্থাপন হৈ যাব লাগে এই তথাকথিত প্ৰতিনিধিত্ব মূলক ব্যৱস্থাত থকা বিভিন্ন জনগোষ্ঠীৰ লোকসকলে নিজৰ নিজৰ জাতি আৰু সমাজৰ স্বৰ আশা আকাংক্ষাক প্ৰতিনিধিত্ব কৰকেই বা নকৰক, সামাজিক সমস্যা সমাধানৰ ক্ষেত্ৰত তেওঁলোক ইচ্ছুক হওঁকেই বা নহওক। স্বাভাৱিকতেই এই কথা স্পষ্ট হৈ পৰে যে এনেধৰণৰ 'কূটনৈতিক কৌশলৰে' গঢ়ি তোলা ব্যৱস্থা প্ৰকৃত সংহতি আৰু সমন্বয়ৰ পথ হব নোৱাৰে।

তেনেহলে সম্প্ৰীতিৰ পথ কি? ক'ত আছে সমন্বয়ৰ সেন্দুৰীয়া আলি?

সমন্বয়, অসমত বসবাস কৰা বিভিন্ন জাতিগোষ্ঠী, জনজাতীয় আৰু অ-জনজাতীয় সমাজৰ মাজত সমন্বয় হব পাৰে কেৱল মাত্ৰ ৰাইজৰ বাটেদি। সকলো ধৰণৰ কূটনৈতিক কৌশল, মানুহক দেখুৱাবলৈ কৰা উপকৰণ একতাৰ ব্যৱস্থাবোৰৰ বিপৰীতে, প্ৰতিটো জনগোষ্ঠীৰ সমস্যাবোৰ গাপ্ দি লুকাই ৰখাৰ পৰিৱৰ্তে মুকলিকৈ উলিয়াই আনি তাৰ পাৰস্পৰিক সদ্ভাৱ আৰু বিশ্বাসৰ পৰিস্থিতিত আলাপ আলোচনাৰ মাজেৰে সমাধানৰ বাট উলিয়াব লাগিব। বিভিন্ন জনজাতীয় জনগোষ্ঠীৰ ঐতিহাসিক জাতীয় আকাংক্ষাক বুজিবলৈ চেষ্টাকৰাৰ জৰিয়তে, এইবোৰক প্ৰাপ্য সন্মান আৰু সমাজত স্থান দিয়াৰ জৰিয়তেহে দায়িত্বশীল এক ঐক্যৰ চণ্ড সৃষ্টি কৰিব পৰা যাব। সমাজত এনে কিছুমান ব্যৱস্থা গঢ়ি তুলিব পাৰিব লাগিব যিবোৰে প্ৰতিটো জনগোষ্ঠীক স্বায়ত্বশাসনৰ দায়িত্ব আৰু ক্ষমতা দিয়াৰ লগতে বৃহৎ সমাজখনৰ মাজত তেওঁলোকৰ অস্তিত্বৰ আশংকাও নাইকীয়া কৰে, আৰু সমাজখনৰ পৰা তেওঁলোকক বিচ্ছিন্নও কৰি নেপেলায়। এনে এক ব্যৱস্থা গঢ়িবলৈ বহু বদ্ধমূল বিশ্বাস আৰু ধ্যান ধাৰণা ত্যাগ কৰি নতুনকৈ আগবাঢ়িব পাৰিব লাগিব। এই প্ৰবন্ধৰ মাজত অসমৰ ভৈয়ামৰ জনজাতিসকলক জাতীয় স্বায়ত্বশাসন প্ৰদানৰ ক্ষেত্ৰত

গ্ৰামভিত্তিক অথচ স্বকীয়া জিলা বা ৰাজ্য গঢ়াৰ প্ৰয়োজন নাইকীয়া হব পৰা যি ব্যৱস্থাৰ ৰূপৰেখা দাঙি ধৰা হৈছে, তেনেধৰণে চিন্তা নকৰিলে জনজাতীয়, অ-জনজাতীয় দুইখন সমাজৰে বিপদ।

এনে ব্যৱস্থাত যে জনজাতীয় নেতাসকল চিধাই মান্তি হব তেনে আশা কৰাতো ভুল। বৰঞ্চ পুৰণা ধ্যান ধাৰণাৰে তেওঁলোকেও স্বকীয়া জিলা, ৰাজ্য আদিৰ দাবীবোৰেই কৰি যাব। কিন্তু, সাধাৰণ মানুহৰ মাজত এবাৰ এনে ধৰণৰ ব্যৱস্থাৰ আদৰ্শ জনপ্ৰিয় হৈ পৰিলে কোনো স্বাৰ্থান্বেষী ৰাজনৈতিক শক্তিয়ে ইয়াক আৰু বাধাদি বাধিব নোৱাৰিব। এনে কাম হাতত লব লাগিব দেশৰ প্ৰগতিশীল ৰাজনৈতিক আৰু সামাজিক সংগঠনবোৰে কাৰণ তেওঁলোকৰহে এনে কাম হাতত লোৱাৰ সাহস আৰু ক্ষমতা আছে; বুদ্ধিজীৱিসকলৰ, সাহিত্যিক, সাংবাদিক, শিল্পীসকলৰ দায়িত্ব এই ভাবাদৰ্শক জনসাধাৰণৰ মাজত বিয়পাই দিয়াৰ। পৰিকল্পিত সুস্থ বিৰ্তকৰ মাজেৰে এনে ব্যৱস্থাৰ ৰূপায়ণৰ জৰিয়তে অসমৰ জনসমাজত যি ঐক্য আৰু সংহতিৰ পৰিৱেশৰ—প্ৰকৃত সমন্বয়ৰ পৰিৱেশৰ সৃষ্টি হব, সি এহাতে প্ৰতিটো ঠলুৱা জনগোষ্ঠীৰ জাতীয় আকাংক্ষা পূৰণ আৰু অস্তিত্বৰ ৰক্ষণাবেক্ষণ দিয়াৰ উপৰিও আনহাতে বৃহৎ অসমীয়া সমাজখনলৈ গতিশীলতা আনি অসমীয়া ভাষা সাহিত্য আৰু অস্তিত্বকে সুনিশ্চিত কৰিব। ইয়াৰ বিপৰীত বাট কেৱলমাত্ৰ অবিশ্বাস, সংঘৰ্ষ আৰু ধ্বংসৰহে বাট হব পাৰে।

———

# অসম সাহিত্য সভা আৰু অসমীয়া মধ্যবিত্ত সমাজ

১৯১৭ চনৰ পৰা ৮৮ চনলৈ সুদীৰ্ঘ সাতটা দশক পাৰহৈ গ'ল। যোৱা ৭টা দশকেই অসম সাহিত্য সভা অসমৰ সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক জীৱনৰ লগত বৰ নিবিড়ভাবে জড়িত হৈ আছিছে। এই দীঘলীয়া কালছোৱাত অসম সাহিত্য সভাই সময়ত অসমীয়া জাতীয় আশা-আকাঙ্ক্ষা প্ৰকাশৰ মুখপাত্ৰ হিচাবেও কাম কৰি আছিছে। নানা ঘাত-প্ৰতিঘাতেৰে ভৰা এই কালছোৱা। ১৯১৭ চনৰ পৰা আমি আৰু তিনিটা দশক পিছুৱাই যাব লাগিব ১৮৮৮ চনলৈ। সেই বছৰতে কলিকতাত উচ্চ শিক্ষাৰ বাবে যোৱা কেইজনমান শিক্ষিত অসমীয়া যুৱকৰ চেষ্টাত অসমীয়া ভাষাৰ চৰ্চা আৰু উন্নতিৰ বাবে গঢ়ি উঠে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' ( অঃ ভাঃ উঃ সাঃ ) তেতিয়াৰ পৰাই প্ৰকৃততে অসম সাহিত্য-সভাৰ আৰম্ভণি বুলি কব পৰা যায়। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ উদ্যোক্তাসকলেই পাছত অসম সাহিত্য সভাৰো মূল ব্যক্তি হৈ পৰে।

অসম সাহিত্য সভাৰ আনুষ্ঠানিক জন্মৰ আগতে অসমীয়া ভাষা সাহিত্য চৰ্চাৰ জৰিয়তে জাতিটোৰ উন্নতিৰ প্ৰচেষ্টা চলাবলৈ আৰু বহু কেইটা সংগঠনৰ জন্ম হৈছিল। ১৮৮৯ চনত চন্দ্ৰকুমাৰ আগৰৱালাৰ উদ্যোগত প্ৰকাশিত হোৱা জোনাকী আলোচনী খনেই এই প্ৰাৰম্ভিক আধুনিক সাহিত্যচৰ্চা আৰু জাতীয় ভাবধাৰাৰ উন্মেষৰ বাহক হৈ পৰে। জোনাকীৰ লেখকসকলে বিভিন্ন লেখনিৰ জৰিয়তে অসমত আধুনিক অৰ্থত সাহিত্যত জাতীয়তাবাদী ভাবধাৰাৰ প্ৰবৰ্তন কৰিলে। ইয়াৰ আগতেও অসম আৰু অসমীয়াৰ জাতীয় উন্নয়নৰ চিন্তাচৰ্চা কৰাৰ বাবে কিছুমান সংগঠন গঢ়ি উঠিছিল। ১৮৫৮ চনতে অসম দেশহিতৈষী সভা নামৰ এটি সংগঠনৰ জন্ম হয়, ১৮৭২ চনত গঙ্গাগোবিন্দ ফুকনৰ উদ্যোগত 'জ্ঞানপ্ৰদায়িনী সভা' গঢ়ি উঠে। এই সংগঠনবোৰৰ কেইটামান বৈশিষ্ট আছিল। এই আটাইবোৰ সতুনকৈ পশ্চিমীয়া শিক্ষাৰে শিক্ষিত অসমীয়া ছাত্ৰ যুৱক আৰু মধ্যবিত্ত লোকসকলে গঢ়ি তুলিছিল আৰু পৰিচালনা কৰিছিল।

ভাৰতবৰ্ষত তেতিয়া বিভিন্ন ঠাইত নৱ জাগৰণৰ সূচনা হৈছে। ১৮৫৭ চনৰ

চিপাহী বিদ্রোহৰ পিছত ভাৰত প্ৰত্যক্ষভাৱে ইংলেণ্ডৰ শাসনৰ তলালৈ অহাৰ ২০-৩০ বছৰৰ ভিতৰতে ইংৰাজী শিক্ষাৰ জৰিয়তে ভাৰতৰ প্ৰতিঠাইতে শিক্ষিত মধ্যবিত্ত শ্ৰেণী এটাৰ জন্ম হৈছে। ১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰো জন্ম হৈছে। এই সময়ছোৱাতে কলিকতালৈ পঢ়িবলৈ ওলাই যোৱা অসমীয়া যুৱকসকল বিভিন্ন ধৰণৰ অভিজ্ঞতা আৰু আৰ্দশৰ সংস্ৰৱলৈ আহিছে। লাহে লাহে ভাৰতৰ জাতীয় জাগৰণৰ প্ৰভাব তেওঁলোকৰ ওপৰতো পৰিছে আৰু তেওঁলোকেই অসমত এক সাংস্কৃতিক, সাহিত্যিক জাগৰণৰ নেতৃত্ব দিবলৈ চেষ্টা কৰিছে। এই শিক্ষিত মধ্যবিত্ত শ্ৰেণীটো আৰু ছাত্ৰযুৱকসকলে প্ৰথমে অসমীয়া ভাষা উন্নতি সাধিনী সভা স্থাপন কৰিছে, পাছত ইয়াৰ নামৰ পৰিবৰ্তন হৈ ই এ, এছ, এস্ ক্লাব বুলি জনাজাত হৈছে। সাহিত্যকৰ্মৰ জৰিয়তে জাতীয় উন্নতিৰ চেষ্টা কৰা ছাত্ৰযুৱক সকলেই পিছত 'অসম ছাত্ৰ সন্মিলনৰ' জন্ম দিছে। এই সন্মিলনে অসমত জাতীয় চেতনাৰ বিকাশত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি গৈছে। ১৯২৮ চনত 'অ মোৰ আপোনাৰ দেশ' গীতটোক অসমৰ জাতীয়সংগীত হিচাবে গ্ৰহণ কৰা; অসমত লাচিত বৰফুকন, চিলাৰায় আৰু জয়মতী উৎসৱ পাতিবলৈ স্থিৰ কৰা; অসমৰ অপ্ৰকাশিত লোক-সাহিত্য আৰু লোকগীত সমূহ সংগ্ৰহ কৰি প্ৰকাশৰ ব্যৱস্থা কৰা; বিজ্ঞান, বাণিজ্য, সাহিত্য, স্বাস্থ্যনীতি আদিৰ বিষয়ে সৰু সৰু পুস্তিকা প্ৰকাশ কৰি গাঁও অঞ্চলত বিতৰণ কৰা; অসমত শিক্ষা, বিশেষকৈ উচ্চশিক্ষাৰ বিস্তাৰৰ বাবে কটন কলেজত স্নাতক আৰু স্নাতকোত্তৰ শ্ৰেণী খোলাৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ চিনেট সভাত অসমৰ প্ৰতিনিধিৰ অন্তৰ্ভুক্তিলৈকে এনানী দাবী বথা হয়। মানভগণৰ সময়ত কাছাৰত গৈ বসবাস কৰা অসমীয়া মানুহখিনিৰ বাবে অসমীয়া ভাষাত শিক্ষা দানৰ ব্যৱস্থা কৰাও এটা গুৰুত্বপূৰ্ণ দাবী আছিল। এই কথাখিনি এইবাবেই তুলি ধৰা হ'ল যে ১৮৮৯ ৰ পৰা ১৮২৮ এই চাৰিটা দশকত অসমীয়া ছাত্ৰযুৱক সকল আৰু মধ্যবিত্তশ্ৰেণীৰ নেতৃত্বত অসমীয়া জাতীয় চেতনাৰ উন্মেষ ঘটিবলৈ আৰম্ভ কৰে। ইয়াৰ মাজতে ১৯১৭ চনত স্থাপিত অসম সাহিত্য সভাও এই মধ্যবিত্ত জাতীয়তাবাদেৰে পুষ্ট হৈ পৰে প্ৰথমৰ পৰাই। আৰু অসমৰ জাতীয়তাবাদ বিকাশত যিহেতু অসমীয়া ভাষাৰ প্ৰশ্নটো ওতঃপ্ৰোত ভাবে জড়িত হৈ আছিছে, গতিকে স্বাভাৱিকভেই অসমৰ জাতীয় আৰু সামাজিক জীৱনত ভাষা সাহিত্যৰ মূখ্য অনুষ্ঠান অসম সাহিত্য সভায়ো এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে।

অসম সাহিত্যসভাৰ ইতিহাস অসমীয়া মধ্যবিত্ত সমাজখনৰ ইতিহাসৰ লগত বৰ

অংগাংগী ভাবে জড়িত। ১৮২৬ চনৰ ইয়াণ্ডাবু চুক্তিৰ পাছত অসম বৃটিছ কোম্পানীৰ অধীনলৈ অহাৰ প্ৰায় চাৰিটা দশকৰ ভিতৰতে অসমত মধ্যবিত্ত সমাজ এখন আধুনিক অৰ্থত জন্ম হ'বলৈ আৰম্ভ কৰে। অসমৰ দুখনমান চহৰত পশ্চিমীয়া শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰ হোৱাৰ লগে লগে মূলতে সমাজৰ প্ৰাচীন সামন্তীয় আঢ্যৱন্ত সমাজখনৰ মাজৰ পৰাই এচাম নতুন শিক্ষিত যুৱকৰ জন্ম হয়। উপনিবেশিক প্ৰশাসনৰ ওপৰত চাকৰি-বাকৰি বা আন ধৰণে জীৱিকাৰ বাবে নিৰ্ভৰশীল এই শ্ৰেণীটোৱেই লাহে লাহে প্ৰাচীন ভা-ভাণ্ডৰীয়া আৰু অভিজাতসকলৰ ঠাইত অসমৰ সমাজখনৰ আগৰণুৱা অংশ হৈ পৰিল। মনিৰাম দেৱান, আনন্দৰাম ঢেকিয়াল ফুকনৰ যুগৰ শেষ ভাগ এইটো। বৃটিছ প্ৰশাসন, চাহবাগান, স্কুল আদিত লাহে লাহে দুই-এজন অসমীয়া মানুহ চাকৰি-বাকৰিত মকৰল হোৱাৰ সুযোগ সুবিধা ওলাইছে।

গঢ়ি উঠা এই অসমীয়া মধ্যবিত্ত সমাজখনত জাতীয় ভাৱধাৰা শিপাই পৰাত এইবাৰ সহায় কৰিলে বৃটিছ চৰকাৰৰ ভাষানীতিয়ে। সেই সময়ৰ বৃটিছ প্ৰশাসক-সকলে অসমত চৰকাৰী কাম-কাজ আৰু বিদ্যালয়বোৰত অসমীয়া ভাষাৰ পৰিৱৰ্তে বঙলা ভাষাৰ প্ৰবৰ্তন কৰিলে। আনহাতে, নতুনকৈ গঢ়ি উঠা বৃটিছ বিদ্যালয়তে শিক্ষালাভ কৰি, কলিকতাত গৈ পঢ়ি অহা অসমীয়া মধ্যবিত্ত সমাজৰ প্ৰথমটো প্ৰজন্মও ওলাই আহিছে। পূব ভাৰতৰেই নহয়, সমগ্ৰ বৃটিছ ভাৰতৰ প্ৰশাসনিক আৰু সাংস্কৃতিক প্ৰাণকেন্দ্ৰ কলিকতা মহানগৰীলৈ এজন দুজনকৈ ওলাই যোৱা এই অসমীয়া যুৱকসকল পশ্চিমীয়া, বিশেষকৈ ইংৰাজী ভাষা-সাহিত্য আৰু শিক্ষাৰ বহল জগতখনৰ সন্ধান পায় আৰু তেওঁলোকৰ জকাইচুকীয়া মনৰ ঠেক গণ্ডীবোৰ ভাঙি ফৰকাল হৈ পৰে। ইতিমধ্যে বংগত চলিছে নৱজাগৰণৰ প্ৰচণ্ড সোঁত, প্ৰাচীন ভাৰতৰ বহুত সনাতন মূল্যবোধ আৰু অন্ধবিশ্বাসৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা হৈছে; সতীদাহ, বাল্য বিবাহ প্ৰথাৰ বিলুপ্তি, বিধবা বিবাহৰ প্ৰচলন আদি অভাৱনীয় সমাজ সংস্কাৰৰ কাম-কাজ আৰম্ভ হৈছে, আনহাতে ভাৰতৰ প্ৰাচীন, ঐতিহ্যময় আৰু গৌৰবোজ্জল পৰম্পৰাৰ নিৰ্বাচিত সমলৰে এক জাতীয় চেতনাৰ নৱজাগৰণৰ অংকুৰোদগম ঘটিছে। অসমৰ ডেকাসকলেও এই মহা যজ্ঞৰ মাজত নিজৰ মুকীয়া আসন বিচাৰি গংগাৰ পাৰৰ পৰা বুঢ়া লুইতৰ পাৰত এৰি যোৱা অসমখনলৈ চাইছে। অসমৰ অতীত গৌৰৱ পুনৰুত্থানৰ লগতে জাতীয় বিকাশৰ কথা ভাবিছে আৰু তাৰেই প্ৰথম পদক্ষেপ হিচাবে মাতৃভাষা অসমীয়াৰ প্ৰচলন, প্ৰতিষ্ঠা

আৰু বিকাশৰ কথা ভাবিছে। সহায়কাৰী হিচাবে পাইছে কিছু আমেৰিকান, বিশেষকৈ বেপ্টিষ্ট মিছনৰ মিছনেৰীসকলক। তেওঁলোকেও সেইসময়ত অসমীয়া ভাষাৰ জৰিয়তে খৃষ্টান ধৰ্ম প্ৰচাৰৰ প্ৰয়াস কৰিছে। এওঁলোকৰ সমবেত চেষ্টাতে অসমত আকৌ অসমীয়া ভাষাৰ প্ৰৱৰ্তন হ'ল। অসমীয়া জাতীয়তাবাদৰ উন্মেষৰ সেই প্ৰথম স্তৰটোতেই সমগ্ৰ প্ৰক্ৰিয়াটোৰেই ভাষা কেন্দ্ৰীয় হৈ পৰিল; তাৰিক জাতীয়তাবাদ হৈ পৰিল জাতীয় চেতনাৰ প্ৰধান ধাৰা।

জন্মলগ্নৰে পৰা অসম সাহিত্য সভা মূলতে অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ওপৰতে নিৰ্ভৰশীল আৰু তেওঁলোকৰ জাতীয় চিন্তাচেতনাৰ বাহক হৈ আহিছে। অসমৰ সমাজৰ আগবঢ়ুৱা চাম হিচাবে অসমীয়া মধ্যবিত্ত নেতৃত্বই ইমানদিনে অসমীয়া ভাষাৰ প্ৰতিষ্ঠা, জাতীয় সাহিত্যৰ সংস্কৃতিৰ বিকাশ আৰু শেহতীয়াকৈ অসমৰ বিদেশী নাগৰিক প্ৰশ্নত গঢ়ি উঠা জাতীয় অস্তিত্ব ৰক্ষাৰ নামত চলা আন্দোলনতো অসমীয়া সমাজখনৰ খেতিয়ক, বনুৱা, কাৰিকৰ, ছাত্ৰযুৱক আৰু জনজাতিসকলৰো একাংশক একত্ৰিত কৰি সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত নেতৃত্ব দি আহিছে। অসম সাহিত্য সভাও এই প্ৰক্ৰিয়াৰে মাধ্যম, সহযোগী, সতীৰ্থ আৰু সময়ত আগবঢ়ুৱা মঞ্চও হৈ আহিছে। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ সামগ্ৰিক শ্ৰেণী চৰিত্ৰৰ পৰা সুকীয়াকৈ সাহিত্য সভাৰো কোনো বেলেগ চৰিত্ৰ নাই। সেয়ে এই মধ্য শ্ৰেণীৰ সমগ্ৰ দোষ-দুৰ্বলতা, দোদুল্যমানতা, আপোচকামীতা আৰু সুবিধাবাদী চৰিত্ৰ এই সভাৰ মাজলৈকো সম্প্ৰসাৰিত নোহোৱাকৈ থকা নাই। যিহেতু নেতৃত্ব মধ্যশ্ৰেণীৰ হাতত সেয়ে এই সাহিত্য সভাৰ সীমাবদ্ধতাও প্ৰচুৰ। মধ্যবিত্ত মানসিকতাৰ সংকীৰ্ণ আৰু মূলতে ৰক্ষণশীল চিন্তাধাৰাৰ পৰা ফালৰি কাটি সাহিত্য সভাই অসমৰ জনজাতিসকল আৰু চাহবনুৱা সম্প্ৰদায়ৰ বাবে বিশেষ কাম-কাজ কৰিব নোৱাৰাৰ মূলো ইয়াতেই নিহিত হৈ আছে।

আজি কিছু বছৰৰ পৰা অসম সাহিত্য সভা সেয়ে বহুসময়ত বহুজনৰ সমালোচনা আৰু আক্ৰমণৰ লক্ষ্যও হৈ আহিছে। বিশেষকৈ অসমৰ বামপন্থী মহলৰ পৰা সভাক বহুধৰণে সমালোচনা কৰা হৈছে। সাহিত্য সভাৰ বিষয়ে এওঁলোকে উত্থাপন কৰা অভিযোগবোৰৰ অন্যতম হ'ল যে সাহিত্য সভা মূলতে এটা চৰকাৰৰ পক্ষ লোৱা অনুষ্ঠান, অসমৰ ব্যাপক দুখীয়া বাইজৰ লগত এটা জাতীয় অনুষ্ঠান হিচাবে ইয়াৰ সম্পৰ্ক বৰ বেছি নাই। সভাৰ বাৰ্ষিক অধিবেশনবোৰৰ মঞ্চত সৃষ্টিশীল সাহিত্যিকতকৈ সময়ত অ-সাহিত্যিক ৰাজনৈতিক নেতাই বেছি সন্মানৰ

আসন গ্ৰহণ কৰি আছিছে। আজি কিছুবছৰৰ আগলৈকে সাহিত্যসভাৰ অধিবেশনবোৰৰ পৃষ্ঠপোষক, মুখ্য পৃষ্ঠপোষক হিচাবে ভাৰতৰ ৰাষ্ট্ৰপতিৰ পৰা আৰম্ভ কৰি বহু মন্ত্ৰীলৈকে সদায় আগভাগ পাই অহাতো সঁচা। অৱশ্যে স্বাধীনতাৰ পাছত যিসকল ৰাজনৈতিক নেতা সাহিত্যসভাৰ মঞ্চত আহি উঠিছিলহি, তেওঁলোক আছিল স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰা ৰাইজৰ আস্থাভাজন আৰু সন্মানিত নেতা। এওঁলোক বহুতৰে সাহিত্যকৰ্মতো যথেষ্ট দখল আছিল। কিন্তু পিছলৈ আৰু এনে হৈ নাথাকিলগৈ। দেশৰ ৰাজনৈতিক জীৱনত মূল্যবোধৰ অধঃপতনৰ লগে লগে যেনেতেনে ক্ষমতালৈ অহা শাসকদলৰ যিকোনো নেতাইয়ো এই মঞ্চত উঠিবলৈ ললেহি। আজি দহবছৰ মানৰ আগৰ পৰা সাহিত্যৰ মজিয়াত এই ৰাজনৈতিক নেতাইঁতৰ দপদপনিৰ ফলত অসমৰ বিভিন্ন মহলত সাহিত্যসভা আৰু ৰাজনীতিৰ আন্তঃসম্পৰ্ক লৈ বিতৰ্ক আৰম্ভ হৈছিল; সাহিত্যসভাৰ কেবাজনো বিষয়ববীয়াৰ প্ৰত্যক্ষ ৰাজনীতিত যোগদানে এই প্ৰশ্নটো আৰু প্ৰকট কৰি তুলিছিল।

অসমৰ সমাজ ইতিহাসলৈ লক্ষ্য কৰিলে দেখা যায় যে অসমীয়া মধ্যশ্ৰেণীয়ে ৰাজ্যিক প্ৰশাসনৰ শাসন ক্ষমতাত নিজৰ শক্তিশালী অৱস্থান কৰি লৈছেহি আৰু এওঁলোকৰ স্বাৰ্থও সেয়ে ৰাজ্যিক চৰকাৰখনৰ লগত সনাপিঠা হৈ আছে। স্বাভাৱিকতেই মধ্যশ্ৰেণীৰ নেতৃত্বৰ আন এটা অনুষ্ঠান অসম সাহিত্য সভাৰ এটা স্বকীয়া সামাজিক তথা ৰাজনৈতিক ভূমিকা থাকিব বুলি আশাকৰাটো ভুল। অসমীয়া মধ্যশ্ৰেণীৰ সামূহিক স্বাৰ্থ যেতিয়ালৈকে বিপদাপন্ন হোৱা নাই, তেতিয়ালৈকে সাহিত্য সভায়ো কোনোদিন চৰকাৰৰ লগত মতান্তৰ আৰু সংঘৰ্ষৰ দিশলৈ অহা নাই।

অসম আন্দোলনৰ আগে আগে অসমীয়া মধ্যশ্ৰেণীয়ে চৰকাৰ, প্ৰশাসন আৰু সমাজত তেওঁলোকৰ নেতৃত্ব বিপদাপন্ন হব ধৰিছে বুলি অনুভৱ কৰিবলৈ ধৰিলে। ৰাজ্যখনলৈ ষাঠিৰ দশকৰ মাজভাগৰ পৰা হোৱা অবাধ জনপ্ৰব্ৰজনে অসমৰ জনসংখ্যা বিন্যাসৰ ভাৰসাম্য ওলট পালট কৰি দিব পাৰে বুলি, আৰু ইয়াৰ ফলত অসমৰ ৰাজনীতিত অসমীয়া মধ্যশ্ৰেণীৰ নেতৃত্ব খৰ্ব হব পাৰে বুলি এওঁলোকৰ লগতে সাধাৰণ অসমীয়া ৰাইজৰো মনত ভয় সোমাল। সেইসময়ৰ শাসকদল কংগ্ৰেছে এই শংকা আঁতৰোৱাৰ ক্ষেত্ৰত বিশেষ তৎপৰতা নেদেখি এওঁলোক কংগ্ৰেছৰ ওপৰত বিতুষ্ট আৰু আস্থাহীন হৈ পৰে। আনহাতে অসমৰ গাওঁ অঞ্চল, নগৰুৱা আৰু জনজাতি

অঞ্চল আৰু ছাত্ৰযুৱকসকলৰ মাজত বামপন্থী মতাদৰ্শ জনপ্ৰিয় হৈ পৰাত এওঁলোকৰ চিন্তা আৰু বাঢ়ি গ'ল। নিজৰ সামাজিক ৰাজনৈতিক স্থিতি আৰু ক্ষমতা বজাই ৰখাৰ বাবে সৰ্বভাৰতীয় দলৰ বিকল্প হিচাবে আঞ্চলিকতাবাদক এওঁলোকে বিচাৰি পালেগৈ। ফলত এইবাৰ অসমৰ সাহিত্য সভাও তেতিয়াৰ কংগ্ৰেছী চৰকাৰৰ বিপৰীত শিবিৰত অৱস্থান কৰিলেগৈ। সাহিত্য সভাৰ ডিব্ৰু অধিৱেশনৰ সময়ৰ পৰাই সাহিত্য সভা আৰু ৰাজনৈতিক ক্ষমতাসীন নেতাসকলৰ মাজৰ সম্পৰ্কৰ ক্ষেত্ৰত এটা নতুন সমীকৰণ আৰম্ভ হ'ল। ডিব্ৰু অধিৱেশনতে সভাই প্ৰথমবাৰৰ বাবে মুকলি ভাবে তদানীন্তন মন্ত্ৰীসভাৰ লগত সম্পৰ্ক নাৰাখে। সভা এই সময়লৈ অসম আন্দোলনৰ অন্যতম নেতৃত্বকাৰী সংগঠন 'অসম গণসংগ্ৰাম পৰিষদত' সোমাই পৰিছিল। ফলত চৰকাৰৰ লগত সংঘাট আৰম্ভ হৈছিল। সভা বঞ্চিত হৈছিল সকলোপ্ৰকাৰৰ চৰকাৰী সা-সুবিধা আৰু অনুদানৰ পৰা। কিন্তু সভাৰ নেতাসকলে অসমৰ বাহিৰৰ জাতীয় আবেগ জগাই তুলি বাহিৰৰ আকুণ্ঠ সহায় সমৰ্থনৰে এই অধিৱেশন অতি সুকলমে সম্পন্ন কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ পিছৰ বঙাইগাওঁ আৰু বিহপুৰীয়াৰ অধিৱেশনতো ইয়াৰ পুনৰাবৃত্তি ঘটিছিল। সাহিত্য সভা শাসকদলৰ ৰাজনীতিৰ পৰা আঁতৰি অহাৰ এটা সুষ্ঠ পৰম্পৰাই গঢ় লৈ উঠিবলৈ আৰম্ভ কৰিছিল। যোৱা সাধাৰণ নিৰ্বাচনত আঞ্চলিক দলৰ জয়লাভৰ পাছত আকৌ এবাৰ সভা আৰু চৰকাৰৰ মাজৰ সম্পৰ্কৰ সমীকৰণটো নকৈ পাতিব লগা হৈছে। অসমৰ আঞ্চলিক চৰকাৰত অসমীয়া নেতৃত্বৰ শক্তিশালী স্থিতি থকালৈ চাই সম্ভৱতে অসম সাহিত্য সভাই হক কথাটো চৰকাৰ বিৰোধী অৱস্থান লোৱাৰ আশা ক্ষীণ।

সাহিত্য আৰু ৰাজনীতিৰ মাজত এবাৰ নোৱাৰা সম্পৰ্ক আছে। দৰাচলতে অকল সাহিত্যই নহয়, সমাজৰ প্ৰতিটো স্তৰতেই ৰাজনীতি থাকিব। কিন্তু, সাহিত্য সংস্কৃতিৰ জাতীয় অনুষ্ঠান বুলি কোৱা সংগঠন এটাই কিমানদূৰ কেৱল শাসকদলৰ ৰাজনীতিৰ লগত সম্পৰ্ক ৰখা উচিত এই আহুকলীয়া প্ৰশ্নটো বিচাৰ কৰি চোৱাৰ সময় আহি পৰিছে। শাসনৰ গাদীত যেয়েই নাথাকক কেশৰ ভাষা সাহিত্যৰ উন্নতিৰ বাবে তেওঁলোকৰ কৰণীয় কৰ্তব্য থাকে আৰু এনে কৰোতে সাহিত্য সভাৰ দৰে অনুষ্ঠানৰ লগত সমন্বয়ত একেলগে কামকাজ কৰাৰো প্ৰয়োজনীয়তা আহি পৰে। এই ক্ষেত্ৰত দুটা দিশ মন কৰাটো প্ৰয়োজন। প্ৰথমে এই কামত যাতে সভাৰ সকলোৰে শ্ৰদ্ধাৰ সাহিত্যিকক আঁতৰ কৰি কোনো ৰাজনৈতিক নেতাই ব্যক্তিগত

প্ৰচাৰ আৰু সা-সুবিধাৰ বাবে গাৰ পাৰি বহিব নোৱাৰে আৰু, সাহিত্য সভাৰ মজিয়াত শাসকদলৰ ৰাজনৈতিক দৰ্শনত বিশ্বাস নকৰা বা বিৰোধীতা কৰা লেখক সকলেও যাতে সমান অংশ গ্ৰহণৰ সা-সুবিধা পায়। স্বাভাৱিকতে সাহিত্যৰ ক্ষেত্ৰত সৃষ্টিশীল সাহিত্যৰ ধাৰাটো সদায় চৰকাৰী দাক্ষিণ্য আৰু শাসকদলৰ পৰা আঁতৰতহে প্ৰবাহিত হৈ থাকে। গতিকে এনে অনুষ্ঠানৰ দুৱাৰ সকলোৰে বাবে খোলা নাৰাখিলে সমাজৰ সৃষ্টিশীল সাহিত্যৰ ধাৰাটোক ৰাজনৈতিক ষড়যন্ত্ৰৰে হেঁচুকি বন্ধ কৰাৰ উপক্ৰমহে কৰা হয়।

এই কথা স্বীকাৰ কৰিবই লাগিব যে যোৱা কিছু বছৰ ধৰি অসম সাহিত্য সভাই অসমৰ নতুন চাম সৃষ্টিশীল লেখকৰ সৰহ অংশকে সংগঠনৰ মজিয়ালৈ আকৰ্ষণ কৰি অনাৰ ক্ষেত্ৰত শোচনীয়ভাৱে ব্যৰ্থ হৈছে। সাহিত্য সভাৰ যেন আগৰ সম্মোহন শক্তি যেন আৰু নাই, যি শক্তিৰে এসময়ত সভাই ভাষা-সাহিত্যৰ কনিষ্ঠজনৰ পৰা জ্যেষ্ঠজনলৈকে সকলোকে নিজৰ মাজলৈ টানি আনিব পাৰিছিল। যোৱা দুটা দশকত সভাৰ শাখা সংগঠনবোৰৰ মাজত শাসকদলৰ ৰাজনীতিৰ অবাধ অনুপ্ৰবেশ আৰু অসাহিত্যিক লোকৰ প্ৰাধান্য ঘটিছিল, তাৰেই অৱশ্যম্ভাৱী ফলাফল হ'ল এইটো। এনেবোৰ অসাহিত্যিক লোকৰ ভাষা সাহিত্য তথা সমাজৰ বিকাশৰ বাবে কাম কৰাৰ কোনোধৰণৰ আন্তৰিক দায়বদ্ধতা নাই। সংগঠনৰ জৰিয়তে সাহিত্য বিকাশৰ কষ্টকৰ কাম-কাজ কৰাতকৈ এওঁলোকে ব্যক্তিগত প্ৰচাৰ আৰু নিজা নিজা ৰাজনৈতিক স্বাৰ্থতহে সভাক ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰে। ফলত সাহিত্য সভাৰ মাজত এনে লোকসকলে চৰকাৰৰ দলীয় সুবিধাবাদী ৰাজনীতি নকৰা কোনো লোককেই সহ্য কৰিব নোৱাৰে আৰু এনে লোকক সংগঠনৰ মজিয়াৰপৰা বাহিৰ কৰাতহে আগভাগ লয়। এনে কাৰবাৰত বিৰক্ত হৈ প্ৰায়বোৰ লেখক, সাহিত্যিকে সভাৰ পৰা আঁতৰি গৈ অন্য কোনো বামপন্থী সাহিত্য সংগঠনৰ লগত জড়িত হয়, নাইবা স্বতন্ত্ৰীয়াভাৱে ব্যক্তিগত উদ্যোগত সাহিত্য-চৰ্চা কৰে।

এটা সময় আছিল যেতিয়া বিভিন্ন ৰাজনৈতিক দৰ্শনত বিশ্বাসী, সুকীয়া সুকীয়া ৰাজনৈতিক দলত থকা লোকেও নিজৰ দলীয় স্বাৰ্থৰ ওপৰত থাকি সাহিত্যসভাৰ মজিয়াত একেলগে সাহিত্যৰ উন্নতিৰ বাবে কাম কৰিছিল। জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা, হেম বৰুৱাকে আদি কৰি বহুজন বৰেণ্য লেখকে সাহিত্যসভাৰ লগত জড়িত আছিল। কিন্তু দুখৰ কথা যে আজি সাহিত্যসভাৰ মাজত তেনেদৰে কাম কৰাৰ পৰিবেশো নাই আৰু দলীয় স্বাৰ্থৰ উৰ্দ্ধত একেলগে কাম কৰাৰ মানসিকতাও

নাইকীয়া হৈ আহিছে। জাতীয় অনুষ্ঠান বুলিবলৈ হ'লে জাতিটোৰ মাজত প্ৰবাহিত সকলোধৰণৰ ৰাজনৈতিক আৰু সামাজিক চিন্তাৰ প্ৰতিনিধিমূলক প্ৰতিফলন সংগঠনটোত ঘটিব লাগিব। এনে হলেহে অসম সাহিত্য সভাই অসমৰ সকলো জন-গোষ্ঠী, জনজাতীয়, অ-জনজাতীয়, চাহ মজদুৰসকলকে ধৰি অসমৰ পাহাৰ ভৈয়াম সকলোৰে সাংস্কৃতিক উন্নয়নৰ বাবে কাম কাজ কৰিব পাৰিব। এনেদৰে কাম কৰিব পাৰিলেহে সভাই অসমীয়া ভাষা-সাহিত্যাৰো প্ৰকৃত সেৱা কৰাৰ লগতে অসমৰ সমাজত সমন্বয় আৰু সম্প্ৰীতিৰ বাতাবৰণ সৃষ্টি কৰিব পাৰিব।

---

# প্ৰসঙ্গ বিষ্ণুৰাভা

## প্ৰসঙ্গক্ৰমে :

বিষ্ণুৰাভাৰ বিশাল ব্যক্তিত্ব, বহুমুখী প্ৰতিভা আৰু সামাজিক ভূমিকাৰ কথা এটা প্ৰবন্ধৰ পৰিসৰত আলোচনা কৰা সম্ভৱ নহয়। সেয়ে বিষ্ণুৰাভাৰ কামকাজৰ তিনিটা প্ৰধান দিশ সম্পৰ্কে ইয়াত আলোচনা কৰিবলৈ যত্ন কৰা হ'ব। আজি অসমত সমন্বয় আৰু সংহতিৰ প্ৰশ্নটোৱে যথেষ্ট গুৰুত্ব লাভ কৰিছে আৰু এই পৰিপ্ৰেক্ষিতত ইতিহাসৰ অধ্যয়ন আৰু চৰ্চাৰ কথাটোও হৈ পৰিছে অতি প্ৰয়োজনীয়। এই দুইটা দিশৰ লগত আকৌ নিগূঢ় ভাৱে জড়িত হৈ আছে ৰাজনৈতিক দৃষ্টিকোণৰ প্ৰশ্নটো। বিষ্ণুৰাভাই অসমত প্ৰথম দুটা বিষয়ত বাটকটীয়াৰ ভূমিকা গ্ৰহণ কৰিছিল, সমাজৰ প্ৰচলিত সকলোধৰণৰ এপাহুকলীয়া চিন্তাৰ বিপৰীতে সূচনা কৰিছিল এক নতুন ধাৰা, দেখুৱাইছিল নতুন বাট। এই কথা ঠিক যে যি সমন্বয় প্ৰচেষ্টা, ইতিহাস চেতনা বা সাংস্কৃতিক কৰ্মকাণ্ড আটাইবোৰ দিশতে বিষ্ণুৰাভাৰ চিন্তা আৰু কামে নতুন ধাৰাৰ সৃষ্টি কৰিলেও সকলো ক্ষেত্ৰতে তেওঁ ইয়াক বিকশাই তুলিবলৈ নাইবা সম্পূৰ্ণ কৰিবলৈ সক্ষম হোৱা নাই। জনজীৱনৰ গণমানসৰ লগত থকা নিবিড় পৰিচয়ৰ পৰা লাভ কৰা প্ৰজ্ঞা আৰু অগ্ৰগামী আদৰ্শৰ আলোকে তেওঁক নতুন নতুন চিন্তা আৰু কামৰ সূচনা কৰিবলৈ সক্ষম কৰিলে যদিও নানা ধৰণৰ ৰাজনৈতিক আৰু সামাজিক সংকটে ইয়াক পূৰ্ণাঙ্গ হ'বলৈ নিদিলে। বিষ্ণুৰাভা জড়িত হৈ থকা ৰাজনৈতিক দল তথা সেই সময়ৰ ভাৰতৰ বাম মহলৰ আদৰ্শগত আৰু ৰাজনৈতিক সংকটে সৃষ্টি কৰা সামাজিক পৰিবেশেই ইয়াৰ বাবে বহুলাংশে দায়ী। যি কি নহওক, জীৱনজুৰি বিষ্ণুৰাভাই দেখুৱাই যোৱা পথৰ তাৎপৰ্য্য আজিও আছে।

অসমৰ বিভিন্ন জনগোষ্ঠীৰ স্বকীয় সাংস্কৃতিক বিকাশ আৰু সকলোৰে মাজত এক দৃঢ় সমন্বয়ৰ বাবে বিষ্ণুৰাভাই সমগ্ৰ জীৱন জুৰি কাম কৰি গ'ল। ৰাজনৈতিক কৰ্মকাণ্ডৰো বহুখিনি তেওঁ কৰিছিল জনজাতীয় লোকসকলৰ মাজত। আজি কিছুদিনৰ পৰা এচাম সাহিত্যিক সমালোচকে বিষ্ণুৰাভাক এক জনজাতীয় বীৰ হিচাবে তুলি ধৰিবলৈ চেষ্টা কৰিছে আৰু ইয়াৰ দ্বাৰাই তেওঁৰ সামগ্ৰিক তাৎপৰ্যক সীমাবদ্ধ আৰু ম্লান কৰিবলৈ প্ৰয়াস পাইছে। এনে প্ৰচেষ্টাই সমাজক সমাজ আৰু আপামৰ

পাৰই কাৰণ বিষ্ণুৰাভাৰ আদৰ্শই এওঁলোকৰ মনত সঞ্চাৰ কৰে অনামী ভয় ; সেয়ে যিকোনো কৌশলেৰে বিষ্ণুৰাভাৰ পৰম্পৰাটোক শৃংখলিত বান্ধিব পাৰিলে এওঁলোক আশ্বস্ত হয়।

বিষ্ণুৰাভাৰ ৰাজনৈতিক ভূমিকাৰ ক্ষেত্ৰতো বিভিন্ন বিশেষণৰ হেঁচাত আচল কথাটো লুকাই পৰিব ধৰিছে। আজিৰ দিনৰ নিৰ্মোহ দৃষ্টিভঙ্গীৰে বিচাৰ কৰি চালে দেখা যায় যে সাম্যবাদী আদৰ্শত বিশ্বাসী ৰাভা আছিল প্ৰকৃতাৰ্থত এজন বাম বিপ্লবী গণতান্ত্ৰিক ( Left Revolutionary Democrate )। সেয়ে এহাতে যেনেদৰে ৰাভাই চিন্তাচৰ্চা, কলাকৃষ্টিৰ দিশত নতুন নতুন দিশৰ দুৱাৰ মুকলি কৰিছিল, তেনেদৰে এই স্থিতিক আৰু বিকশাই তুলিব নোৱাৰা বাবেই ই হৈ পৰিছিল সম্পূৰ্ণতাৰ বাটত এক সীমাবদ্ধতাৰ দৰে। যি কি নহওক, এই সমগ্ৰ দিশ লৈয়েই বিষ্ণুৰাভাৰ ব্যক্তিত্ব গঢ়ি উঠিছে, ফুটি উঠিছে তেওঁৰ প্ৰতিভা। বিষ্ণুৰাভাৰ সকলো ধৰণৰ কামকাজৰ মূল্যায়ণৰ ক্ষেত্ৰত আমি এই কথা পাহৰি গ'লে নহব।

## সমন্বয়ৰ প্ৰতীক বিষ্ণুৰাভা

আজি কিছুদিনৰপৰা অসমৰ প্ৰত্যেক জনসমাজৰ সাধাৰণ লোকসকলে অনুভৱ কৰিছে অসমত বসবাস কৰি অহা বিভিন্ন জাতিগোষ্ঠী, ভাষা আৰু ধৰ্মৰ মানুহৰ মাজত এক প্ৰকৃত সমন্বয়ৰ আশু প্ৰয়োজনীয়তা। বিশেষকৈ অসমৰ তৰুণ সমাজ আজি জনজাতীয় আৰু অ-জনজাতীয় লোকৰ মাজত সমন্বয়ৰ বাবে সঁচাকৈয়ে চিন্তিত হোৱা দেখা গৈছে। এই আকাঙ্ক্ষা নিশ্চয় আমাৰ সমাজত এক শুভ লক্ষণ। এই কামত আগবাঢ়োঁতে সকলোৱে সমন্বয়ৰ এক প্ৰেৰণাদায়ী প্ৰতীক হিচাপে বিষ্ণু-ৰাভাৰ কথা কৈছে, আলোচনা কৰিছে আৰু চেদা চোৱোকাকৈ হলেও বিষ্ণুৰাভাই দেখুৱাই যোৱা সমন্বয়ৰ বাটেদি বাট বুলাবো প্ৰয়াস আৰম্ভ কৰিছে। কিন্তু বিষ্ণু-ৰাভাৰ সমন্বয়ৰ মহান আদৰ্শক যদি খহটি মাৰি অসমৰ সামাজিক ঐতিহাসিক প্ৰেক্ষাপটত বিচাৰ কৰি বুজিব পৰা নাযায় তেনেহলে সমন্বয়ৰ সকলো সৎ প্ৰচেষ্টাতে বিষ্ণুৰাভাৰ নাম লোৱাহে বা তেওঁক এক নিৰ্জীৱ প্ৰতীক হিচাপে লোৱাতোহে সাৰ হ'ব ; সমন্বয় প্ৰকৃত অৰ্থত কোনোদিনেই নহ'ব।

সমন্বয় সম্পৰ্কে বিষ্ণুৰাভাৰ আদৰ্শ আছিল সমাজত প্ৰচলিত সকলো আদৰ্শৰ

বিপৰীতে এক নতুন ধৰণৰ চিন্তা। এই চিন্তাধাৰা মনে পৰা ধৰণেৰে সজা নহয়, বৰঞ্চ অসমৰ সামাজিক, অৰ্থনৈতিক আৰু জাতীয় বাস্তৱ পৰিস্থিতিৰ কষ্টসাধ্য অনুসন্ধানেৰে, পৃথিৱীৰ আগৰণুৱা চিন্তাৰ আলোকেৰে উদ্ভাসিত এক বৈজ্ঞানিক চিন্তাধাৰা। অসমৰ জৰাগ্ৰস্ত বৌদ্ধিক সমাজত এই চিন্তা ইমান অভিনৱ আৰু বৈপ্লৱিক আছিল যে ঔপনিবেশিক আমোলৰ চিন্তাৰ অৱশেষ আৰু একপক্ষীয় জাতীয় চিন্তাধাৰাৰ আৱৰ্জনাৰে খুন্দখোৱা মস্তিষ্কৰ মুখাকৃতা লোকসকলৰ মনত ই যথেষ্টেই ভীতিৰ সঞ্চাৰ কৰিছিল। সেয়ে কৌশলী আক্ৰমণ, অপপ্ৰচাৰ আৰু উপেক্ষাৰে এই চিন্তাক নাকচ কৰাৰ অপচেষ্টা চলিছিল। কিন্তু যি সময়ত অসমৰ প্ৰতিষ্ঠিত বুদ্ধিজীৱিসকলৰ ভূমিকা আছিল এনে ধৰণৰ সেই সময়ছোৱাত অসমৰ লোকোট গাঁৱৰ সাধাৰণ মানুহে কিন্তু বিষ্ণুৰাভাৰ সমন্বয়ৰ চিন্তাধাৰা বুজিব পাৰিছিল, পাৰিছিল গ্ৰহণ কৰিব। কিয়নো বিষ্ণুৰাভাৰ চিন্তাৰ উৎস আছিল সেই নাম নোহোৱা হাজাৰ হাজাৰ মেহনতী প্ৰজা, তেওঁলোকৰ সক্ৰিয় কৰ্মকাণ্ড আৰু প্ৰজাই বিষ্ণুৰাভাক দিছিল সমন্বয়ৰ বাটত কাম কৰাৰ নিৰ্ভুল পথেৰে। সম্প্ৰীতি আৰু সমন্বয় গঢ়ি তোলে, ৰক্ষা কৰে আৰু সমাজত তল কৰে সহস্ৰ গাঁৱত সিঁচৰিত হৈ থকা নিৰক্ষৰ শ্ৰমজীৱি এই মানুহখিনিয়ে। আজি অসম আন্দোলনৰ পটভূমিকাতো সমন্বয়ৰ সমস্যা উদ্ভৱ হৈছে চহৰীয়া মধ্যবিত্ত বুদ্ধিজীৱিৰ মাজত নহয়, গাঁৱৰ মানুহখিনিৰ মাজতহে। দলীয় সংঘৰ্ষই কালসংহাৰ মূৰ্তি ধৰিছে গাঁৱৰ পথাৰ, আবৰি গাঁও-ভূঁইতহে— চহৰৰ অলিগলিত নহয়। পতিকে সমন্বয়ৰ কৰ্মকাণ্ডও হব লাগিব মূলতে এই খাটিখোৱা মানুহখিনিক ভেটি কৰিয়েই। বিষ্ণুৰাভাই সমন্বয়ৰ বাট সেয়ে আৱিষ্কাৰ কৰিছিল এই মানুহখিনিক আদৰ্শ আৰু সংগ্ৰামৰ জৰিয়তে একত্ৰিত কৰাৰ মাজত। জনসাধাৰণৰ পৰা শিকা প্ৰকৃত সমন্বয়ৰ আদৰ্শক তেওঁ আকৌ মানুহৰ মাজলৈ ঘূৰাই দিব পাৰিছিল বুলিয়েই তেওঁ সমন্বয়ৰ জীৱন্ত প্ৰতীক হব পাৰিছিল, মানুহেও অন্তৰেৰে বুজি পাইছিল তেওঁৰ বক্তব্যৰ মৰ্ম।

আমাৰ মাজত সমন্বয় সম্পৰ্কে বিবোধ ধাৰণা প্ৰচলিত হৈ আছে প্ৰায়বোৰেই অত্যন্ত উপৰুৱা আৰু ফোঁপোলা। যোৱা তাপনি মাৰি আমি সময়ত সমন্বয়ৰ হুচ কাৱাজ কৰোঁ। যদিও আমাৰ বেছিভাগেই আন্তৰিক সদিচ্ছাৰেই এই কামত আগবাঢ়ে তথাপিও আদৰ্শতে কেবোৰ বৈ যোৱাৰ বাবে সমন্বয় প্ৰকৃত অৰ্থত কোনো দিনেই সফল নহয়গৈ। আমি বিবোধ জাতিগোষ্ঠী, ভাষাগোষ্ঠী আৰু ধৰ্মীয় সম্প্ৰদায়ৰ মাজত সমন্বয় আৰু সম্প্ৰীতিৰ কাম কৰিবলৈ যাওঁ সেই জনসাধাৰণৰ

নিজৰ আৰু ঐতিহাসিক আশা-আকাংক্ষা আৰু সমস্যাসমূহ খৰচি মাৰি বুজিবলৈ চেষ্টা নকৰাকৈ বা এইবোৰক উপেক্ষা কৰিয়েই আমি কামত আগবাঢ়ো। বাস্তৱ সমস্যাবোৰ আমি আওকাণ কৰো আমাৰ নিজৰ দৃষ্টিভংগীৰ মাজত সংকট থকাৰ বাবে। ফলত আমি যিবোৰ সম্প্ৰীতি আৰু সমন্বয়ৰ কাম কৰো সেইবোৰ হৈ পৰে উপকথা আৰু জাপি দিয়া।

বিষ্ণুৰাভাই যি সমন্বয় আৰু সম্প্ৰীতিৰ কাম কৰিছিল সি কিন্তু এনে উপকথা বা জাপি দিয়া ধৰণৰ নাছিল। বিষ্ণুৰাভাই কৈছিল বিশাল অসমীয়া জাতিৰ কথা, সমন্বয়ৰে গঢ়ি উঠা নতুন অসমীয়া সংস্কৃতিৰ কথা। কিন্তু এই কথা কওঁতে তেওঁ অসমৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ নিজৰ ভাষা সংস্কৃতিৰ বিকাশৰ কথা পাহৰি যোৱা নাছিল, বৰঞ্চ এই সকলোবোৰৰ প্ৰকৃত মৰ্যাদা ৰক্ষা, সুষ্ঠ বিকাশৰ জৰিয়তে সমন্বয়ৰ বিশাল অসমীয়া জাতি আৰু সংস্কৃতিৰ সপোন দেখিছিল। জনমানসৰ পৰা বিচ্ছিন্ন বহুত লোকে আজিও এই কথা বুজিব নোৱাৰে কেনেকৈ অসমৰ আটাইবোৰ ভাষা সংস্কৃতিৰ উন্নতিৰ জৰিয়তে বিশাল সমন্বয়ৰ জাতি আৰু সংস্কৃতি গঢ়ি উঠিব। তেওঁ-লোকৰ মতে এনে হবৰ বাবে সকলোৱে অসমীয়া ভাষা কব লাগিব আৰু গ্ৰহণ কৰিব লাগিব অসমীয়া সংস্কৃতিৰ ৰূপবোৰ। অসমীয়া জাতি, ভাষা আৰু সংস্কৃতি গঢ়ি উঠাৰ বিশাল ঐতিহাসিক প্ৰক্ৰিয়াটোৰ বিষয়ে কণমানো উপলব্ধি নাই বাবেই এওঁ-লোকৰ এনে ছুৰবস্থা। সেয়ে তবে এবিলেও কৰ্পটিয়ে নেবাৰ দৰে ভাষাৰ ক্ষেত্ৰত 'অসমীয়া ভাষা অসমত বসবাস কৰা সকলোৱে উমৈহতীয়া ভাষা' হব লাগিব ধৰণৰ কথা এতিয়াও কৈ থাকে। এটা ভাষা যে উমৈহতীয়া ভাষা হোৱাতো কাৰো ইচ্ছা অনিচ্ছাৰ ওপৰত নিৰ্ভৰশীল নহয়, সভা সমিতি পাতি যুক্তিৰ মেৰজালেৰেও এনে কাম কৰা নাযায়, বৰঞ্চ বিকাশৰ নিজৰ নিয়মতেই হাটে বজাৰে দৈনন্দিন জীৱনত প্ৰচলিত হোৱা ভাষা স্বাভাৱিকতেই উমৈহতীয়া ভাষা হবই—জাপি দি কোনো ভাষাকে এই অৱস্থান দিয়া নাযায়। বিষ্ণুৰাভাই এই কথা বুজিছিল, বাবে বাবে সেয়ে তেওঁ অসমৰ বিভিন্ন জনগোষ্ঠীসমূহৰ নিজৰ জাতীয় আকাংক্ষাক উপেক্ষা নকৰি উপলব্ধি আৰু সন্মান কৰিবলৈ সকলোকে সকিয়াই দিছিল।

অসমৰ তথা ভাৰতৰ নিচিনা বৰ্ণাঢ্য, বৈচিত্ৰ্যময় সমাজ এখনত, য'ত বিভিন্ন জাতি, ধৰ্ম, ভাষাৰ মানুহে বসবাস কৰে, তাত সৰু সৰু জাতীয়, ভাষিক বা ধৰ্মীয় গোষ্ঠীসমূহৰ কেতবোৰ নিজৰ সমস্যা থাকিবই। সহজ অৰ্থত এইবোৰক অতি ক্ষুদ্ৰ জাতিসত্তাৰ সমস্যা বুলিব পাৰি। এই সমস্যাবোৰ বাস্তৱ আৰু

বহুক্ষেত্ৰত ই কোনো বিশেষ জনগোষ্ঠীৰ জাতীয় আকাংক্ষাৰ লগত জড়িত এক স্পৰ্শকাতৰ সমস্যা হৈ পৰে। এই সমস্যা সমূহক বুজা আৰু তাৰ সমাধানৰ বাট দুলিওৱাকৈ সমন্বয় সম্প্ৰীতি কৰা নাযায়, উপেক্ষা কৰি, গাপ দি ৰাখি গঢ়া নাযায় একতা। বিষ্ণুৰাভাই সেয়ে কৈছিল, "বিশাল ব্ৰহ্মপুত্ৰৰ দৰে অসমীয়া ভাষা, কৃষ্টি, সংস্কৃতিক ভেটিবৰ কাৰো সাধ্য নাই। সংখ্যালঘু সম্প্ৰদায়বোৰৰ ভাষা, কৃষ্টি আৰু সংস্কৃতিৰ ৰক্ষণাবেক্ষণৰ ভাৰ সংখ্যাগৰিষ্ঠ সকলে লব লাগিব" (মানৱ জাতি/বিষ্ণুৰাভা ৰচনাৱলী পৃঃ-৩১)। অথচ সমন্বয়ৰ নামত আমি ৰাভাৰ এই শিক্ষা হয় পাহৰি গৈছো বা ইচ্ছাকৃতভাৱে উপেক্ষা কৰিছো। ইয়াতোকৈ ভয়াবহ আৰু এটা সমন্বয়ৰ সূত্ৰ আমাৰ মাজত গা কৰি উঠা দেখিবলৈ পোৱা গৈছে, যিটোৰ প্ৰতি বহুত উদাৰপন্থী গণতান্ত্ৰিক বুদ্ধিজীৱিয়েও সমৰ্থন জনাবলৈ আৰম্ভ কৰিছে, সেইটো হ'ল যিকোনো কামতেই প্ৰতি জনগোষ্ঠীৰ পৰা দুই এজন প্ৰতিনিধি ৰাখি এক 'সমন্বয় আৰু সম্প্ৰীতিৰ' মঞ্চ তৈয়াৰ কৰাতো। এই প্ৰচেষ্টা শেহতীয়াকৈ সামাজিক পৰিসৰৰ পৰা ৰাজনৈতিক সংগঠনলৈকে পৰিব্যাপ্ত কৰি তোলা হৈছে। বিভিন্ন জনগোষ্ঠী সমূহৰ মাজত প্ৰকৃত অৰ্থত সম্প্ৰীতি আৰু সমন্বয় হ'বলৈ হ'লে সমাজ চলাৰ মূল চাবি-কাঠি ৰাজনৈতিক ক্ষমতাৰ উচিত দায়িত্ব আৰু কৰ্তৃত্ব প্ৰত্যেক জনসমাজে পাব লাগিব। এই কথা শাসন কৰা ৰাজধৰ্মীয়া দল কেইটাই সুন্দৰকৈ বুজি উঠিছে। কিন্তু স্বাভাৱিকতেই তেওঁলোকে প্ৰকৃত অৰ্থত এই কাম কৰাৰ বাবে প্ৰস্তুত নহয় বা ই তেওঁলোকৰ বাবে সম্ভৱো নহয় বাবে কূটনৈতিক কৌশলৰে বিভিন্ন জনসমাজৰ প্ৰতিনিধি ৰাখি এক ভুৱা সমন্বয় আৰু সম্প্ৰীতিৰ ক্ষেত্ৰ প্ৰস্তুত কৰিছে, গঢ়ি তুলিছে সংগঠন। কিন্তু এনেবোৰ সংগঠনত এই জনগোষ্ঠী সমূহৰ মূল জাতীয় আকাংক্ষা প্ৰতিফলিত হব নোৱাৰে আৰু সমস্যাৰ কোনো প্ৰকৃত সমাধানো নোলায়। এনে কূটনৈতিক কৌশলৰে বিভিন্ন ব্যক্তিৰ ৰাজনৈতিক লাভ হব পাৰে কিন্তু জনসাধাৰণৰ মাজত সমন্বয় নহয়।

বিষ্ণুৰাভাৰ কৃতি ইয়াতেই যে এনে ধৰণৰ কূটনৈতিক কৌশলৰ কৌশলী সুবিধাবাদী সমন্বয়ক তেওঁ বিচৰা নাছিল, তেওঁ বিচাৰিছিল পাৰস্পৰিক বিশ্বাস আৰু সমতাৰ পটভূমিকাত, মুকলি ভাৱে, দায়িত্বসহকাৰে বিভিন্ন জনসমাজৰ নিজৰ সমস্যা আৰু জাতীয় আকাংক্ষাসমূহক চিহ্নিত কৰি, সেইৰ গণতান্ত্ৰিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এক প্ৰকৃত প্ৰতিনিধিত্ব মূলক ব্যৱস্থা গঢ়ি তোলাৰ

ভৱিষ্যতে এইবোৰৰ সমাধান কৰা। আৰু বিশাল অসমীয়া জাতি গঢ়া, বহল অসমীয়া সমন্বয়ৰ সংস্কৃতি গঢ়াৰ বিষ্ণুৰাভাই দেখুৱাই যোৱা পথো আছিল এইটোৱেই। তৎকালিন ভাবে 'পঞ্চায়তী ৰাজ' ব্যৱস্থাৰ মাজেৰেই ইয়াৰ বিকাশ কৰিব পৰা যাব বুলি তেওঁৰ বিশ্বাস আছিল—তেওঁৰ প্ৰত্যয় জন্মিছিল যে এই নতুন সমাজ গঢ়াৰ ঐক্যবদ্ধ সংগ্ৰামৰ মাজেদিহে আহিব সংহতি, সম্প্ৰীতি, হব প্ৰকৃত সমন্বয়।

অসমৰ ইতিহাসক, অসমীয়া জাতি গঢ়ি উঠাৰ প্ৰক্ৰিয়াটোক আমি সমন্বয়ৰ ইতিহাস বুলি কওঁ। কেনেধৰণে এই মহান কাৰ্য্য সংঘটিত হৈছিল তাক আমি আজি এবাৰ বিচাৰ কৰি চোৱা প্ৰয়োজন। সমন্বয় বুলিলে আমি সাধাৰণতে বুজো সাংস্কৃতিক সমন্বয়ৰ কথা। সংস্কৃতি এখন সমাজৰ অৰ্থনীতিৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠে আৰু বহুলাংশে ই ৰূপ পায় ৰাজনৈতিক চিন্তাধাৰা আৰু গঠনৰ আলমত। সংস্কৃতি সেয়ে সমাজৰ উপৰিসৌধৰ বস্তু যিটো নিৰ্ভৰশীল হয় অৰ্থনৈতিক ভিত্তিৰ ওপৰত। সেয়ে সংস্কৃতি আৰু অৰ্থনীতিৰ মাজত থাকে এক এৰাব নোৱাৰা নিগূঢ় সম্বন্ধ। সেয়ে, শেষবিচাৰত সাংস্কৃতিক সমন্বয়ৰ প্ৰশ্নটোতে অৰ্থনৈতিক দিশটো জড়িত হৈ থাকে, জড়িত হৈ থাকে ৰাজনৈতিক দিশটোও। গতিকে সমন্বয়ৰ চিন্তা কৰা লোক সকলৰ বাবে এই দিশটো উপেক্ষা কৰাৰ কোনো উপায় নাই—যদিহে তেওঁলোকে সৰ্ব্বান্তঃকৰণে বিচাৰে প্ৰকৃত সমন্বয়। অসমৰ বৰ্ণাঢ্য ইতিহাসত আমি দেখা পাওঁ যে জনসাধাৰণৰ মাজত সাংস্কৃতিক সমন্বয় তেতিয়াহে দৃঢ়তৰ হৈ পৰিছে যেতিয়া ইয়াৰ লগত যুক্তহৈ পৰিছে অৰ্থনৈতিক আৰু ৰাজনৈতিক সংগ্ৰামৰ প্ৰশ্নটো, আৰু তেতিয়াহে প্ৰকৃতাৰ্থত মুক্ত হৈছে সাংস্কৃতিক বিকাশৰ দুৱাৰ—আগবাঢ়িছে জাতিগঠনৰ প্ৰক্ৰিয়া। বহুক্ষেত্ৰত সাংস্কৃতিক বিকাশেও আকৌ এই দিশত আগবাঢ়ি যোৱাৰ প্ৰক্ৰিয়াটো ত্বৰান্বিত কৰিছে।

উদাহৰণ স্বৰূপে আমি দেখিবলৈ পাওঁ বিশাল মোৱামৰীয়া গণ-অভ্যুত্থানত অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত হোৱা সমন্বয়ৰ অপূৰ্ব নিদৰ্শন। মোৱামৰীয়া প্ৰজাবাহিনীত বামুন, কলিতা, কৈৱৰ্ত, মটক, মৰাণ, আহোম আৰু পাহাৰীয়া জনজাতিৰ লোকসকলে কান্ধত কান্ধ মিলাই যুঁজ কৰিছে। শঙ্কৰদেৱে অসমত গভীৰ আৰু প্ৰগতী সংস্কৃতিৰ যি জয়যাত্ৰা আৰম্ভ কৰিছিল সি আছিল এক সাৰ্বজনীন সংস্কৃতি। উন্নত আৰু স্বাধীন কৃষকৰ ওপৰত নিৰ্ভৰশীল এক

সামন্তীয় অৰ্থব্যৱস্থা আছিল ইয়াৰ প্ৰাণশক্তি। আনহাতে ঔপনিৱেশিক শাসকসকলে প্ৰত্যক্ষ শ্ৰমশোষণৰ ওপৰত নিৰ্ভৰশীল এক স্বৈৰাচাৰী সামন্ততান্ত্ৰিক ব্যৱস্থা চলাই ৰাখিব বিচাৰিছিল আৰু ই প্ৰজাসাধাৰণৰ স্বাধীন বিকাশৰ বাটৰ অন্তৰায় হৈ পৰিছিল। সেয়ে প্ৰজাসাধাৰণে পাইক-প্ৰথাৰ স্বৈৰতান্ত্ৰিক সামন্ততান্ত্ৰিক ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। এই মহা কাণ্ডৰ ফলত অসমৰ ৰাজনৈতিক পৰিবৰ্তনৰ সূচনা হৈছিল, বহু ৰক্ত, বহু পৰম্পৰা হেৰাই গ'লেও গৌৰৱময় এই সংগ্ৰামৰ মাজেদি বিভিন্ন জাতিৰ জনগণৰ মাজত সমন্বয়ৰ যোগসূত্ৰ দৃঢ় হৈ উঠিছিল, আগবাঢ়িছিল জাতিগঠনৰ প্ৰক্ৰিয়া। অসমীয়া জাতিগঠনত শংকৰদেৱৰ ভূমিকা কেৱল মাত্ৰ ধৰ্মৰ জৰিয়তে বিভিন্ন মানুহক একত্ৰিত কৰাতেই সীমাবদ্ধ নহয়, এক নতুন অৰ্থনৈতিক আৰু ৰাজনৈতিক ব্যৱস্থাৰ ভিত্তি আৰু ইয়াৰ সাংস্কৃতিক সম্পদৰাজী তৈয়াৰ কৰিব পৰাতহে ইয়াৰ প্ৰকৃত তাৎপৰ্য লুকাই আছে।

ঔপনিৱেশিক বৃটিছৰ বিৰুদ্ধে ভাৰতৰ জনগণৰ বীৰত্বপূৰ্ণ সংগ্ৰামৰ মাজেদিয়েই ভাৰত তথা অসমৰ জনসাধাৰণ আকৌ এবাৰ একত্ৰিত হৈছিল। ফলত সম্ভৱ হৈছিল সমন্বয়ৰ আৰু এই প্ৰক্ৰিয়াৰ মাজেৰেই, ইয়াৰ লগত সংযুক্ত হৈহে প্ৰকাশ পাইছিল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ অমৰ প্ৰতিভা। সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ মাজেদিয়েই জ্যোতিপ্ৰতিভাৰ স্ফুৰণ সম্পূৰ্ণ হৈছিল।

অসমৰ বুকুত সাংস্কৃতিক সমন্বয়ৰ ক্ষেত্ৰত বিষ্ণুৰাভাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা আৰু কৃতিত্ব হ'ল যে তেওঁ উপৰিস্তৰৰ সাংস্কৃতিক সমন্বয়ৰ প্ৰচেষ্টা, ইয়াৰ ভিত্তিস্বৰূপ অৰ্থনীতিৰ লগত যুক্ত কৰিবলৈ সক্ষম হৈছিল। সামন্তশোষণ আৰু ধনী পুঁজিপতিৰ বিৰুদ্ধে কৰা তেওঁৰ বীৰত্বপূৰ্ণ সংগ্ৰামৰ মাজেদিয়েই তেওঁ অসমৰ বিভিন্ন জনগোষ্ঠী সমূহৰ বিশেষকৈ বড়োসকলৰ সাংস্কৃতিক বিকাশৰ প্ৰক্ৰিয়াটোক আগবঢ়াই নিছিল আৰু অসমৰ বিভিন্ন জনগোষ্ঠীসমূহৰ মাজত মূলগামী সমন্বয়ৰ ভেটিকো দৃঢ় কৰি তুলিব পাৰিছিল। এই সংগ্ৰামৰ প্ৰয়োজনতেই বড়ো ভাষাত আৰু অন্যান্য জনজাতীয় ভাষাত (অসমীয়াত লিখাৰ উপৰিও) বহু গীত আৰু নিবন্ধ ৰচনা কৰিছিল যিবোৰ আজিও এই ভাষাসমূহৰ বিকাশৰ ক্ষেত্ৰত একোটা উজ্জ্বল মাণিক হব পাৰে। বিষ্ণুৰাভাই বড়োসকলৰ মাজে কিয় কৰিলে বুলি কোনোসকলে বুজিব পৰা নাই বা বুজিবলৈ ইচ্ছা কৰা নাইহে বিষ্ণুৰাভাই জনজাতীয় ভাষা সাহিত্য সংস্কৃতিৰ আধুনিক আৰু মূলগামী

বিকাশৰ এক চানেকী আঁচনি আৰু বাট প্ৰস্তুত কৰি গ'ল। বিষ্ণুৰাভাৰ বহু বড়ো ভাষাৰ ৰচনা অপ্ৰকাশিত অৱস্থাত থকাৰ বাবে বা হেৰাই যোৱাৰ বাবে বহুতৰে এনে ভ্ৰান্তি হোৱাটো অস্বাভাৱিক নহয়। কিন্তু এই ক্ষেত্ৰত বিষ্ণুৰাভাই দেখুৱাই যোৱা পথৰ বিকল্প একো বাট আৰু নাই।

নিজৰ কৰ্মময় জীৱনৰ চানেকীৰে, সংগ্ৰামৰ মাজেৰে বিষ্ণুৰাভাই প্ৰমাণ কৰি গ'ল যে সাংস্কৃতিক সমন্বয়ৰ প্ৰশ্নটো প্ৰকৃত অৰ্থত কাৰ্য্যকৰী কৰিব পৰা যায় তাক অৰ্থনৈতিক উন্নতিৰ সংগ্ৰামৰ লগত সংযুক্ত কৰিহে। আৰু ইয়েইহে অসমীয়াভাষ:, বড়োভাষী, মিচিংভাষী, কাৰবিভাষী, সকলো বাইজৰ নিজস্ব সাংস্কৃতিক বিকাশত অৰিহণা যোগোৱাৰ উপৰিও বিশাল অসমৰ সমন্বয়ৰ অসমীয়া সংস্কৃতিকো পয়োভৰ কৰি তুলিব।

আজি অসমত সমন্বয়ৰ কথা ভৱা প্ৰতিজন ব্যক্তিয়ে বিষ্ণুৰাভাই জীৱন দি দেখুৱাই থৈ যোৱা সমন্বয়ৰ তথা সংস্কৃতিক বিকাশৰ এই কামকাজৰ তাৎপৰ্য্য উপলব্ধি কৰিব লাগিব। বুজিব লাগিব যে সমন্বয় আৰু সাংস্কৃতিক বিকাশৰ সঁচাৰ কাঠিলাল থাকে এনে প্ৰচেষ্টাক জনসাধাৰণৰ আৰ্থ-ৰাজনৈতিক বিকাশৰ প্ৰশ্ন আৰু সংগ্ৰামৰ লগত সংযুক্ত কৰিব পৰাৰ সফলতাৰ ওপৰত।

## বিষ্ণুৰাভাৰ ইতিহাস চেতনা

বিষ্ণুৰাভা প্ৰচলিত অৰ্থত প্ৰতিষ্ঠিত ঐতিহাসিক বা বুৰঞ্জীবিদ নাছিল। কিন্তু তেওঁৰ ইতিহাস চেতনা আছিল অত্যন্ত গভীৰ আৰু বহল। আচলতে জনসাধাৰণৰ লগত প্ৰত্যক্ষ সংযোগ থকাৰ বাবে তেওঁ এনে চেতনাৰ অধিকাৰী হ'ব পাৰিছিল, পাৰিছিল অসমৰ ইতিহাস চৰ্চাৰ ক্ষেত্ৰত থকা এটা প্ৰধান ঘাটি পূৰণ কৰিবলৈ। অসমৰ ইতিহাস চৰ্চাৰ ক্ষেত্ৰত আজিলৈকে থাকি যোৱা এই প্ৰধান ঘাটি বা উপেক্ষিত অংশটো হৈছে অসমৰ আদিম বাসিন্দা বিভিন্ন জনজাতীয় গোষ্ঠীৰ সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ অনুসন্ধান। যেনেকৈ অসমীয়া জাতিৰো ভিত্তি হ'ল জনজাতীয়সকল, তেনেকৈ অসমৰ সামাজিক অৰ্থনৈতিক ইতিহাসৰো এক অন্যতম উৎস তথা শক্তি হ'ল এওঁলোক। অথচ কিছু সিঁচৰিত ঐতিহাসিক সমলৰ বাহিৰে অসমৰ ইতিহাসত এওঁলোকৰ ভূমিকা আৰু অৱদানৰ বিষয়ে আমি

বিশেষ একো নাজানোৱেই। এই দিশটো এতিয়াও অন্ধকাৰাচ্ছন্ন। বিষ্ণুৰাভাই হ'ল প্ৰথম ব্যক্তি যি বহু একাডেমিক পণ্ডিতৰ সীমাবদ্ধতাৰ বাহিৰত সাধাৰণ মানুহৰ আগত অসমৰ ইতিহাস গঢ়ি তোলাত জনজাতীয় লোক সকলৰ স্বকীয় অৱদানৰ কথা প্ৰতিষ্ঠা আৰু সদৰী কৰে। অসমৰ ভূগোল, বুৰঞ্জী আৰু সাহিত্য, কলা সংস্কৃতিলৈ জনজাতীয়সকলৰ অৱদানৰ কথা যুক্তিসিদ্ধ ভাষাতাত্ত্বিক বিশ্লেষণৰে ব্যাখ্যা কৰে। অসমৰ ইতিহাস চৰ্চাৰ ক্ষেত্ৰত থকা এটা গুৰুত্বপূৰ্ণ আসোঁৱাহ দূৰ কৰাৰ ক্ষেত্ৰত তেৱেঁই প্ৰথম পথ প্ৰদৰ্শক। বিষ্ণুৰাভাৰ এই তাৎপৰ্য্যপূৰ্ণ ভূমিকাৰ মৰ্ম উপলব্ধি কৰিবলৈ হ'লে অসমত প্ৰচলিত ইতিহাস চৰ্চাৰ সাধাৰণ ধাৰাটোৰ বিষয়ে কিছু কথা জনাটো প্ৰয়োজন।

অসমৰ ইতিহাস চৰ্চাৰ ক্ষেত্ৰত চাৰিটা প্ৰধান ধাৰা আমাৰ চকুত পৰে। এই চাৰিটা প্ৰধান ধাৰা সাধাৰণভাৱে অসমৰ সমাজ বিকাশৰ চাৰিটা যুগৰ লগত বহু পৰিমাণে যুক্ত হৈ আছে বুলি ধৰিব পাৰি। প্ৰথম ধাৰাটোক আমি প্ৰাচীন ধাৰা বুলি কব পাৰোঁ। অসমত নিয়মতান্ত্ৰিক ভাবে ইতিহাস ৰচনাৰ কাম আৰম্ভ হয় আহোম সকল অসমলৈ অহাৰ সময়ৰ পৰা। আহোম সকলৰ উন্নত সাংস্কৃতিক পৰম্পৰাৰ ধাৰাবাহিকতাতে ৰজাঘৰীয়া পৃষ্ঠপোষকতাত ঘটনা সমূহ লিপিবদ্ধ কৰি ৰখা হৈছিল। ইয়ে পাছৰ কালত নাম পায় বুৰঞ্জী বুলি। ৰজাঘৰৰ পৃষ্ঠপোষকতাত লিখা এই বুৰঞ্জীসমূহত স্বাভাৱিকতেই ৰজা মন্ত্ৰী সকলৰ কামকাজেই মুখ্য ঠাই পাইছিল। পাছলৈ আহোম ৰাজ্যত সামন্ততান্ত্ৰিক অৰ্থনৈতিক ব্যৱস্থা গঢ়ি উঠাৰ লগে লগে অভিজাত সামন্তপ্ৰভু শ্ৰেণী এটাৰ জন্ম হোৱাৰ ফলত তেওঁলোকৰ ব্যক্তিগত পৃষ্ঠপোষকতাতো বুৰঞ্জী লিখা হৈছিল। বাহগৰীয়া বুঢ়াগোহাঁইৰ বুৰঞ্জী, [illegible] চকৰি ফেটি আদি বুৰঞ্জী এনে ধৰণৰ। ইয়াৰ উপৰিও সামন্ততান্ত্ৰিক ধৰ্মীয় অনুষ্ঠান সত্ৰ আদি গঢ়ি উঠাৰ লগে লগে ইয়াতো মহাপুৰুষৰ নিজৰ বুৰঞ্জী আৰু বংশাৱলী পুথিসমূহ লিখা হয়। ইতিহাস চৰ্চাৰ এই ধাৰাটোৱেই হ'ল 'প্ৰাচীন' ধাৰা। এইবোৰ বুৰঞ্জীত আদিবাসী জনজাতীয় সকলৰ স্থান হয় নায়েই বা থাকিলেও অত্যন্ত পাৰ্শ্ব ভূমিকাতহে আছে। আহোম ৰজাসকলৰ আমোলত লিখা বুৰঞ্জীসমূহত সঘনে এই জনজাতীয়সকলৰ উল্লেখ থাকিলেও সি মূলতে আহোমসকলৰ লগত হোৱা যুদ্ধ বিগ্ৰহৰ বৰ্ণনা বা জয় পৰাজয়ৰ কাহিনীহে—জনগোষ্ঠীসমূহৰ ইতিহাস ই নহয়।

ইয়াৰ পাছত সাম্ৰাজ্যবাদী বৃটিছে অসমত ঔপনিবেশিক শাসন প্ৰৱৰ্তন কৰাৰ

পাচত ইতিহাস চৰ্চাৰ যি ধাৰাটো আৰম্ভ হ'ল তাক ঔপনিবেশিক ধাৰা বুলি চিহ্নিত কৰিব পাৰো। স্বাভাৱিকতেই এই কালছোৱাত ইতিহাস চৰ্চা কৰা অসমীয়া বুদ্ধিজীৱিসকল বিদেশী শাসকসকলৰ প্ৰশংসাত পঞ্চমুখ আছিল আৰু মোৱামৰীয়া গণ-অভ্যুত্থানত আৰু মানৰ আক্ৰমণত থানবান্ হোৱা অসমক উদ্ধাৰ কৰাৰ বাবে বৃটিছৰ ওপৰত অত্যন্ত কৃতজ্ঞ আছিল। প্ৰকৃততে এনে বুদ্ধিজীৱিসকলৰ সামাজিক অৱস্থান আৰু অৰ্থনৈতিক স্বচ্ছলতা বৃটিছৰ ওপৰত নিৰ্ভৰশীল আছিল বাবেই স্বাভাৱিকতেই এওঁলোকৰ ভূমিকা আছিল এনে। বৃটিছ শাসনৰ বিৰুদ্ধে হোৱা গমধৰ কোঁৱৰ, গদাধৰ কোঁৱৰ, পিয়লি ফুকন, চিংফৌ জনজাতি, খাচীবীৰ উতিৰৎ সিংহৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামক সেয়ে তেওঁলোকে খোলাভাবে গৰিহণা দিছিল। মণিৰাম দেৱানৰ লিখনিবোৰতো (যদিও তেওঁ লিখা বুৰঞ্জী বিবেকৰত্ন বোলা পুথিখন পুৰাতত্ত্ব বিভাগৰ পৰা হেৰাল) এনে মনোভাব দেখা যায়। ঔপনিবেশিক ধাৰাৰ এজন ঐতিহাসিক পদ্মনাথ গোহাঞি বৰুৱাৰ লিখনীত আমি অসমৰ জনগোষ্ঠীসমূহক তুচ্ছতাচ্ছিল্য কৰাহে দেখিবলৈ পাওঁ। পাচৰ কালতো ফুলগুৰি, পাথৰিঘাট আদিত বৃটিছ শোষণৰ বিৰুদ্ধে হোৱা সংগ্ৰাম সমূহো একে দৃষ্টিভঙ্গীৰেই চোৱা হয়। এডৱাৰ্ড গেইটৰ বুৰঞ্জীখন এই কালতে লেখা হলেও লিখকৰ অৱস্থান আৰু ইংলণ্ডৰ তদানিন্তন বুৰ্জোৱা উদাৰনৈতিক দৃষ্টিভঙ্গীৰ প্ৰভাৱৰ বাবে বহুক্ষেত্ৰত তথ্যসমৃদ্ধ আৰু গৱেষণামূলক হোৱাৰ এই বুৰঞ্জীখন মূল্য আৰু গুৰুত্ব বৰ্কীয়া। ঔপনিবেশিক শাসনৰ শেষৰ ফালে বুৰঞ্জী চৰ্চা কৰা আন লিখক সকল যেনে ডঃ সূৰ্য্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা আদিৰ বুৰঞ্জী চৰ্চাত ঔপনিবেশিক মানসিকতাৰ বহুতো অৱশেষ থকা সত্বেও, ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিশাল গণজাগৰণৰ প্ৰভাৱ পৰাত এওঁলোকৰ লিখনিয়ে কালক্ৰমত এক নতুন ধাৰা গ্ৰহণ কৰিলেগৈ। যিটোক জাতীয়তাবাদী ধাৰা বুলি কব পাৰি।

ভাৰতীয় স্বাধীনতা সংগ্ৰামত হোৱা প্ৰচণ্ড জাতীয় জাগৰণৰ সময়ছোৱাত আৰু ভাৰতে স্বাধীনতা লাভ কৰাৰ পাচত ইতিহাস চৰ্চাৰ যি নতুন ধাৰাটোৰ সৃষ্টি হ'ল তাক আমি জাতীয়তাবাদী ধাৰা বুলি চিহ্নিত কৰিব পাৰো। অসমৰ ইতিহাস ৰচনা আৰু চৰ্চাৰ ক্ষেত্ৰতো এই ধাৰাটো শক্তিশালী ভাবে গঢ়ি উঠিল। এই ধাৰা মতে অতীত অসমৰ ইতিহাসক আখ্যা দিয়া হ'ল 'সোণালী' যুগ হিচাবে, বৃটিছ শাসনৰ সুফল কিছুমানক স্বীকাৰ কৰিলেও এই কালছোৱাক ঘটনাপঞ্জীৰ বিবৰণৰ মাজতে সীমাবদ্ধ ৰাখি স্বাধীনতা আন্দোলনৰ ওপৰত গুৰুত্ব দিয়া হ'ল।

এই ঘটনা ঘটিছিল সমগ্ৰ ভাৰতত জুৰি। অসমতো অতীত অসমৰ 'স্বৰ্ণযুগৰ' প্ৰশংসা আৰু গুণানুকীৰ্তনত এই ঐতিহাসিকসকল পঞ্চমুখ হৈ পৰিল। সৰু সৰু বীৰক দিয়া হ'ল জাতীয় বীৰৰ মৰ্যাদা আৰু ডাঙৰ ডাঙৰ ঐতিহাসিক বীৰসকলক আৰু বেছিকৈ ফুলাই তোলা হ'ল। এই ধাৰাত সেয়ে আমি প্ৰচুৰ তথ্যমূলক গৱেষণালব্ধ অৱদান পাওঁ যদিও মানুহৰ আৰু সমাজৰ বস্তুনিষ্ঠ বিশ্লেষণ ইয়াত নাই। ডাঃ সূৰ্যকুমাৰ ভূঞা আৰু বেণুধৰ শৰ্মাৰ দৰে ঐতিহাসিক গৱেষণাত সেয়ে আমি প্ৰচুৰ মূল্যবান তথ্য পালেও জনজীৱনৰ আচল ছবিখন সদায় দেখা নাপাওঁ। ঔপনিবেশিক ধাৰাৰ মাজতো দেখিবলৈ পোৱা অসমৰ বিভিন্ন জনজাতি-সকলৰ ওপৰত কৰা তথ্যমূলক গৱেষণাৰ কাম এই ধাৰাৰ মাজতো বেছি নাই। স্বাধীনোত্তৰ কালতো সেয়ে অসমৰ ইতিহাস প্ৰণয়নত এটা প্ৰচণ্ড ঘাটি হৈ গ'ল।

ষাঠিৰ দশকৰ পৰা বস্তুবাদী দৰ্শনৰ প্ৰভাৱত ইতিহাস চৰ্চাৰ যি চতুৰ্থ ধাৰা অসমত দেখা গ'ল তাক আমি বৈজ্ঞানিক ধাৰা বুলি কব পাৰোঁ। কিন্তু এই ধাৰা এতিয়াও শক্তিশালী হোৱা নাই। বহুক্ষেত্ৰত ই একাডেমিচিয়ানৰ জ্ঞানৰ কচৰৎ ৰূপে একাডেমিক জাৰ্নেলৰ ক্ষুদ্ৰ পৰিসৰত হৈ গৈছে আৰু বহুসময়ত ই বিভিন্ন বুদ্ধিজীৱিৰ মাজত গভীৰ অধ্যয়ন আৰু অনুসন্ধান নোহোৱাকৈয়ে যুক্তি সৰ্বস্ব বিতৰ্কৰ পলিটিকেল গালি-গালাজলৈ অধঃপতিত হৈছে। অসমৰ সমাজ ইতিহাস ৰচনাৰ ক্ষেত্ৰত বহ:কজন ব্যক্তিয়ে অত্যন্ত গুৰুত্বপূৰ্ণ কামকাজ আৰু লেখামেলা কৰিছে যদিও ই জনপ্ৰিয় হৈ উঠিব পৰা নাই। তাৰ উপৰিও এই ধাৰাৰ মাজতো অসমৰ জনজাতীয় সমাজৰ সামাজিক ইতিহাস প্ৰণয়নৰ ক্ষেত্ৰত আগতে কৈ অহা ঘাটি হৈয়েই গৈছে। পূৰ্ণাঙ্গ পৰিসৰত অসমৰ ইতিহাস ৰচনাৰ ক্ষেত্ৰত এই ধাৰাৰ লিখক সকলে এতিয়াও খোজ পেলাব পৰা নাই।

ঐতিহাসিক নহলেও বিষ্ণুৰাভাৰ ইতিহাস অনুসন্ধান আৰু ৰচনাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অৱদান হ'ল অসমৰ ইতিহাসৰ এই বিকৃত অথচ অতীৱ প্ৰয়োজনীয় দিশটোলৈ তেওঁ সাধাৰণ মানুহৰ দৃষ্টি আকৰ্ষণ কৰাৰ উপৰিও নিজৰ অনুসন্ধান আৰু বিশ্লেষণেৰে অসমৰ ইতিহাস তথা অসমীয়া জাতি, ভাষা, কলা-সংস্কৃতি গঢ়ি উঠাত জনজাতীয় সকলৰ বিৰাট অৱদানৰ কথা সোন প্ৰথম বাৰৰ বাবে সুপ্ৰতিষ্ঠিত কৰালে। একাডেমিচিয়ানৰ আবদ্ধ গণ্ডীৰ মাজত নহয়—অসমৰ গাঁৱে-চহৰে নানান মেলে-মিটিঙে ভাষণ দি দি অকলেই তেওঁ ইয়াক বৈজ্ঞানিক ভাৱে প্ৰতিষ্ঠা কৰিলে। অসমৰ সামগ্ৰিক ইতিহাস ৰচনাৰ ক্ষেত্ৰত তেওঁ এটা বহুদিনীয়া ঘাটি পূৰণ

কৰিবলৈ নতুন বাট কাটিবলৈ আৰম্ভ কৰিলে। ঐতিহাসিক হিচাপে বিষ্ণুৰাভাৰ ই এক অনবদ্য আৰু স্বকীয় বা অৰিজিনেল অৱদান। কিছু নির্বাচিত উদাহৰণৰে এই কথা বুজিবলৈ আৰু বেছি সুবিধা হব।

'মানৱ জাতি' বোলা সুদীর্ঘ প্রবন্ধটোত সূর্য্য আৰু সৌৰজগতৰ সৃষ্টিৰপৰা পৃথিৱীত জীৱৰ সৃষ্টি আৰু বিৱৰ্তনৰ কথা আলোচনা কৰি বিষ্ণুৰাভাই বান্দৰৰপৰা মানুহৰ বিৱৰ্তনৰ প্রক্রিয়া আৰু আদিম মানৱ সমাজ গঢ়ি উঠাৰ মনোগ্রাহী যুক্তিসিদ্ধ আলোচনা আগবঢ়োৱাৰ উপৰিও, মানৱ সমাজত জুইৰ আবিষ্কাৰৰ উপন্যাসোপম কাহিনী আৰু মানৱ সমাজৰ বিকাশত ইয়াৰ বৈপ্লৱিক ভূমিকাৰ উল্লেখ কৰি সমসাময়িক সমস্যাৰ ওপৰতো আলোকপাত কৰিছে। 'অতীত অসম' প্রবন্ধটোত তেওঁ অসমৰ ভূতাত্বিক গঠন আৰু জলবায়ুৰ ওপৰত আলোচনা কৰাৰ উপৰিও মানৱ সমাজৰ বিকাশৰ বিষয়ে এক বস্তুনিষ্ঠ বিশ্লেষণ আগবঢ়ায়। বিষ্ণুৰাভাৰ ইতিহাস অনুসন্ধান আৰু চেতনাৰ সুন্দৰ পৰিচয় পোৱা যায় 'অসমীয়া কৃষ্টি' বোলা তেওঁৰ প্রবন্ধটোত। আগতেই কৈ অহাৰ দৰে অসমৰ ইতিহাস ৰচনাৰ মূল সূত্রিটোৰপৰা বাদ পৰি থোৱা অথচ অতি গুৰুত্বপূর্ণ ঐতিহাসিক আধাৰ স্বৰূপ অসমৰ জনজাতি-সকলৰ সামাজিক ইতিহাস চৰ্চাৰ প্রথম সচেষ্ট প্রচেষ্টা ইয়াতে আৰম্ভ কৰে। অসমৰ ইতিহাস গঠনত স্বকীয় বৈশিষ্ট্যৰে মহীয়ান ভূমিকা গ্রহণ কৰা অসমৰ বিভিন্ন জনগোষ্ঠীসমূহৰ কাম কাজ আৰু অৱদানক ইয়াতেই প্রথমবাৰৰ বাবে জনমনত স্বীকৃতি প্রদানৰ জড়িয়তে এটা নতুন ধাৰাৰ সূচনা কৰা হয়। এই ধাৰাৰ পৰিপুষ্টিৰ ওপৰতে নির্ভৰ কৰিছে অসমৰ পূর্ণাঙ্গ ইতিহাস প্রণয়নৰ সফলতা। এই প্রবন্ধতে অসমত বৌদ্ধ ধৰ্মৰ সহজীয়া পন্থা আৰু তান্ত্রিক ধৰ্মমতৰ উৎস সম্বন্ধে আলোচনা কৰি অসমৰ সমাজত বৰ্ণবাদৰ প্রচলনৰো বিশ্লেষণ কৰা হয়। লগতে জনজাতীয় নাম, কাৰ্যাকলাপ আদিৰ আর্যকৰণ প্রক্রিয়াটোৰো বিচাৰ কৰা হয়। অসমীয়া লিপি আৰু ভাষাৰ জন্ম আৰু বিকাশৰ ক্ষেত্রত বড়োসকলৰ তাৎপর্যপূর্ণ অৱদান আৰু অসমৰ আর্থ-ৰাজনৈতিক স্থিতত কৈৱৰ্ত সম্প্রদায়ৰ স্বকীয় ভূমিকাৰ কথাও কোৱা হয়। অসমৰ ভৌগলিক নদ-নদী আৰু ঠাইনামৰ ধ্বনিতত্বৰ বিশদ পৰা আলোচনা কৰি অসমৰ সমগ্র সাংস্কৃতিক বিকাশত জনজাতীয়সকলৰ অৱদানক তেওঁ প্রতিষ্ঠা কৰে। ইয়াতে তেওঁ নতুন পতিকাৰপৰা যাহৰ পতিকালৈ অসম ইতিহাসৰ বিস্তৃতপ্রায় কালছোৱাৰ এক বিশ্লেষণাত্মক আলোচনা আগবঢ়োৱাৰ লগতে অসমত লোহা, সোণ, ৰূপ আদি ধাতুবিদ্যাৰ বিকাশত বড়ো জনগোষ্ঠীৰ ঐতিহাসিক অৱদানৰ কথাও

আলোচনা কৰে। মুঠতে অসমৰ ইতিহাসৰ বাকী থকা ঘাটি কেইটা পূৰণৰ বাবে বিষ্ণুৰাভাৰ কামেই আমাৰ সকলোৰে বাবে পথ প্ৰদৰ্শক অৱদান।

কিন্তু আগতে কৈ অহা চাৰিওটা ইতিহাসৰ ধাৰাৰ কোনটোৰ আলমত বিষ্ণুৰাভাৰ এই ঐতিহাসিক অৱদান? সন্দেহ নাই যে চতুৰ্থ বৈজ্ঞানিক ধাৰাৰেই বিষ্ণুৰাভাই তেওঁৰ ঐতিহাসিক অনুসন্ধান চলাইছিল। ডাঃ হাৰোৱৰ ধৰ্মানন্দ কোশাম্বী আৰু ৰাহুল সাংকৃত্যায়নে ভাৰতত আৰম্ভ কৰা এই জনধাৰাৰ বিষ্ণুৰাভাই অসমৰ ক্ষেত্ৰত প্ৰথম পথিকৃৎ। অসমৰ জনজীৱনৰ লগত তেওঁৰ সম্বন্ধ অতি নিবিড় আছিল বাবেহে ইতিহাস চৰ্চাৰ এই গুৰুত্বপূৰ্ণ দিশটো তেওঁ বস্তুবাদী চিন্তাৰ আলোকত সজায় তুলিব পাৰিছিল, পাৰিছিল ইয়াক প্ৰতিষ্ঠা আৰু জনপ্ৰিয় কৰি তুলিব। বিষ্ণুৰাভাই বাৰে বাৰে লেখে ইতিহাস অনুসন্ধানৰ বাবে জনজীৱনৰ গণমানসৰ লগত আত্মীক পৰিচয় আৰু সম্পৰ্কৰ প্ৰয়োজন বুলি কৈছিল। ডাঃ সূৰ্যকুমাৰ ভূঞাৰ অনুসন্ধানক তেওঁ বিজ্ঞানসন্মত নহয় পুৰণা বস্তুৰে নতুন সংস্কৰণ বুলি অভিহিত কৰিছিল আৰু অসমীয়া সংস্কৃতি, ভাষা তথা ইতিহাসৰ ক্ষেত্ৰত কাম কৰা বহু অসমীয়া মুধাফুটা পণ্ডিতৰ জনজীৱনৰ লগত প্ৰত্যক্ষ সম্বন্ধ নথকাৰ বাবেই সাধনাত বহুতো আসোঁৱাহ আৰু ভুল ৰৈ যোৱা বুলি কৈছিল। প্ৰকৃততে তেতিয়াবেই নহয়, আজিও অসমৰ বুদ্ধিজীৱিসকলৰ অৱস্থা কোনো গুণে উন্নত নহয়। তেওঁলোকৰ মানুহৰ জীৱনৰ লগত চিনাকী নাই বাবেই বৈজ্ঞানিক সত্যৰ পৰিবৰ্তে পুথিগত জ্ঞানৰপৰা মনেগঢ়া ধাৰণা গঢ়ি সাহিত্য, সংস্কৃতি, ইতিহাস সকলো ক্ষেত্ৰতে কচৰৎ চলাই গৈছে আৰু ইয়াৰ ফলত কিছু তথ্য উদ্ধাৰ হলেও সত্যতাক সামগ্ৰিকভাৱে লোকচান হৈছে বেছি। এইকাৰণেই অসমৰ ইতিহাসক এতিয়াও বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠা কৰিব পৰা হোৱা নাই, ফলত সমাজত ভুল ঐতিহাসিক দৃষ্টিভঙ্গী গঢ়ি উঠাৰ অশুভ প্ৰৱণতাই দেখা দিছে। উদাহৰণ স্বৰূপে অতীতৰ ওপৰত ভিত্তি বৰ্তমানক বিশ্লেষণ কৰি ভৱিষ্যতৰ কথা কোৱা হৈছে, কিন্তু বৈজ্ঞানিক ভাৱে বৰ্তমানৰ বাস্তৱ পৰিস্থিতিৰ আলোকত অতীতক বিচাৰ কৰিহে ভৱিষ্যতৰ কাৰ্যপন্থা প্ৰস্তুত কৰিব পৰা যায়। ১৮২৬ চনলৈকে অসম স্বাধীন আছিল, সেই স্বাধীনতা যেনেকুৱাই নহওক কিয়, গতিকে আমাৰ বৰ্তমানৰ কামকাজ এনেহোৱা উচিত যে ভৱিষ্যতে আমি আকৌ আগৰ দৰে হব পাৰো, এই চিন্তা অশুভ ঐতিহাসিক চিন্তাধাৰাৰ ভেটি ইয়াতেই। ভাৰতবৰ্ষ একত্ৰিত দেশ হিচাবে গঢ়ি উঠিছে এক ঐতিহাসিক প্ৰক্ৰিয়াত আৰু আজিৰ বাস্তৱ পৰিস্থিতিত ভাৰতবৰ্ষৰ

বিভাজন নহয় একতাহে অধিক কাম্য। এই বৰ্তমান বাস্তৱৰ আলোকতে আমি চাব লাগিব আমাৰ বৈচিত্ৰময় অতীতক, আৰু ভাবপনা লোৱা শিক্ষা আৰু প্ৰেৰণাৰে ভৱিষ্যতে অখণ্ড ভাৰতৰ পটভূমিকাত সমগ্ৰ অসমবাসীৰ সকলো জনগোষ্ঠীৰ জাতীয় তথা সৰ্বাঙ্গীন উন্নতিৰ পথ নিৰ্ণয় কৰিব লাগিব। ই কষ্টসাধ্য হলেও ইহে বৈজ্ঞানিক আৰু শুদ্ধ পথ। বিষ্ণুৰাভাৰ ইতিহাস চেতনাই আমাক এই শিক্ষাকে দিয়ে, আমি ইয়াক হৃদয়ঙ্গম কৰিব লাগিব।

## সংস্কৃতি-ভজা বিষ্ণুৰাভাৰ ৰাজনৈতিক চেতনা

বিষ্ণুপ্ৰসাদ ৰাভা অসমৰ সাংস্কৃতিক বিকাশৰ এজন প্ৰধান খনিকৰ। জীৱন জুৰি অসমৰ সংস্কৃতিৰ বিকাশৰ বাবে তেওঁ প্ৰাণ পাত কৰি গ'ল। ৰাভাই সদায় বহল অসমীয়া জাতি আৰু সংস্কৃতিৰ কথা কৈছিল আৰু এই কথা আন বহুতৰে দৰে তেওঁৰ ক্ষেত্ৰত বক্তৃতাৰ বুলজাৰি হৈয়েই থকা নাছিল, বহল অসমীয়া সংস্কৃতিৰ নামত সকলোকে গ্ৰাস কৰাৰ যি গোপন চিন্তা বহুতৰ মাজত দেখা যায়, তাৰ বিপৰীতে বিষ্ণুৰাভাই সঠিকভাৱে এই বহল অসমীয়া সংস্কৃতি গঢ়িতোলাৰ মূল সঁচাৰ কাঠি ক'ত আছে তাক ধৰিব পাৰিছিল। যি সমন্বয়ৰ প্ৰক্ৰিয়া আৰু একীকৰণ বা এচিমিলেছনৰ জৰিয়তে অসমীয়া জাতি আৰু সংস্কৃতি গঢ়ি উঠিছিল, কি কি ঐতিহাসিক কাৰণত এই প্ৰক্ৰিয়াৰ গতি স্তব্ধ সেই কথা বিষ্ণুৰাভাই বুজিব পাৰিছিল। তেওঁ উপলব্ধি কৰিছিল যে আগৰ প্ৰক্ৰিয়াৰে আজি আৰু বিশাল অসমীয়া সংস্কৃতি আৰু জাতি গঢ়ি নুঠে, তাৰ দুৱাৰবোৰ এখন এখনকৈ বন্ধ হৈ গৈছে। আজি মাথো বৃহৎ অসমীয়া জাতি গঠন হব পাৰে অসমত বসবাসকাৰী সকলো জনগোষ্ঠীৰ স্বকীয় জাতীয় আৰু সাংস্কৃতিক উন্নয়নৰ জৰিয়তে সমতাৰ ভিত্তিত হোৱা স্বেচ্ছামূলক সমন্বয়ৰ জৰিয়তে। এই প্ৰয়োজনীয় প্ৰক্ৰিয়াক আগবঢ়াই নিব এক আগবঢ়ুৱা ৰাজনৈতিক আদৰ্শইহে যি সাধাৰণ মানুহক দেখুৱাব পাৰে মুক্তিৰ আলোক বৰ্তিকা। এই আদৰ্শৰ ভিত্তিত হোৱা আৰ্থ-ৰাজনৈতিক সংগ্ৰামেহে গঢ়িব একতাৰ চৰ্ত, সোহৰাব সাংস্কৃতিক বিকাশৰ পথ। মানুহৰ মুক্তিৰ প্ৰচেষ্টাৰ লগতহে যে সাংস্কৃতিক বিকাশৰ প্ৰয়াসো ওতঃপ্ৰোতভাৱে জড়িত সেই উপলব্ধি বিষ্ণুৰাভাৰ উপজিছিল।

অসমৰ গীত, নাটক, নৃত্য, অভিনয়, বোলছবি, সাহিত্য সকলো দিশতেই

বিষ্ণুৰাভাই কাম কৰিছিল। অসমৰ বহুকেইটা জনজাতীয় ভাষা জনাৰ বাবে তেওঁ অসমীয়া ভাষাৰ লগতে এই ভাষা সমূহতো সংস্কৃতিৰ নানান কাম কাজ কৰিছিল। বড়ো সকলৰ মাজত ৰাজনৈতিক আদৰ্শৰ প্ৰচাৰ তথা মুক্তিৰ সংগ্ৰামত অনুপ্ৰেৰণা যোগাবৰ বাবে তেওঁ বহু বড়োগীত ৰচনা কৰিছিল। অসমৰ সংস্কৃতিৰ মাজমজিয়ালৈ নিজৰ প্ৰতিভাৰে তেওঁ কঢ়িয়াই আনিছিল জনজাতীয় নৃত্যকলাৰ বহু আপুৰুগীয়া মনি মৰকত। সংস্কৃতিৰ দিশত বিষ্ণুৰাভাৰ কৃতিৰ বিষয়ে বহুতো আলোচা-বিলোচনা হৈছে কিন্তু কিহৰ বাবেনো বিষ্ণুৰাভাৰ এই বিৰাট সাংস্কৃতিক কৰ্মকাণ্ড আছিল, কি লক্ষ্যৰ প্ৰতি তেওঁ পৰিচালিত কৰিছিল তেওঁৰ সাংস্কৃতিক সংগ্ৰামৰ বৰ্শামুখ সেই বিষয়েহে আলোচনা অতি কম হৈছে, অথচ ইয়াৰ মাজতেই লুকাই আছে এই কৰ্মকাণ্ডৰ মূল তাৎপৰ্য।

জীৱনৰ প্ৰথমছোৱা কাল সংস্কৃতিৰ ক্ষেত্ৰত এক পুনৰুত্থানবাদী ভাবাদৰ্শৰে বিষ্ণুৰাভা পৰিচালিত আছিল, ইটালীৰ ৰেণেচাঁৰ আহিত অসমত এক জাতীয় নৱজাগৰণৰ সপোন দেখিছিল। সেয়ে অসমৰ অতীত ঐতিহ্য সম্পৰ্কে তেওঁ বাৰে বাৰে সকলোকে সোঁৱৰাই দিছিল। স্বাভাৱিকতেই এই কালছোৱাত অসমৰ জনজীৱনৰ বৈচিত্ৰতা আৰু সমস্যাৰ লগত তেওঁৰ পৰিচয় আছিল কম। লাহে লাহে সাম্যবাদী ৰাজনৈতিক ভাবাদৰ্শৰ প্ৰতি আকৃষ্ট হৈ কাম-বন আৰম্ভ কৰাত তেওঁ জন-জীৱনৰ লগত বেছিকৈ চিনাকী হোৱাৰ সুবিধা পালে। মানুহৰ সমস্যা সম্পৰ্কে তেওঁ বেছি জানিলে। ফলত তেওঁৰ সাংস্কৃতিক চেতনাও হ'ল আৰু বেছি গভীৰ আৰু পুৰঠ। ওপৰত কৈ অহা ৰাভাৰ সমন্বয়, জাতিগঠন, ইতিহাস, সাংস্কৃতিক উন্নতি সম্পৰ্কীয় ভাৱনা চিন্তাবোৰ তেতিয়াহে লাহে লাহে পৰিপূৰ্ণতা পাবলৈ আৰম্ভ কৰিলে। ৰাভাৰ সমাজ সচেতনতাৰ এক মৌলিক ৰূপান্তৰ ঘটিল।

কিনো আছিল এই ৰূপান্তৰ?

এই ৰূপান্তৰ ঘটিল প্ৰথমে বিষ্ণুৰাভাৰ চিন্তাৰ জগত খনত। প্ৰথম অৱস্থাত ৰাভাৰ সমাজ সচেতনতা আছিল বহুলাংশে আবেগিক আৰু গণচেতনা আছিল বিমূৰ্ত মানৱতাবাদৰ আদৰ্শৰে পুষ্ট। এতিয়া কিন্তু তেওঁৰ মানৱতাবাদ আৰু বিমূৰ্ত হৈ নাথাকিল, গণচেতনা হৈ নাথাকিল আবেগিক। সমাজ সচেতনতাই ক্ৰমাৎ শ্ৰেণী সচেতনতাৰ ৰূপ পালে, ই হ'ল শ্ৰমিক শ্ৰেণীৰ মূৰ্ত মানৱতাবাদ আৰু আন্তৰ্জাতিকতাৰ আদৰ্শৰ প্ৰভাৱত। এই চেতনাই ব্যাপ্তি আৰু গভীৰতা লাভ কৰিলে সাধাৰণ খাটিখোৱা মানুহৰ লগত একাত্ম সংযোগৰ জৰিয়তে। সেয়ে

ৰাভাৰ কলা চৰ্চা বা সাংস্কৃতিক কামকাজ, ৰাভাৰ ইতিহাস চেতনা সকলোখিনি ৰাজনৈতিক দৰ্শনৰ দ্বাৰা প্ৰভাৱিত হৈ নতুন ৰূপ পালে। আজীৱন অসমৰ বহল অসমীয়া সংস্কৃতি তথা অসমৰ প্ৰতিটো জনগোষ্ঠীৰ সাংস্কৃতিক উন্নয়নৰ বাবে বাটকটীয়াৰ কাম কৰা ৰাভাই বুজিব পাৰিলে যে সামন্তবাদী অৰ্থনীতি আৰু ইয়াৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা বৰ্ণভেদ, জাতপাত আদি কুসংস্কাৰাচ্ছন্ন, অন্ধবিশ্বাসেৰে পুতগন্ধময় এই সমাজব্যৱস্থাত এনে কাম সম্ভৱ নহয়, অসম সমাজব্যৱস্থাই এই কাম হ'ব নিদিয়ে। গতিকে লাগিব মানুহৰ মুক্তি—লাগিব ধনী দুখীয়াৰ প্ৰভেদ নথকা এখন নতুন সমাজ আৰু তেনে সমাজতহে সকলোৰে সৰ্বাঙ্গীন উন্নতি হোৱাতো সম্ভৱপৰ। সেয়ে বিষ্ণুৰাভাৰ বিশাল কৰ্মময় জীৱনৰ প্ৰধান কামকাজ হৈ পৰিল ৰাজনৈতিক আৰু এই ৰাজনীতিৰ বাবেহে আৰম্ভ হ'ল সংস্কৃতি চৰ্চা। বিষ্ণুৰাভাৰ এয়ে ৰূপান্তৰ বা উত্তৰণ। সংস্কৃতিৰ গুৰু হৈ পৰিল সমাজ পৰিবৰ্তনৰ ৰাজনৈতিক কৰ্মকাণ্ডৰ কাণ্ডাৰী।

বিষ্ণুৰাভা জড়িত হৈ থকা ৰাজনৈতিক দলৰ ৰাজনৈতিক কাৰ্য আৰু তাৰ পৰিণাম পাছলৈ যিয়েই নহওক লাগিলে, বিষ্ণুৰাভাই বিশ্বাস কৰা আদৰ্শৰ প্ৰয়োজনীয়তা আৰু তেওঁ দেখুৱাই যোৱা আলোকবৰ্তিকাৰ পোহৰ আজিও অম্লান। সেয়ে বিষ্ণুৰাভাৰ কাম কাজৰ তাৎপৰ্য আৰু গুৰুত্ব বুজিবলৈ হ'লে এই ৰাজনৈতিক দিশটোও হৃদয়ঙ্গম কৰিব লাগিব। ৰাজনীতি বৰ্জিত সাংস্কৃতিক গুৰু বিষ্ণুৰাভাৰ ভূমিকা বহুত গৌণ হৈ পৰে। অসমৰ সহস্ৰ ৰাইজে যেতিয়া বিষ্ণুৰাভাক বুকুৰ কুটুম বুলি গ্ৰহণ কৰিছিল, তেতিয়া তেওঁলোকে ৰাজনৈতিক কৰ্মী ৰাভা আৰু সংস্কৃতিৰ খনিকৰ ৰাভাক সুকীয়াকৈ বিচাৰ কৰা নাছিল, সুকীয়াকৈ গ্ৰহণ কৰা নাছিল। তেওঁলোকে বিষ্ণুপ্ৰসাদ ৰাভাক সামগ্ৰিক ভাৱে সকলো দিশ লৈয়েই গ্ৰহণ কৰিছিল।

## উপসংহাৰ :

বিষ্ণুৰাভা এক বিশাল ব্যক্তিত্ব, এক বহুমুখী প্ৰতিভাৰ গৰাকী, অসমৰ সমাজৰ গণ মানসত নব নব চিন্তা চেতনাৰ উন্মেষ ঘটোৱা বাটকটীয়া সকলৰ এজন। জীৱন

কালতেই তেওঁ পাইছিল ৰাইজৰ বুকুৰ মৰম চেনেহ, পাইছিল দ্বিধাহীন আনুগত্য। বিষ্ণুৰাভা ৰাইজৰ মাজত হৈ পৰিছিল কিংবদন্তীৰ এক প্ৰবাদ পুৰুষ। আজিও বিষ্ণুৰাভাৰ নিবিড় সান্নিধ্য ধন্য যি সকল সাধাৰণ লোকক, লগ পোৱা যায়, আটাইয়েই একবাক্যে তেওঁৰ প্ৰচণ্ড প্ৰতিভাৰ লগতে বিনয়, নম্ৰতা, নিৰহংকাৰী চৰিত্ৰৰ, তেওঁৰ প্ৰচণ্ড কষ্ট সহিষ্ণুতা আৰু সাধাৰণ মানুহৰ জীৱনৰ লগত নিঃসংকোচে মিলি যাব পৰা গুণৰ কথা একবাক্যে স্বীকাৰ কৰে। আজি জনগণৰ কথা চিন্তা কৰা প্ৰতিজন লোকৰ বাবে, জনসংস্কৃতিৰ বিকাশ ঘটাব খোজা প্ৰতিজন শিল্পীৰ বাবে এই গুণ নিশ্চয় অনুকৰণীয়। কিন্তু, কি শক্তিয়ে দিছিল বিষ্ণুৰাভাক এই গুণ, এই চৰিত্ৰ? সাধাৰণ মানুহৰ ওপৰত বিষ্ণু ৰাভাৰ প্ৰগাঢ় আস্থাই আছিল এই শক্তিৰ উৎস।

বিষ্ণুৰাভাৰ প্ৰতিভাক গঢ়ি তুলিলে মানুহে, প্ৰতিপাল কৰি বিকশিত কৰি তুলিলে মানুহে। বিষ্ণুৰাভাৰ গীতিকাৰ, সুৰকাৰ, নাট্যকাৰ, সাহিত্যকাৰ, চিত্ৰশিল্পী, ঐতিহাসিক আৰু ৰাজনৈতিক কৰ্মকাণ্ডৰ বাবে অফুৰন্ত প্ৰেৰণাৰ উৎস আছিল মানুহ—অসমৰ গাঁৱৰ, চহৰৰ শত সহস্ৰ মেহনতী মানুহ। যি মানুহে, সমাজৰ যি খাতিখোৱা শ্ৰেণীটোৱে কপালৰ ঘাম মাটিত পেলাই সমাজৰ সকলো সম্পদৰ সৃষ্টি কৰে, জন্ম দিয়ে কলা, শিল্প, সংস্কৃতিৰ, ইতিহাসক দিয়ে গতি, তেওঁলোকেই সকলো সম্পদ গঢ়িতোলাৰ দৰে বিষ্ণুৰাভাৰ দৰে প্ৰতিভাকো গঢ়ি তুলিলে নিজৰ অমৰ সৃষ্টিশীল প্ৰেৰণাৰে। বিষ্ণুৰাভাৰ বাবে 'মানুহ' বুলিলে সমাজৰ সকলো মানুহ হৈ নাথাকিল। মানুহ বুলিলে নিৰ্দিষ্ট ভাবে তেওঁ সমাজৰ গৰিষ্ঠতম অংশ হাঁলোৱা হজুৱা বনুৱা 'সৰ্বহাৰাক' বুজা হ'ল। সমাজৰ প্ৰয়োজনতেই সৃষ্টি হয় শিল্পীৰ—যি আকৌ সমাজৰ ৰূপান্তৰৰ বাবে নিয়োজিত কৰে নিজৰ প্ৰতিভা। এই দৃষ্টিকোণৰপৰা বিষ্ণুৰাভা এক সাৰ্থক জনশিল্পী।

অথচ নিৰ্মোহ দৃষ্টিভংগীৰে বিচাৰ কৰি চালে আমি দেখিবলৈ পাওঁ যে জীৱনৰ শেষলৈ বিষ্ণুৰাভাই আগবঢ়োৱা আদৰ্শত দৃঢ় হৈ থাকিব পৰা নাই। নানাধৰণৰ ব্যক্তিগত আৰু ৰাজনৈতিক বিচ্যুতিৰ ঘটনা ঘটিছে এই কালছোৱাত। এই প্ৰক্ৰিয়া কিন্তু কেৱল মাত্ৰ বিষ্ণুৰাভাৰ নিজৰ কাৰণতেই হোৱা নাই। ৰখাচলতে সমগ্ৰ বাম আন্দোলনৰ মাজৰে লৈচেনসত সুবিধাবাদী আৰু দক্ষিণপন্থী বিচ্যুতি আৰম্ভ হৈছিল। এহাতে সংশোধনবাদী গণতন্ত্ৰৰ লোকাক পোত যাবলৈ আৰম্ভ কৰা আৰু আনহাতে জনতাৰ ক্ষেত্ৰত বিপ্লৱৰ নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰত দেখা দিয়া ব্যৰ্থতাই বাম

শক্তিবোৰক বিভ্ৰান্ত নকৰা নহয়। ভাৰতৰ বাম আন্দোলনৰ ক্ষেত্ৰত এক দুৰ্যোগৰ ৰূপ লৈছে। এনে প্ৰেক্ষাপটতহে অসমৰ বিক্ষুব্ধতাৰ ৰাজনৈতিক বিচ্যুতিৰ মূল্যায়ন হোৱাতো প্ৰয়োজনীয়। এই প্ৰবন্ধৰ পৰিসৰত এইখিনি সম্ভৱপৰ নহয় বাবে ইয়াৰ উল্লেখ মাত্ৰ কৰা হ'ল।

---